**'ASOM NANDINI PRATIMA BARUA PANDE'** : A collection of articles in memory of Legendary Goalparia Folk singer PRATIMA BARUA PANDE. Compiled by Prafulla Barman. Published by Brajendra Nath Deka, BISHAL PRAKASHAN, Chandmari, Guwahati-3.

First Edition 14th February, 2004 Price Rs 100.00

---

**প্ৰকাশক :**
ব্ৰজেন্দ্ৰ নাথ ডেকা
বিশাল প্ৰকাশন
চান্দমাৰী, গুৱাহাটী-৩

**গ্ৰন্থস্বত্ব :**
সংকলক

**প্ৰচ্ছদ :**
চন্দন চুতীয়া

**ডি টি পি :**
**ৰূপকাৰ চিনে এন্টাৰপ্ৰাইজ**
পূব-শৰণীয়া, গুৱাহাটী - ৭৮১ ০০৩

**প্ৰথম প্ৰকাশ**
১৪ ফেব্ৰুৱাৰী, ২০০৪

**মূল্য খনে ১০০.০০ টকা**

**মুদ্ৰণ :**
**কবী আৰ্ট প্ৰেছ**
**ভাঙাগড়, গুৱাহাটী**

# উচৰ্গা

পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ
গুণমুগ্ধ আৰু অসমীয়া সংস্কৃতিৰ
অনুৰাগীসকললৈ–

প্ৰফুল্ল বৰ্মন
সংকলক

# অসম নন্দিনী প্ৰতিমা বৰুৱা পাণ্ডে

## সূচীপত্ৰ



# হস্তীৰ কন্যাৰ জীৱন-পঞ্জী

**জন্ম :** ১৯৩৪ চনৰ ৩ অক্টোবৰ (মহালয়াৰ দিনা)

**পিতৃ :** প্ৰকৃতিশ চন্দ্ৰ বৰুৱা (লালজী)

**মাতৃ :** মালতীলতা বৰুৱা (মাজু বধুৰাণী)

**বৰদেউতাক :** 'দেৱদাস' খ্যাত প্ৰমথেশ চন্দ্ৰ বৰুৱা।

**ককাদেউতাক :** প্ৰভাত চন্দ্ৰ বৰুৱা (গৌৰীপুৰ-কৰাইবাৰী (বাংলাদেশ) ৰাজ্যৰ ৰাজা। মাটিয়াবাগত আছিল সেই জমিদাৰ ৰাজাৰ বিশাল অতিথিশালা।)

**জন্মস্থান :** চাৰ্কুলাৰ ৰোড, বালিগঞ্জ, কলকাতা।

**শিক্ষা :** গোখ্‌লে মেম'ৰিয়েল গাৰ্লছ স্কুল, কলকাতা।

১৯৫৩ চনত গৌৰীপুৰ ছোৱালী-হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ, টাউন কলকাতা গাৰ্লছ্ কলেজত এফ এ শ্ৰেণীত নামভৰ্তি।

**স্বামী :** গাংগাশংকৰ পাণ্ডে। (উত্তৰপ্ৰদেশৰ গংগাশংকৰ পাণ্ডেই গৌৰীপুৰৰ প্ৰমথেশ চন্দ্ৰ বৰুৱা কলেজত ইংৰাজীৰ প্ৰবক্তাৰূপে যোগ দিয়াৰ পিছত 'হস্তীৰ কন্যা'ৰ সৈতে প্ৰণয়পাশত আবদ্ধ হয়। পিছত পাণ্ডেই কলেজৰ অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে।)

**বিবাহ :** ১৯৬৯ চনৰ ১৬ ছেপ্টেম্বৰ।

**সন্তান :** দুগাৰাকী কন্যা সন্তান - অমৃতা আৰু অলকা। দুয়োগৰাকী বিবাহিতা। নাতি-নাতিনী চাৰিটি।

**ৰাজহুৱা অনুষ্ঠানত প্ৰৱেশ :** ১৯৫৭ চনত। গুৱাহাটীত ভাৰতীয় গণনাট্য সংঘৰ গুৱাহাটীৰ জজ খেলপথাৰৰ আৰু শ্বিলঙৰ লেডী হাইড্ৰিক পাৰ্কত গীত পৰিবেশন - ড ভূপেন হাজৰিকা, হেমাংগ বিশ্বাস, দিলীপ শৰ্মা আদিৰ সৈতে।

**প্ৰথম গীত বাণীবন্ধন :** ১৯৭৫ চনত। ড° ভূপেন হাজৰিকাৰ সৈতে কলকাতাৰ এইচ এম ভি কোম্পানীত এল পি আৰু ই পি ৰেকৰ্ড কৰে। শিল্পীৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ পথ প্ৰশস্ত হয়।

**নেপথ্য কণ্ঠ শিল্পীৰূপে থকা চিনেমা, তথ্যচিত্ৰ :** **এৰাবাটৰ সুৰ, পলাশৰ ৰং,** মাহুত বন্ধুৰে, হস্তীৰ কন্যা, গজমুক্তা, বগলাৰ বংগ দৰ্শন আদি।

**অডিঅ' কেছেট :** মাহুত বন্ধুৰে, হস্তীৰ কন্যা, গোৱালপাৰীয়া লোকগীত আদি।

**অন্তিম কেছেট :** গৌৰীপুৰীয়া মাহুত (সৰু কন্যা অলকাৰ সৈতে)।

**অন্তিম মঞ্চানুষ্ঠান :** তেজপুৰ মহোৎসৱ, ২০০২ চন।

**সন্মান, পুৰস্কাৰ :** সংগীত-নাটক একাডেমী বঁটা - ১৯৮১ চন।

**পদ্মশ্ৰী** - ১৯৯১চন।

**ডি লিট :** উত্তৰ বংগ বিশ্ববিদ্যালয়, ২০০০চন।

অসম সাহিত্য সভাৰ সম্বৰ্ধনা (অভয়াপুৰী অধিবেশন, ১৯৭৭)

অসম শিল্পী দিৱস বঁটা, জয়মতী বঁটা, বিষ্ণু ৰাভা বঁটা, অসম নাট্য সমিতি বঁটা।

ৰবীন্দ্ৰ ভাৰতী বিশ্ববিদ্যালয়ৰ প্ৰশস্তি পত্ৰ।

কলকাতাৰ আব্বাছউদ্দিন মেম'ৰিয়েল বঁটা।

**আকাশবাণীৰ স্বীকৃতি :** ১৯৭৬ চন।

**মৃত্যু :**২৭ ডিচেম্বৰ ২০০২ চন, শুকুৰবাৰ, গুৱাহাটীত।

# সংকলকৰ দুআষাৰ

ড° ভূপেন হাজৰিকাই কৈছে- 'পৃথিৱীৰ দহ গৰাকী শ্ৰেষ্ঠ লোকসংগীতৰ শিল্পীৰ ভিতৰত প্ৰতিমা বৰুৱা পাণ্ডেও এগৰাকী।' এই কথা সময়ে প্ৰতিপন্ন কৰি দেখুৱাইছে। সেয়ে পদ্মশ্ৰীকে ধৰি মুঠ সোতৰটা বঁটাৰে সন্মানিত কৰিছে প্ৰতিমা বৰুৱা পাণ্ডেক বিভিন্ন চৰকাৰী তথা বেচৰকাৰী সংস্থাই।

সৌ সিদিনা ২০০২ চনৰ ২৭ ডিচেম্বৰ তাৰিখে এই মহান লোকগীতৰ শিল্পী গৰাকীক আমি চিৰদিনৰ কাৰণে হেৰুৱালো। শিল্পী গৰাকীয়ে আমাক এৰি গ'লেও আমি তেওঁক পাহৰিব নোৱাৰিম তেখেতে অসম তথা ভাৰতবাসীলৈ দি থৈ যোৱা অৱদানবোৰৰ কাৰণে।

চৰকাৰী চাকৰিৰ স্থান ধুবুৰী জিলা হোৱা কাৰণে মই তেখেতৰ সান্নিধ্য পাবলৈ সক্ষম হৈছিলো, গৌৰীপুৰ চহৰৰ নিজ বাসভৱনত অৰ্থাৎ মাটিয়াবাগৰ ৰাজহাউলিত সাংস্কৃতিক দিশত কিছু ৰাপ থকা কাৰণে বিভিন্ন অজুহাত লৈ প্ৰতিমা বৰুৱা পাণ্ডেক কেবাবাৰো লগ ধৰিছিলো। যিমানবাৰ লগ পাইছিলো, সিমানবাৰে তেখেতৰ পৰা পোৱা ভাতৃত্বৰ মৰমে মোক ধন্য কৰিছিল। সেয়ে বাৰম্বাৰ লগ ধৰাৰ হেঁপাহ পলোৱা নাছিল। প্ৰতিমা বৰুৱা পাণ্ডেক 'বাইদেউ' সম্বোধন কৰি আত্মীয়ৰ দৰে ওচৰ চাপি গৈ আছিলো। লগতে তেখেতৰ স্বামী গংগা শংকৰ পাণ্ডেৰো বিশেষ সান্নিধ্য পাইছিলো। প্ৰতিমা বাইদেউ জীয়াই থকা কালতে তেখেতৰ বিষয়ে এলানি প্ৰবন্ধ লিখিছিলো যিবোৰ একাদিকক্ৰমে 'সাদিন', 'অগ্ৰদূত', 'আমাৰ অসম' আদি কাকতত প্ৰকাশ পাইছিল।

এইগৰাকী মহান শিল্পীৰ গোৱালপাৰীয়া গীতৰ অৱদানে সকলোকে স্তম্ভিত কৰি পেলাইছিল। কিন্তু গোৱালপাৰীয়া গীততকৈও মই আকৃষ্ট হৈ পৰিছিলো, প্ৰতিমা বাইদেউৰ জীৱন দৰ্শনৰ ওপৰত। সেয়ে তেখেতৰ ওচৰত বহি মাজে সময়ে তেখেতৰ বিষয়ে জানিবলৈ কিছুমান প্ৰশ্ন সুধি আমনি কৰিছিলো। কিন্তু মোৰ আশা পূৰণ হোৱাৰ আগতে তেখেতে আমাক এৰি থৈ গ'ল।

প্ৰথম অৱস্থাত মই প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱনক লৈ এখন জীৱনীমূলক গ্ৰন্থ লিখিম বুলি মনস্থ কৰিছিলো। কিছু তথ্যপাতি যোগাৰ কৰাত লাগিলো। কিন্তু কিছুদিনৰ

মূৰত এই সিদ্ধান্ত সলনি কৰিলো। কিয়নো মোৰ ক্ষুদ্ৰ জ্ঞান আৰু সামান্য অভিজ্ঞতাৰ দ্বাৰা গোৱালপাৰীয়া লোকগীতৰ সম্ৰাজ্ঞী পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱনীমূলক গ্ৰন্থ ৰচনা কৰাৰ ধৃষ্টতা নেদেখুৱাই তেখেতৰ বিষয়ে বিস্তৰভাৱে জনা আৰু তেখেতক অতি ওচৰৰ পৰা পোৱা বিশেষ ব্যক্তি সকলৰ বাস্তৱ জ্ঞানৰ ওপৰত একোটি আলোচনামূলক প্ৰৱন্ধ সংকলন কৰি কিতাপ আকাৰে উলিয়ালে ভাল হ'ব বুলি বিবেচনা কৰি যুঁজত নামি পৰিলো। 'যুঁজ' এই কাৰণেই কোৱা হৈছে যে, ডাঙৰ আকাৰৰ কিতাপ প্ৰস্তুতি কৰিবলৈ বহুজনৰ পৰা লিখা সংগ্ৰহ কৰিবলগীয়া কামটো বৰ টান। সেইবোৰ মানুহৰ নাম বাচি উলিওৱা আৰু লিখিবলৈ অনুৰোধ কৰাৰ লগতে সেই লিখাবোৰ সংগ্ৰহ কৰাটো সিমান সহজ নহয়।

এই ক্ষেত্ৰত পোন প্ৰথমে আমি কৃতজ্ঞতা স্বীকাৰ কৰা ব্যক্তিজন হ'ল প্ৰতিমা বাইদেউৰ স্বামী গংগা শংকৰ পাণ্ডে ডাঙৰীয়া। মই তেখেতৰ ওচৰ চাপি মোৰ মনৰ ভাব ব্যক্ত কৰি তেখেতৰ সহায় সহযোগিতা কামনা কৰি অনুৰোধ কৰিলো। অতি সুখৰ কথা যে, পাণ্ডে ছাৰে প্ৰথম প্ৰস্তাৱতে সন্মতি জনাই মোলৈ যথেষ্ট সহায় আগবঢ়ায়। তেখেতে অতি যত্নেৰে ৰখা প্ৰতিমা বাইদেউৰ সৰু কালৰ পৰা অন্তিম মুহূৰ্তলৈ কেমেৰাত আৱদ্ধ হোৱা ফটোবোৰ মোক দিয়ে। প্ৰতিমা বাইদেউৰ জীৱনত পোৱা বঁটা, সম্বৰ্দ্ধনা পত্ৰ আদিৰ ফটো ল'বলৈ সুবিধা দিয়া আৰু আটাইতকৈ ডাঙৰ কামটো হ'ল, কাৰ কাৰ পৰা লিখা ল'লে কিতাপখনৰ সৌষ্ঠৱ বাঢ়িব আদি কথা মোক জনায়। তেখেতৰ কথামতেই মই লিখকসকলৰ এখন সূচী তৈয়াৰ কৰি ল'লো। তেখেতক মই প্ৰথমেই ধন্যবাদ আৰু শলাগ জনালো। ক'লে ভাল নুশুনিলেও মই ক'বলৈ বাধ্য যে, মোৰ সহধৰ্মিনী শ্ৰীমতী ৰূপৰেখাই এই কিতাপখন প্ৰণয়ন কৰাত যথেষ্ট কষ্ট স্বীকাৰ কৰিছে। মোৰ লগত বিভিন্নজন লিখকৰ ওচৰত লিখাৰ বাবে আবেদন কৰা, লিখা সংগ্ৰহ কৰা, গান সংগ্ৰহ কৰা আৰু লিখাবোৰৰ প্ৰতিলিপি কৰা আদি কামত সকলো সময়ত সহযোগিতা আগবঢ়াই আহিছে। মই এই চেগতে তেওঁলৈ শলাগ জনাইছো। মোৰ পৰম বন্ধু ভাতৃস্বৰূপ বিশাল প্ৰকাশনৰ স্বত্বাধিকাৰী আৰু মাহেকীয়া 'বাৰ্তাপখিলী' আলোচনীৰ সম্পাদক ব্ৰজেন্দ্ৰ নাথ ডেকাৰ প্ৰতিটো পদক্ষেপতে দিয়া সহযোগিতা, লিখকৰ নামৰ সূচী তৈয়াৰ কৰা, নিতৌ কেইজনমান লিখকৰ লগত টেলিফোন যোগে যোগাযোগ কৰা, লিখাবোৰ নি ডি টি.পি. আৰু প্ৰেছলৈ দিয়া, কিতাপবোৰ বাইণ্ডিং কৰা আদি সকলো কামতে অশেষ কষ্ট কৰিছে। সেয়ে তেখেতক মই আন্তৰিক ধন্যবাদ আৰু ওলগ জনাইছো। মোৰ বাল্য বন্ধু তথা বৰ্তমান অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড জগদীশ পাটগিৰীক মই এই চেগতে স্মৰণ কৰিবই লাগিব। লিখকৰ সূচী দিয়া, বিভিন্ন দিহা পৰামৰ্শ আৰু সাহস দিয়াৰ বাবে মই তেখেতৰ ওচৰত কৃতজ্ঞ। কিতাপখনৰ বেটুপাত অংকন কৰি দিয়াৰ বাবে আমাৰ বন্ধু চন্দন চুতীয়াদেৱৰ শলাগ লৈছো।

কিতাপখন ডি.টি.পি. কৰা আৰু প্ৰুফ চোৱা আদি কামৰ বাবে শ্ৰদ্ধেয় পবিত্ৰ কুমাৰ ডেকাদেৱক কৃতজ্ঞতা আৰু ধন্যবাদ জনাইছো।

শেষত এই কিতাপখনিত অশেষ কষ্ট কৰি যিসকল গুণৱান ব্যক্তিয়ে প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱনৰ ওপৰত আলোকপাত কৰি তেখেতসকলৰ বহুমূলীয়া প্ৰবন্ধবোৰ মোক ইয়াত ছপাবলৈ অনুমতি প্ৰদান কৰি মোলৈ পঠিয়াইছে, তেখেতসকলক মই শতবাৰ ধন্যবাদ আৰু শলাগ যাচিছো। কিয়নো ডাল-পাত আদি নেথাকিলে গছৰ অস্তিত্ব নোহোৱাৰ দৰে তেখেতসকলৰ এই অকুণ্ঠ সহযোগেৰে লিখা প্ৰবন্ধবোৰ নহ'লে এই কিতাপখন যুগুত কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে।

পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱন আৰু গোৱালপাৰীয়া সংস্কৃতিৰ পথাৰখনত এই মহান শিল্পী গৰাকীৰ অৱদান সংক্ৰান্ত গুণী-জ্ঞানী লোকসকলৰ নিষ্ঠাৰে লিখা প্ৰবন্ধবোৰ সংগ্ৰহ কৰি কিতাপ আকাৰে উলিয়াবলৈ মোৰ প্ৰথম প্ৰচেষ্টা সফল হ'ব তেতিয়াহে, যেতিয়া সদাশয় পঢ়ুৱৈ সমাজে এই কিতাপখনি পঢ়ি লাভবান তথা উপকৃত হ'ব। মই আশা কৰো, প্ৰতিমা বৰুৱা পাণ্ডেৰ বিষয়ে একেবাৰে নজনা জনে এই কিতাপখনিৰ জৰিয়তে কিছু কথাৰ উমান পাব আৰু জনাজনেও অধিক কথা জানিব পাৰিব। মই দুঃখিত যে, প্ৰতিমা বৰুৱা পাণ্ডেৰ বিষয়ে বেচিকৈ জনা মানুহো হয়তো বহুত আছে, যিসকলক মই যোগাযোগ কৰিব নোৱাৰিলো বা যোগাযোগ কৰাৰ পিছতো বিশেষ অসুবিধা বশতঃ তেখেতসকলে মোলৈ তেখেতসকলৰ বহুমূলীয়া লিখনি পঠিয়াব নোৱাৰিলে।

শেষত সকলোৰে ওচৰত অনিচ্ছাকৃত ভুল-ত্ৰুটিৰ বাবে মাৰ্জনা বিচাৰি তথা ভুল ত্ৰুটিবোৰ শুধৰাই দিব বুলি আশা ৰাখিলো।

বিনয়াবনত
**প্ৰফুল্ল বৰ্মন** (সংকলক)
পূৱ শৰণীয়া, গুৱাহাটী-৩

১৪ ফেব্ৰুৱাৰী
২০০৪ চন



# প্ৰতিমাৰ কথা

**□ শীলভদ্ৰ**

**ম**ই প্ৰতিমা বৰুৱা পাণ্ডেক সৰুৰে পৰা চিনি পাওঁ। গৌৰীপুৰত তেতিয়া কিমাননো মানুহ আছিল? সকলোৰে সৈতে সকলোৰে এটা আন্তৰিকতাপূৰ্ণ সম্বন্ধ আছিল। জাতি, ধৰ্ম, আৰ্থিক অৱস্থা, এইবোৰ লৈ কথা নাই। এনেকুৱা পৰিবেশত প্ৰতিমাৰ জীৱন-দৰ্শন গঢ়ি উঠিছে।

যি কোনো ক্ষেত্ৰতে শীৰ্ষস্থান অধিকাৰ কৰিবলৈ হ'লে প্ৰতিভাৰ লগতে সেই প্ৰতিভা বিকশিত হোৱাৰ সহায়ক হিচাপে এটা অনুকূল পৰিবেশো লাগে। প্ৰতিমাৰ সহজাত প্ৰতিভাৰ পূৰ্ণ বিকাশৰ ক্ষেত্ৰত গৌৰীপুৰৰ পৰিবেশে তেওঁক যথেষ্ট সহায় কৰিছে। প্ৰতিমাৰ ককাদেউতাক গৌৰীপুৰৰ জমিদাৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ আছিল শিক্ষা আৰু সংস্কৃতিৰ প্ৰতি অকৃত্ৰিম অনুৰাগ। প্ৰভাত চন্দ্ৰৰ ডাঙৰ ল'ৰা প্ৰমথেশ বৰুৱাৰ কথা সকলোৰে জানে। তেওঁৰ দ্বিতীয় পুত্ৰ প্ৰকৃতিশ বৰুৱা 'লালজী' নামেৰে অধিক পৰিচিত। প্ৰসিদ্ধ বঙালী লেখক বুদ্ধদেৱ গুহই তেওঁৰ এখন কিতাপত লালজীৰ বিষয়ে বিস্তৃত ভাৱে লিখিছে। শ্ৰী হিৰণ্য কুমাৰ ভট্টাচাৰ্যদেৱে তেওঁৰ সদ্য প্ৰকাশিত কিতাপ 'জীৱন বিচিত্ৰা'ত তেওঁ ধুবুৰীত এছ পি হৈ থকা কালত লালজীৰ সৈতে জংঘলত চিকাৰ কৰাৰ কাহিনীৰ লগতে মংস চিকাৰৰ কথাও বৰ্ণনা কৰিছে। শ্ৰী ভট্টাচাৰ্যৰ ভাষাতেই কওঁ ঃ "লালজীৰ লগত চিকাৰ কৰিবলৈ আৰু বৰশী বাবলৈ বহু ঠাইলৈ গৈছিলো আৰু তেখেতৰ হৃদয়ৰ বিশালতা আৰু অগতানুগতিক, ৰোমান্টিক, কৌতুকবিলাসী ব্যক্তিত্বই মোক আজিও সম্মোহিত কৰি ৰাখিছে। দুঃখৰ কথা যে লালজীৰ জনজীৱন আৰু বন্যজগতৰ প্ৰতি আগবঢ়োৱা অৱিহনাৰ বিষয়ে অসমে আজিও গম নাপায়।"

লালজী সঁচাকৈ আছিল এগৰাকী দক্ষ চিকাৰী। বন্যপ্ৰাণী সম্বন্ধে, বিশেষকৈ হাতী সম্বন্ধে তেওঁৰ আছিল অগাধ জ্ঞান।

এই লালজীৰ ডাঙৰ ছোৱালী হ'ল প্ৰতিমা। ৰাজ পৰিয়ালৰ ছোৱালী হ'লেও প্ৰতিমাইতক সাধাৰণ মানুহৰ পৰা আঁতৰাই আনি আলফুলকৈ আইনাৰ সজাত বন্দী কৰি

ৰখা হোৱা নাছিল। চিকাৰ কেম্পলৈ যাওঁতে দেউতাকে ছোৱালী প্ৰতিমা আৰু পাৰ্বতীকো লগত লৈ গৈছিল।

কেম্পত থাকি, বিশেষকৈ মাউত, ফান্দী এওঁলোকৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহি পাৰ্বতীয়ে হাতীৰ বিষয়ে জ্ঞান আহৰণ কৰিলে আৰু প্ৰতিমাই অকলশৰে জংঘলত থকা মাউত আৰু যোগালিবোৰে অন্তৰৰ পৰা গোৱা অবিকৃত গীতবোৰ শুনি লোকগীতৰ প্ৰতি অধিক আকৃষ্ট হৈ পৰিল, দেউতাকেও ছোৱালীবোৰক উৎসাহ দিছিল।

হাতীৰ মাউত বা যোগালি বুলি নহয়, এই সাধাৰণ মানুহৰ সৈতে সহজে মিলি যাব পৰা আৰু সাধাৰণ ভাৱে থাকিব পৰাটো গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ সংস্কৃতিৰ অন্যতম নিদৰ্শন বুলি ক'ব পাৰি। নহ'লে অগম্য গাঁৱৰ বুঢ়ামেথাৰ পৰা লুপ্ত হৈ যাবলৈ লোৱা গোৱালপাৰীয়া লোকগীতৰ অমূল্য সম্পদ অবিকৃত ভাৱে উদ্ধাৰ কৰা সম্ভৱ নাছিল।

পুৰণি কথা ক'বলৈ গ'লে বহুতো কথাই মনত পৰে। অপ্ৰাসংগিক যেন লাগিলেও সেইবোৰ কথাৰো তাৎপৰ্য নথকা নহয়।

লালজীয়ে কেতিয়াবা গুৱাহাটীলৈ আহিলে আমাৰ ওচৰতে থকা তেওঁৰ অইন এজনী ছোৱালী পিলুৰ (প্ৰণতি ফুকনৰ) ঘৰত উঠিছিল। তেতিয়া তেও আমাৰ ঘৰতো এপাক মাৰি গৈছিল। গৰমৰ দিনত তেওঁৰ পিন্ধনত অতি সাধাৰণ হাফপেন্ট আৰু স্পোর্টচ গেঞ্জী। মূৰত এটা নেপালী টুপি আৰু ভৰিত এযোৰ পাম্পছু। মোৰ সৰু ল'ৰাজন তেতিয়া সৰু। সি আচৰিত হৈ সুধিছিল, 'ৰজাৰ ল'ৰা বোলে, এনেকৈ থাকে কিয়?'

সেইটোৱেইতো কথা। যাৰ নিজৰ গুণ আৰু প্ৰত্যয় আছে তেওঁক বাহিৰা চাকচিক্য নালাগে নহয়। মানুহেতো দেখিছে, অনুষ্ঠানত গান শুনিছে, দূৰদৰ্শনতো দেখিছে। প্ৰতিমাৰ পোছাক পৰিচ্ছদ আছিল অতি সাধাৰণ। পিন্ধনত এখন সাধাৰণ কপাহী শাৰী, গাত আ-অলংকাৰ প্ৰায় নাই, কোনো ৰকমৰ প্ৰসাধনো নাই। এইবোৰ কথাৰো তাৎপৰ্য নোহোৱা নহয়। ভিতৰত বস্তু থাকিলে বাহিৰা প্ৰদৰ্শনীৰ প্ৰয়োজন নাই। মোৰ ষ্টেইনবেকে বৰ্ণনা কৰা এটা পাৰ্টিৰ কথা অলপ অলপ মনত পৰিছে। এটা অভিজাত সমাজৰ পাৰ্টিত ফটা কামিজ পিন্ধি এজন মানুহ আহিছে। তাকে দেখি লেখকে মন্তব্য কৰিছে - মানুহজন কিমান ধনবন্ত হ'লেহে এনেকুৱা ফটা কামিজ পিন্ধি নিঃসংকোচে মানুহৰ মাজত ঘূৰি ফুৰিব পাৰে?

কাৰোবাক জানিবলৈ হ'লে তেওঁৰ পটভূমিৰ কথাও অলপ জানিব লাগে।

গোৱালপাৰীয়া লোকসংস্কৃতি প্ৰায় লুপ্ত হ'বলৈ লৈছিল। লোকগীতবোৰ লৈ গায়কসকলৰ মনত এটা হীনমন্যতাবোধৰ সৃষ্টি হৈছিল। আগমনীৰ এজন মানুহে খুব ভাল গোৱালপাৰীয়া গীত গায় বুলি শুনি আছিলো। মই আগমনীত ঠিকাৰ কাম কৰি থকা সময়ত এদিনা গধূলি মোৰ বন্ধু প্ৰতুলে মোক গায়কজনৰ ঘৰলৈ লৈ গৈছিল। প্ৰতুলৰ আগমনীৰ ফালে যথেষ্ট মাটিবাৰী আছিল। তেওঁ সেইবোৰ চাবলৈ গৈ আমাৰ কেম্পত আছিল।

আমি গায়কজনৰ গান শুনাৰ আগ্ৰহ প্ৰকাশ কৰাত তেওঁ বৰ অস্বস্তি বোধ কৰিবলৈ ল'লে।

"এ্যাঃ আমাৰ এইগলা চাষাভূষা মানষিৰ গান। তোমাৰ বাবু ভাইয়া মানষি, তোমা'ৰ এইগুলা কি শুনবেন? পৰতুল বাবুৰো যে কথা।"

তেওঁ প্ৰথমে সসংকোচে আৰম্ভ কৰিলে কিন্তু এবাৰ আৰম্ভ কৰাৰ পিছত তেওঁ পৰিবেশৰ কথা পাহৰি গ'ল, আমাৰ উপস্থিতিৰ কথাও বোধহয় পাহৰি গ'ল। লগতে ময়ো সকলো চিন্তা ভাবনাৰ পৰা মুক্ত হৈ পৰিলো। এক স্বৰ্গীয় অনুভূতি।

মই আগমনীত শিলগুটিৰ যোগান ধৰা কাম কৰিছিলো। গংগাধৰ নৈৰ উজনিৰ পৰা নাৱৰীয়াবোৰে শিলগুটি লৈ আহিছিল। এইবোৰ নাৱৰীয়াবোৰৰ মুখতো মই গোৱালপাৰীয়া লোকগীত শুনিছিলো। একেবাৰে অবিকৃত মৌলিক ৰূপত। মই মোৰ কিতাপ 'আগমনীৰ ঘাটত এইবোৰ কথা লিখিছো।

নাৱৰীয়াবোৰে গোটেই দিনটোৰ কঠোৰ পৰিশ্ৰমৰ ক্লান্তি উপেক্ষা কৰি সকলো দুখ বেদনা পাহৰি বহু ৰাতিলৈ আগমনীৰ ঘাটত তম্বুৰ তলত গোট খাই দোতোৰা বজাই মুক্তকণ্ঠে গীত গাইছিল। সময়ৰ ব্যৱধান অতিক্ৰম কৰি সেই গীত এতিয়াও মই শুনা পাওঁ।

'বৈঠা মাৰো বৈঠা মাৰো ৰে,
আৰে ও বাইচাৰ ভাইয়া ৰে
কৰিয়া বৈঠা মাৰিয়া যাও ৰে।

নাৱৰীয়াসকলৰ মাজত কোঞ্চাত আছিল এগৰাকী অনন্য প্ৰতিভাশালী শিল্পী। মোৰ অকৃত্ৰিম অনুৰাগ সম্বন্ধে নিশ্চিন্ত হৈ কোঞ্চাতে সংকোচমুক্ত হৈ মোক গান শুনাইছিল।

'হস্তীৰ কন্যা, হস্তীৰ কন্যা
বামুনেৰ নাৰী।
মাথায় নিয়া তাম কলসী
ও সখী, হাতে সোনাৰ ঝাড়ী।'

অতবা,

'আকাশেতে নাই যে চন্দ্ৰ,
তাৰা কেমন জ্বলে।
যেও নাৰীৰ পুৰুষ নাই ও,
ও তাৰ ৰূপে কি কাম কৰে।

একেবাৰে অন্তৰৰ পৰা নিগৰি অহা আদিম অনুভূতিৰ প্ৰকাশ। কোঞ্চাতৰ মুখত শুনা সেই গীতবোৰৰ প্ৰতিধ্বনি প্ৰতিমাৰ কণ্ঠত অবিকৃত আৰু নিৰ্ভুল ভাৱে ফুটি উঠিছে। প্ৰতিমা বৰুৱা পাণ্ডেৰ অনন্য কৃতিত্ব এইটোৱেই যে তেওঁ কোঞ্চাইঁতৰ দৰে নিম্ন শ্ৰেণীৰ

মানুহে অৰ্থাৎ চাষাভূষাই গোৱা আৰু প্ৰায় লুপ্ত হৈ যাবলৈ লোৱা গোৱালপাৰীয়া গীতক এক সন্মানৰ আসনত প্ৰতিষ্ঠা কৰিছে। প্ৰতিমাই বঁটাবাহন কি পাইছে মই সেইবোৰ কথা বৰ্ণনা কৰিবলৈ নাযাওঁ, কিন্তু আজি জুবিন গাৰ্গৰ দৰে জনপ্ৰিয় গায়কেও গোৱালপাৰীয়া' গীত গাবলৈ লৈছে। মই জানো, কাৰণ ময়েই কেইমাহমান আগতে তেওঁৰ এটা কেছেট উন্মোচন কৰিছো। সেইদৰে উত্তৰ লখীমপুৰৰ ছোৱালী (মোৰ চকুত ছোৱালীয়েই) জ্যোতিৰেখা ভট্টাচাৰ্যৰ (মিণিৰ) গোৱালপাৰীয়া লোকগীতৰ কেছেট এটাও অলপতে ময়েই উন্মোচন কৰিছো। এই কেছেট দুটা মই উন্মোচন কৰিছো কাৰণে মই জানো। আৰু বা কিমানে এই গীত গাবলৈ লৈছে মই গমেই নাপাওঁ। গৌৰীপুৰৰ মানুহ হিচাপে মই প্ৰতিমাক লৈ গৰ্ব বোধকৰো।



# জল্‌সাতেই বিচাৰি পাইছিলো প্ৰতিমাক

❑ ড° ভূপেন হাজৰিকা

নিজৰাপাৰৰ ঘৰটো তেতিয়া পকী হোৱাই নাছিল। এটা প্ৰকাণ্ড খেৰাঘৰ আছিল তেতিয়া। এতিয়াৰ দৰে লাইট পানী-ৰাস্তা একেবাৰেই নাছিল। নিজৰাপাৰৰ ঘৰটোলৈ অহাৰ আগতে আমি খাৰঘুলিত আছিলো, ভাৰাঘৰত। দীঘলীয়া খেৰীঘৰ, মজিয়া কেঁচা। প্ৰতিমা আমাৰ ঘৰলৈ আহে। লগত আহে বাজনা-বাদকসকল। কেতিয়াবা দুদিন, কেতিয়াবা এসপ্তাহ থাকে আমাৰ ঘৰত। সেইকেইদিন আমাৰ ঘৰত একপ্ৰকাৰ গানৰ উৎসৱেই হয়। ৰুবী, কবিতা, কুইন, অমৰ, প্ৰবীণ, নৃপেন, ৰাণা সমৰ কাৰো গাত তত্ নোহোৱা হয়। পুৱাৰ পৰা নিশালৈ মাথোঁ গানৰ আড্ডা। সন্ধিয়া সময়ত আড্ডা বেচি জমি উঠে। আন বহুজন সন্ধিয়া গান শুনিবলৈ আমাৰ ঘৰলৈ আহে। গানৰ আড্ডা শেষ হোৱাৰ পিছত আমি নিজৰাপাৰত বহোঁ। এইক্ষেত্ৰত ৰাণা (জয়ন্ত হাজৰিকা)ৰ উৎসাহ আটাইতকৈ বেছি। প্ৰতিমাই এফালৰ পৰা গাই যায়- 'একবাৰ হৰি বোল মন ৰসনা/ মানৱ দেহেৰ গৌৰৱ কৈৰ না/ মানৱ দেহা মাটিৰ ভাণ্ড/ ভাঙিলে হৈব খণ্ডেৰ খণ্ড/ এ ভব নদী কেমন হৈব পাৰ/ একবাৰ হৰি বোল মন বাৰে বাৰ/ বেলা ডুবিলে হৈব অন্ধকাৰ' ৰাণাই প্ৰতিমাৰ লোকগীতত একান্ত মনে গীটাৰ বজায়। দুই শিল্পীৰ সুৰৰ সৈতে কি অপূৰ্ব মিতিৰালি। আজি বৰকৈ মনত পৰিছে সেই কথাবোৰ ।

প্ৰকৃততে প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ ৰাজহাউলীৰ আড্ডাতেই মই আবিস্কাৰ কৰিছিলো, প্ৰতিমাক। লালজীৰ (প্ৰতিমা পাণ্ডেৰ পিতৃ) ৰাজ অট্টালিকাত তেতিয়া প্ৰায়েই শিল্পীৰ সমাবেশ ঘটে। ৰজা হৈও প্ৰজাৰ দুঃখ বুজা পৰিয়াল সেইটো। হেমাংগ বিশ্বাস, বিষ্ণু ৰাভা - সকলো গৈছিল তালৈ। ময়ো প্ৰায়েই লালজীৰ ঘৰলৈ গৈছিলো। প্ৰমথেশ বৰুৱাই প্ৰায়েই কৈছিল -- প্ৰতিমাই সুবিধা পালে ডাঙৰ শিল্পী হ'ব। শুনিছিলো -- হাতীৰ শাল

থকা ৰাজপৰিয়ালটোৰ পৰম্পৰা অনুসৰি প্ৰতিমা চিকাৰলৈও গৈছিল। কোনে জানো কৈছিল -- ৬টাকৈ বাঘ চিকাৰ কৰিছিল প্ৰতিমাই। হাতীও ধৰিছিল কেবাটাও। হাতী ধৰাৰ, উন্মত্ত হাতীক বইচ কৰাৰ সকলো কায়দা-কিটিপ জানিছিল প্ৰতিমাই। বন্যজীৱৰ ভাষাও বুজি পাইছিল তেওঁ। সেইবাবেই হয়তো দৰদ ঢালি গাব পাৰিছিল হাতীৰ কথা, হাতীৰ মাউতৰ হৰ্ষ-বিষাদৰ অনুভূতি। এইচ এম ভিত প্ৰথমবাৰৰ বাবে গীত ৰেকৰ্ডিঙৰ কথা কওঁতে প্ৰতিমাই আনন্দত কান্দি দিছিল। প্ৰভাত বৰুৱা, প্ৰমথেশ বৰুৱা, প্ৰকৃতিশ বৰুৱাৰ ঘৰত বহু গানৰ আসৰত প্ৰতিমায়ো গীত গাইছিল। সুন্দৰ, স্পষ্ট, নিভাঁজ, জড়তাহীন শব্দ। চমৎকাৰ প্ৰকাশভংগী, সাৱলীল শব্দোচ্চাৰণ। মই অভিভূত হৈ পৰিলো। প্ৰতিমাক সুধিলো - এয়া কি গীত? 'দেশী গীত' -- চিধা উত্তৰ। 'আমি গোৱা গীত'বোৰ কি বিদেশী?' ওলোটাই ধৰিলো। মই তেতিয়া ভাবিলো -- এই সুৰ-গীত বিশ্বসভালৈ নিব লাগিব, বুঢ়া লুইতৰ দুয়োপাৰে ছটিয়াব লাগিব সুৰৰ সঁফুৰা। ভবা মতেই কাম। এইছ এম ভিৰে যোগাযোগ কৰিলো, ইতিবাচক সঁহাৰি পালো। দুয়ো একেলগে গালো - 'বাৰো মাসে তেৰ ফুল ফুটে... যমুনাৰ জলে। তুমৰা নাযায় অ' নাযায় অ' নাযায় অ'/ চইৰে অইনা যমুনাৰ জলে 'আৰে গেইলে কি আসিবেন / মোৰ মাহুত বন্ধু ৰে', লাও খাৱাৰ পাৰে ইপাৰে/ মাও মোৰ কেওৰা /বাকেলটিৰ ফুলো' আদি গীত। প্ৰতিমাই নিজেও গালে -- 'হস্তীৰ কন্যা হস্তীৰ কন্যা বামণেৰ নাৰী', 'অ' মোৰ মইশাল। পাইৰে হামিয়া মাৰিবে ৰে', 'কি বন্ধু বাৰীতে / তাল গাছে ঢোলে', 'বাথান বাথান কাহুৰে বৈসাল ৰে', 'এ প্ৰাণ কোকিলাৰে / জমন কোকিলাৰ মোৰ', 'দিনে দিনে খচিয়া পৰিবে / ৰংগীলা দালানেৰ মাটি গো / সাইৰে কোন ৰংগে', 'নদীত ফোটে নদীয়া জলা... মদন চৰা' আদি গীত। যিয়েই শুনিলে প্ৰতিমাৰ গীত, সিয়েই প্ৰতিমাৰ ভক্ত হৈ পৰিল। গোৱালপাৰাৰ 'দেশী গীত ' এদিন অসমীয়া হিয়াৰ আমঠু হ'ল - গোৱালপাৰীয়া লোকগীত ৰূপে। এদিন অসমৰ পৰিধি নেওচি তেওঁ ভাৰত ভ্ৰমিলে, গতি কৰিলে বিশ্বসভালৈ। আকাশবাণীৰ কলকতা কেন্দ্ৰই গীত গোৱাব খুজিছিল প্ৰতিমাক। মই বোলো -- প্ৰথমে গুৱাহাটী ৰেডিঅ', পিছতহে কলকাতা ৰেডিঅ'। কথাবোৰ সেইদৰেই হ'ল।

কেৱল শিল্পী-গায়িকাই নহয়, প্ৰতিমা আছিল গোৱালপাৰীয়া লোকগীতৰ গৱেষকো। ১৯৭০ৰ পৰাই প্ৰতিমাই বহু পৰীক্ষা-নিৰীক্ষাৰে এই বিশেষ ধাৰাটোক জীপাল কৰিছে, মূলত আঘাত নপৰাকৈ। প্ৰতিমাৰ মৃত্যু এক ডাঙৰ ক্ষতি। তেওঁ ৰজাৰ কন্যা হৈও সকলো ধৰণৰ আনুষ্ঠানিকতা আভিজাত্যৰ পোছাক দলিয়াই পেলাইছিল। সোমাই পৰিছিল গাঁৱে-ভূঁয়ে, মানুহৰ হৃদয়ত। এয়া একপ্ৰকাৰ বিপ্লৱ - আন্দোলন। ৰূপান্তৰৰ মাজেৰেই যুগান্তৰৰ শলিতা জ্বলাইছিল প্ৰতিমা পাণ্ডে বৰুৱাই। আজি পুৱা কমল (কটকী) আৰু সমৰে (হাজৰিকা) মোক প্ৰায় একে সময়তে দিলে প্ৰতিমা হেৰাই যোৱাৰ দুঃসংবাদ। মনটো বিষাদেৰে ভাৰাক্ৰান্ত হ'ল। লৰৰি গ'লো জি এন আৰ চিলৈ। এসোপা ফুলৰ মাজত শুই আছে প্ৰতিমা। তন্ময় হৈ চাই ৰ'লো। প্ৰতিমাৰ কঁপালৰ ৰঙা ফোটটো জিলিকি

আছিল। ঠিক যেন অস্ত আকাশৰ ডুবু ডুবু বেলিৰ দৰে। মনটোক প্ৰশ্ন কৰিলো - প্ৰতিমা আৰু মোৰ সম্পৰ্ক কি? মই প্ৰতিমাক কৈছিলো - আমাৰ সম্পৰ্কৰ মাধ্যম সঙ্গীত। সঙ্গীতৰ বাবেই দুয়োৰে দুয়োৰ প্ৰতি আছিল দুৰ্বাৰ আকৰ্ষণ - তান। প্ৰতিমাই কিন্তু কথাটো বেলেগ ধৰণে ভাবে। তেওঁৰ মতে এই সম্পৰ্ক আত্মিক। তেওঁ শিষ্য, মই গুৰু। কেতিয়া নাজানো, প্ৰতিমাই মোক মনতে গুৰু ভজি লৈছিল । অৱশ্যে ময়ো প্ৰতিমাক কুইন, ৰুবিহঁতৰ দৰেই মৰম কৰো। যিয়েই নহওক কিয় 'আমি একেখন নাৱৰে যাত্ৰী'। মনটোৱে অতীতলৈ ঢাপলি মেলিলে। ডেউকা কঁপাই উৰি গ'ল দূৰ-দূৰণিলৈ। অৱশ্যে কেতপৰ - - 'অলপ মুখখন দাঙি দিয়ক।' কোনোবা ফটো সাংবাদিকৰ মাতত সম্বিৎ ঘূৰাই পালোঁ। কি নিৰ্ভেজাল শিল্পী আছিল তেওঁ। গণশিল্পীৰ শাৰীলৈ উত্তৰণ ঘটিছিল কম বয়সতে। আছুৰ ল'ৰাবোৰৰ বাবে তেওঁ কেইটামান দিন বাচি থাকিল। সমুজ্জ্বলে (ভট্টাচাৰ্য) জি এন আৰ চিৰ পৰা বাহিৰ কৰা শোভাযাত্ৰাটোৰ গুৰি ধৰিব লাগে। এইবোৰ মানুহৰ প্ৰতিমাৰে তেজৰ সম্পৰ্ক নাই। আছে আমাৰ। বীৰেণ দত্তৰ সৈতে একেলগে বিদায় দিলো প্ৰতিমাক -- যোৱা, তুমি কুশলে থাকা। মানুহৰ বাবে উৎসৰ্গিত জীৱন -- অজস্ৰ মানুহ আহিছে সেইবাবেই। পাৰ্বতিয়ে হুকহুকাই কান্দি আছে। নিখিলেশ বৰুৱাই মূৰত হাত দি আছে। বেছি পৰ চাই থাকিব নোৱাৰিলো। কমলে এখন চকী লৈ আগুৱাই দিলে। মই বহি পৰিলো। সাংবাদিকে জুমুৰি দি ধৰিছে। উপচি পৰিছে শিল্পী-সাহিত্যিক। বয়সৰ হেঁচা নেওচি শৰৎ সিংহও আহিছে। মন কৰিলো -- ভিৰৰ মাজতো যেন সকলোৱেই অকলশৰীয়া অনুভৱ কৰিছে। প্ৰতিমাৰ এটি নাতিনীক কোলাত লৈ চেষ্টা কৰিলো অশান্ত মনটোক শান্ত কৰাৰ...।



# গৈছিলে কি আসিবেন.....

□ পবিত্র কুমাৰ ডেকা

'So he builts him a boat
mix up of blue
With the eyes of black and
brown and blue
That's the reason
Even I have one World
and have one sky
We are in the same boat brother
in the same boat brother.'

**'আমি একেখন নাঁৱৰে যাত্ৰী'**- গাঁৱে-ভূঞে, চহৰে-নগৰে, গৌৰীপুৰৰ লোকসংগীতৰ লগতে, সমগ্ৰ বিশ্বৰ জনগণৰ মনৰ, এই সুৰীয়া বাণী কঢ়িয়াই ফুৰিছিল, লোকসংগীতৰ খ্যাতনামা শিল্পী প্ৰতিমা বৰুৱা পাণ্ডেই। আঞ্চলিক ভাষাৰ লোক সংগীতৰ শিল্পী হৈও, কেনেকৈ আন্তৰ্জাতিক হ'ব পাৰি, তাৰ উদাহৰণ আছিল প্ৰতিমা বৰুৱা পাণ্ডে।

সাধনা আৰু বিশ্বাসৰ বলতে, লোকসংগীতক মানুহৰ মাজত বিলাই ফুৰি, অতি সাধাৰণ ভাবে জীৱন নিৰ্বাহ কৰা, এই গৰাকী লোকসংগীত শিল্পী প্ৰতিমা বৰুৱা পাণ্ডে আহিছিল, ' ৰাজা' উপাধীৰে ভূষিত, এক ঐতিহ্যপূৰ্ণ অভিজাত পৰিয়ালৰ পৰা। পিচে শিল্পী গৰাকীয়ে বিচৰা নাছিল তেওঁৰ সেই অতীতৰ অভিজাত জীৱনলৈ উভতি যাবলৈ। তাতকৈ প্ৰিয় আছিল তেওঁৰ বাবে ঘৰৰ কাষৰে গদাধৰ নদী।

আজি কেইবছৰমান আগতে 'শ্ৰেষ্ঠ জীৱনীমূলক ছবি'ৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা আৰু 'ভাৰতীয় পেনোৰামা'লৈ নিৰ্বাচিত প্ৰবীণ হাজৰিকা পৰিচালিত **'হস্তীৰ কন্যা'** তথ্যচিত্ৰখনৰ সমল গোটাই চিত্ৰনাট্য ৰচনা কৰাৰ সংক্ৰান্ততে লোকসংগীতৰ এই সম্ৰাজ্ঞী

গৰাকীৰ সৈতে কেইবাদিনো বহিছিলো, বহু কথা শুনিছিলো আৰু বহু কথা জানিছিলো। লগতে শুনিছিলো এটাৰ পিচত আনটো তেওঁৰ সুৰীয়া কণ্ঠৰ লোকগীত। তেতিয়াই তেওঁ আমাক কৈছিল যে, শৈশৱৰে পৰা গদাধৰ নদীখনে তেওঁক বহুত দিছিল। তেওঁ কৈছিল ঃ 'ভৰ বৰ্ষা কালে যখন গদাধৰেৰ মধ্যে নাওঁ খেলা হয়, মই সেই নাওখেলা দেখাৰ জন্যে দৌৰি দৌৰি যাও, নাও খেলাৰ গান শুনো, মনে মনে গান গুলা শিখো, ঘৰত যাইয়া গান গুলো লিখি ৰাখো, মনত ৰাখো আৰু গাও ঃ ' লাল গামছা ৰাঙা শৰীৰে.... '।

প্ৰতিমা বৰুৱা পাণ্ডেৰ বংশৰ অতীত ইতিহাস পোৱা যায় অষ্টম শতিকাৰ পৰা। সম্ৰাট জাহাংগীৰৰ দিনৰ পৰা 'ৰাজা' উপাধিৰে বিভূষিত এই বংশৰ উত্তৰাধিকাৰিসকল। এই বংশৰ 'কৰ্তা বাহাদুৰ' ৰাজা প্ৰতাপচন্দ্ৰ বৰুৱাই ১৮৫৬ চনত ৰাঙামাটিৰ পৰা গৌৰীপুৰলৈ বাসস্থান স্থানান্তৰ কৰে। ১৯০১ চনত 'ৰাজা' পদবী গ্ৰহণ কৰা এই বংশৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ পত্নী আছিল শিক্ষিতা আৰু উদাৰ হৃদয়ৰ সৰোজবালা। প্ৰভাত চন্দ্ৰ বৰুৱা আৰু সৰোজ বালাৰ পাঁচোটি সন্তানৰ প্ৰথমজন হ'ল ভাৰতীয় চলচ্চিত্ৰৰ অগ্ৰদূতসকলৰ অন্যতম প্ৰমথেশ চন্দ্ৰ বৰুৱা। তাৰ পিচত দুই কন্যা কুমাৰী নীহাৰবালা আৰু কুমাৰী নীলিমাবালা। তাৰপিচত দুই পুত্ৰ কুমাৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱা আৰু কুমাৰ প্ৰণবেশ চন্দ্ৰ বৰুৱা। প্ৰকৃতিশ চন্দ্ৰ বৰুৱা আৰু মালতী লতা বৰুৱাৰ তিনি গৰাকী কন্যা ঃ আটাইতকৈ ডাঙৰ প্ৰতিমা বৰুৱা, তাৰপিচত পূৰ্ণিমা আৰু প্ৰতিভা।

প্ৰতিমা বৰুৱাৰ জন্ম হৈছিল ১৯৩৪ চনৰ ৩ অক্টোবৰ তাৰিখে দুৰ্গাপূজাৰ সাদিন আগতে মহালয়াৰ দিনা ৰাতিপুৱা কলকাতাৰ বালিগঞ্জৰ বাসভৱনত। কলকাতাৰ বাসভৱনত আছিল গৌৰীপুৰৰ প্ৰমথেশ চন্দ্ৰ বৰুৱাসহ ৰাজপৰিয়ালৰ ভালেখিনি সদস্য। তাতে প্ৰতিমা বৰুৱাও আছিল। তেওঁৰ আৰম্ভনীৰ পঢ়া শুনা হয় কলকাতাৰ গোখ্‌লে মেমৰিয়েল গালৰ্ছ স্কুলত। পিচত গৌৰীপুৰ ছোৱালী হাইস্কুলত পঢ়ে। ১৯৫৩ চনত প্ৰৱেশিকাত উত্তীৰ্ণ হৈ পুনৰ কলকাতালৈ গৈ 'ছাউথ কেলকেটা গালৰ্ছ কলেজ'ত দুবছৰ পঢ়ি পৰীক্ষা নিদিয়াকৈ ঘৰলৈ ওভতি আহে ।

কলকাতাৰ বালিগঞ্জৰ বাসভৱনতেই আটাইখিনি ল'ৰা-ছোৱালীয়ে সংগীত, নৃত্য, আবৃত্তি আদি শিকিছিল। আনফালেদি প্ৰতিমাই স্কুলতো শিকিছিল ৰবীন্দ্ৰ সংগীত। প্ৰকৃততে পৰিয়ালৰ পৰিবেশটোৱেই তেওঁক সংগীতৰ প্ৰতি গভীৰ অনুৰাগী কৰি তুলিছিল। প্ৰতিমাৰ শৈশৱ আৰু কৈশোৰৰ দিনবোৰ পাৰ হৈছিল কেতিয়াবা কোলাহল মুখৰ কলকাতা মহানগৰীত, কেতিয়াবা গৌৰীপুৰৰ শান্ত স্নিগ্ধ প্ৰকৃতিৰ বুকুত।

প্ৰতিমা বৰুৱাই চিকাৰ কৰিবলৈও শিকিছিল দেউতাক প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ পৰা। 'লালজী' নামেৰে খ্যাত বিখ্যাত চিকাৰী প্ৰকৃতিশ চন্দ্ৰ বৰুৱাই জমিদাৰিৰ দায়িত্বও ল'ব লগা হৈছিল প্ৰতিমাৰ বৰদেউতাক প্ৰমথেশ চন্দ্ৰ বৰুৱাই কলকাতাত চলচ্চিত্ৰৰ কামত ব্যস্ত হোৱা বাবে। দেউতাকৰ বৰ লগ লৈছিল প্ৰতিমাই। বংশৰ পৰম্পৰা মতেই প্ৰতিমাইও চিকাৰ কৰিবলৈ শিকি ৬ টা লিঅ'পাৰ্ড আৰু এটা নফুট দীঘল বাঘ মাৰিছিল। শিল্পীগৰাকীয়ে

আমাৰ আগত কৈছিল ঃ 'কিন্তু বাঘ চিকাৰ কৰাটোত মোৰ কোনো দুখ নাছিল। বংশৰ পৰম্পৰা ৰক্ষা কৰিবলৈহে হিংস্র বাঘ গুলীয়াই মাৰিছিলো। পিচে নিপুন চিকাৰী হৈ বেছিদিন নাথাকিলো। অৰণ্য, প্ৰকৃতি, বন্য প্ৰাণী আৰু খাটি খোৱা মানুহৰ মাজলৈ আহি হৈ পৰিলো জনসাধাৰণৰ প্ৰাণৰ স্বতস্ফূৰ্ত সংগীতৰ অনুৰাগিনী।. দেউতাই ৰাজ পৰিয়ালৰ ছোৱালী বুলি মোক ঘৰৰ ভিতৰত সোমাই থাকিবলৈ দিয়া নাছিল। দেউতাই লৈ গৈছিল হাতী ধৰা কেম্পলৈ। সংঘলৰ পৰা বনৰীয়া হাতীবোৰ ধৰি আনি পোহ মনাবলৈ বা বশ মনাবলৈ ট্ৰেইনিং দিয়া হয়। তেতিয়া সিহঁতক মানুহৰ স্পৰ্শ দিয়া হয় যাতে হাতীবোৰৰ মানুহৰ প্ৰতি ভয় নাথাকে। সিহঁতে যাতে বুজি উঠে যে মানুহে সিহঁতক মৰমহে কৰে। তেতিয়াই মাউত সকলে কিছুমান গীত গায়। সেইবোৰক 'মাউতৰ গীত' বুলি কোৱা হয়। মোৰ জীৱনৰ Theme Song টো তাতে আৰম্ভ হৈছিল। সেযাই আছিল মোৰ Musicৰ Institution.'

সন্ধিয়া যেতিয়া মাউতসকলে কেম্পত বহি গীতবোৰ গায়, প্ৰতিমাই দেউতাকৰ অনুমতি লৈ তেওঁলোকৰ ওচৰত বহি গীতবোৰ শিকিছিল ঃ 'হস্তী কন্যা হস্তী কন্যা বামুনেৰ নাৰী', 'ও তোমৰা গেইলে কি আসিবেন, মোৰ মাহুত বন্ধু ৰে' আদি। ৰাজপৰিয়ালৰ ছোৱালী হৈ এনেকৈ মাউতসকলৰ লগত থাকি গীতমাত শিকা বা গোৱা কথাটো ঘৰৰ সকলোৱে ভাল পোৱা নাছিল যদিও প্ৰতিমাৰ সমৰ্থক আছিল দেউতাক। প্ৰতিমা বৰুৱাই কৈছিল ঃ ' মই কিন্তু তেতিয়া তেওঁলোকৰ গানৰ মাজত ডুব গৈছিলো-গানৰ composition ইমান rich কিন্তু সহজ-সৰল, সুৰৰতো কথাই নাই।' দেউতাক লালজীৰ দৰেই প্ৰতিমাৰো হাতীৰ সৈতে এক ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। 'প্ৰতাপ সিং' নামৰ দতাঁল হাতী এটাৰ পিঠিত উঠি প্ৰতিমাই ঘুৰি ফুৰিছিল অৰণ্য আৰু বিলৰ পাৰে পাৰে '

অকল অৰণ্যৰ হাতীয়ে নহয়, ৰাজবাড়ীৰ অন্দৰমহলৰ পৰিবেশেও প্ৰতিমাক দিছিল সংগীতৰ এক পৰিবেশ। পূজা পাবৰ্ণত পৰিয়ালত নানান নৃত্য-গীত হৈছিল। গোটেই নিশাটো ধৰি নৃত্য-গীত চলিছিল। প্ৰতিমাৰ দুয়োগৰাকী পেহীয়েক নিহাৰ বৰুৱা আৰু নীলিমা বৰুৱা লোকসংগীত, নৃত্য আৰু কলাৰ প্ৰতি অনুৰাগী আছিল। ৰাজবাড়ীৰ উৎসৱত প্ৰতিমাই শৈশৱৰে পৰা দেখিছিল ঃ 'নাচিতে নাচিতে কমলা সুন্দৰী, হালিয়া হালিয়া পৰেৰে, ভাল কৰিয়া বাজাওৰে দোতোৰা কমলা সুন্দৰী নাচে।'

প্ৰতিমা বৰুৱাৰ গানৰ আন এক উৎস আছিল - ঘৰত কাম কৰা মানুহখিনিয়ে গুণ গুনাই গোৱা গানবোৰ ঃ 'চোট ইলাচী বড় ইলাচী....।' আকৌ গান শিকিছিল মহৰ বাথানৰ পৰা, মহৰ গোৱাল বা মইষালৰ পৰা ঃ ' ধিকো ধিকো ধিকো মইষাল ৰে'।

প্ৰতিমা বৰুৱা পাগুেই আমাক কৈছিল ঃ '১৯৫৫ চন। মোৰ বয়স প্ৰায় কুৰি। মোৰ জীৱনৰ এটা উল্লেখযোগ্য বছৰ। সেই বছৰতে বৰদেউতা প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ পুত্ৰ অলকেশ বৰুৱাৰ বন্ধু ডঃ ভুপেন হাজৰিকাই পত্নী প্ৰিয়ম হাজৰিকাৰ সৈতে গৌৰীপুৰৰ ৰাজবাড়ীলৈ দেউতা 'লালজী'ৰ আতিথ্য গ্ৰহণ কৰিবলৈ আহিছিল।' স্বাভাৱিকতে

ডঃ ভূপেন হাজৰিকাৰ আগমনত ৰাজবাড়ীত গানৰ 'জলসা' বহিল। শিল্পীগৰকীয়ে অসমীয়া আৰু বাংলা কেবাটিও গীত গোৱাৰ পিচত পাল পৰিল প্ৰতিমা বৰুৱাৰ । ইমান এজন বিখ্যাত শিল্পীৰ সমুখত কি গান গাব? প্ৰতিমা বৰুৱা দোমোজাত পৰিছিল। 'লালজী'য়ে ইংগিত দিলে 'দেশী' গান গাবলৈ। প্ৰতিমাই গালে দোতাৰাৰ লগত : 'হস্তী কন্যা হস্তী কন্যা', 'ওহো মোৰ ভাবেৰে দেওৰা', 'সোণাৰ বৰণ পাখীৰে'। ডঃ হাজৰিকাই সেই দিনটোৰ কথা সুঁৱৰি আমাক কৈছিল : 'নহয় বঙালী, নহয় অসমীয়া। দুয়ো ভাষাৰে মাজত গানৰ কথা আৰু সুৰ। শুনিবলৈ বৰ মধুৰ। গানবোৰ শুনি বৰ ভাল পালো। ছোৱালীজনীৰ সুৰত এটি মিঠা বিশেষত্ব আছে। অন্যৰ লগত নিমিলে।'

ভূপেন হাজৰিকাৰ সংস্পৰ্শ আৰু অনুপ্ৰেৰণাই প্ৰতিমা বৰুৱাক গোৱালপাৰাৰ এই দেশী গানবোৰ গাইযোৱাৰ বাবে নতুন উৎসাহ যোগালে। ১৯৫৬ চনত ডঃ ভূপেন হাজৰিকা আকৌ গৌৰীপুৰলৈ আহিল। তেওঁ নিজেই '**এৰা বাটৰ সুৰ**' ছবিখন কৰিব। ছবিৰ নায়কে লোকসংগীত বিচাৰি সমগ্ৰ অসম ঘূৰি ফুৰিব। তাত প্ৰতিমা বৰুৱাইও গান গাব লাগে। যথাসময়ত কলকাতালৈ গৈ প্ৰতিমা বৰুৱাই ছবিখনৰ বাবে দুটি গোৱালপাৰীয়া লোকগীত গাইছিল। তেওঁৰ লগত আছিল অজয় বৰুৱা, অৰূপ বৰুৱা আৰু ভনীয়েক পূৰ্ণিমা আৰু প্ৰতিভা।

প্ৰতিমা বৰুৱাৰ জীৱনলৈ নতুন উৎসাহ আৰু উদ্দীপনা আহিল। গোৱালপাৰাৰ 'দেশী' গানৰ প্ৰসাৰত এক পদক্ষেপ দিয়া হ'ল। নিজৰ ব্যক্তিগত জীৱন যৌৱনৰ কথা বাদ দি, বিবাহৰ প্ৰস্তাৱো প্ৰত্যাখান কৰি সংগীত সাধনাত আওবাই গ'ল।

১৯৫৭ চনত আকৌ ভূপেন হাজৰিকা গৌৰীপুৰ পালেহি। এইবাৰ বাংলা ভাষাৰ ছবি কৰিব। মূল কাহিনী ৰাজ পৰিয়ালৰে অমলকেশ বৰুৱাৰ। প্ৰতিমা বৰুৱাই গাই জনপ্ৰিয় কৰা এটি গীতৰ পৰাই ছবিৰ নাম দিছিল '**মাহুত বন্ধুৰে**'। এটাৰ পিচত আনটোকৈ ছবিখনৰ বাবে কেইবাটিও গীত গালে প্ৰতিমা বৰুৱাই। ১৯৫৯ চনত '**মাহুত বন্ধুৰে**' ছবিখনে মুক্তি লভাৰ পিচত অতি জনপ্ৰিয় হ'ল গোৱালপাৰীয়া গীতকেইটি। আৰম্ভ হ'ল প্ৰতিমা বৰুৱাৰ সংগীত জীৱনৰ যাত্ৰা। আৰম্ভ হ'ল গোৱালপাৰীয়া দেশী গান, নাচ আৰু সংস্কৃতিৰ জয়যাত্ৰা। প্ৰতিমা বৰুৱাই ডঃ হাজৰিকাই সংগীত পৰিচালনা কৰা '**পলাশৰ ৰং**' আৰু বাংলা ছবি '**গজমুক্তা**'ৰো গান গালে। '**গজমুক্তা**'ত আছিল দেউতাক 'লালজী'ৰ জীৱন আধাৰিত চৰিত্ৰ এটা। বিশিষ্ট চলচ্চিত্ৰ নিৰ্মাতা ঋত্বিক ঘটকৰ মুক্তি নোপোৱা '**বগলাৰ বংগ দৰ্শন**' নামৰ ছবিখনৰ বাবেও প্ৰতিমা বৰুৱাই তিনিটা গীত গাইছিল কলকাতালৈ গৈ।

গোৱালপাৰীয়া এই লোকগীতৰ প্ৰসাৰৰ বাবে প্ৰতিমা বৰুৱাই আন এক পদক্ষেপ লৈছিল। সেইসময়ৰ আকাশবাণীৰ উপদেষ্টা ডঃ ভূপেন হাজৰিকা, ৰুদ্ৰ বৰুৱা আৰু শিল্পী পুৰুষোত্তম দাসৰ প্ৰচেষ্টাত ১৯৬২ চনৰ প্ৰথম ভাগত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা প্ৰতিমা বৰুৱাৰ কণ্ঠত প্ৰথম বাজিছিল : 'হস্তী কন্যা হস্তী কন্যা', 'কেনেহে ৰাখো মোৰ বিবস মন' আৰু 'একবাৰ হৰি বলো মন ৰসনা'। তাৰপিচত আকাশবাণীৰ যোগেদি

শিল্পীগৰাকীয়ে কেবাশও গীত গালে। ১৯৭৫ চনত কলকাতা দূৰদৰ্শনৰ পৰা আৰু ১৯৮৭ চনত গুৱাহাটী দূৰদৰ্শনত শিল্পীৰ কণ্ঠত শুনা গ'ল গোৱালপাৰীয়া লোকগীত। ১৯৮৯ চনত সংগীত নাটক একাডেমীৰ বঁটা লাভ কৰে শিল্পীগৰাকীয়ে। ১৯৯১ চনত সন্মানিত হয় পদ্মশ্ৰীৰে।

শিল্পীগৰাকীয়ে আমাক কৈছিল ঃ 'কিন্তু শিল্পী জীৱনত মোৰ আটাইতকৈ ডাঙৰ প্ৰাপ্তি হ'ল - মানুহৰ অকুণ্ঠ ভাল পোৱা। মই ৰাইজৰ শিল্পী। মোৰ গান শুনি যে সাধাৰণ মানুহে ভাল পায়, সেইয়ে মোৰ আচল আনন্দ।'

কিছুবয়সত শিল্পীগৰাকীৰ বিবাহ হয় অধ্যাপক জি, এছ,পাণ্ডেৰ সৈতে। স্বামী, কন্যা, জোঁৱাই, নাতি-নাতিনিৰে ভৰা সংসাৰ কিন্তু শিল্পী প্ৰতিমা ঘৰ সংসাৰ লৈ ব্যস্ত নহয়। সদায়েই ব্যস্ত আছিল সংগীত জীৱনটোকে লৈ।

প্ৰতিমা বৰুৱা পাণ্ডেই আমাক কৈছিল ঃ 'কিবা নোপোৱাৰ দুঃখ মোৰ নাই। মোৰ কোনো ক্ষোভ বা হতাশাও নাই। মই কিবা পোৱাৰ আশাত গান আৰম্ভ কৰা নাছিলো। গান ভাল পাইছিলো, মানুহ ভাল পাইছিলো, সেয়ে গান গোৱা আৰম্ভ কৰিছিলো। সেযে আজিও গাই আছো আৰু জীৱনৰ শেষ দিনটোলৈকে গাই যাম।'

মানুহে তলৰ পৰা ওপৰলৈ উঠাৰ অবিৰাম চেষ্টা কৰে। শিল্পী প্ৰতিমাই ওপৰৰ পৰা তললৈ নামি আহিল। প্ৰতিমাই উপলব্ধি কৰিছিল - লোক সংস্কৃতিৰ ভিত্তি আৰু নিবাস হ'ল লোকসমাজ, লোক জীৱন।

*(প্ৰতিমা পাণ্ডে বৰুৱাৰ সৈতে ১৯৯৬ চনৰ এপ্ৰিল আৰু মে' মাহত হোৱা কথাবতৰা, তেওঁৰ কণ্ঠত শুনা বিভিন্ন গীত আৰু ডঃ ধীৰেণ দাস ৰচিত 'ও মোৰ হায় হস্তীৰ কন্যাৰে' এই সৌৰৱণৰ উৎস)*



# জনপ্ৰিয়তাৰ সৰ্বোচ্চ পৰ্যায় পাইছিল প্ৰতিমাই

□ ডঃ বীৰেন্দ্ৰ নাথ দত্ত

অসাধাৰণ শিল্পী হিচাপে জনপ্ৰিয়তাৰ সৰ্বোচ্চ পৰ্যায়ত প্ৰতিমা পাণ্ডে বৰুৱাই যে, নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল, তাত অকনো সন্দেহ নাই। গোৱালপাৰীয়া লোকগীত পূৰ্বে অতি সীমিত গণ্ডীত আবদ্ধ আছিল যদিও মানুহৰ ঔৎসুক্যও আছিল অপৰিসীম। প্ৰতিমা পাণ্ডে বৰুৱাই গোৱালপাৰীয়া লোকগীতক জনপ্ৰিয় কৰাই নহয়, সংগীতৰ এক বিশেষ ধাৰা হিচাপে গোৱালপাৰীয়া লোকগীতক মৰ্যাদাপূৰ্ণ আসনত প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল। পিছলৈ প্ৰতিমা পাণ্ডে বৰুৱা নামটোৱেই গোৱালপাৰীয়া লোকগীতৰ সমাৰ্থক হৈ পৰিছিল। গোৱালপাৰীয়া লোকগীতৰ মাজেদি প্ৰতিমাই গোৱালপাৰীয়া লোকজীৱনক অসমীয়া আত্মাৰ অবিচ্ছেদ্য অংগ কৰি তুলিছিল। গোৱালপাৰীয়া লোকগীতক অকল সামাজিক মূল্য দিয়াই নহয়, সকলো ক্ষেত্ৰত গ্ৰহণযোগ্য কৰি তুলিছিল এই আজন্ম শিল্পীগৰাকীয়ে। অভিনৱ পৰিৱেশন-শৈলীৰ যোগেদি গোৱালপাৰীয়া লোকগীতক অন্য এক মাত্ৰা প্ৰদান কৰিলে প্ৰতিমাই। আৰু কণ্ঠ? কেনে ঐশ্বৰ্যময় কণ্ঠ আছিল তেওঁৰ।

ভাৱইৱা, চটকা, মাউতৰ গান, দেহতত্ত্ব, বিয়াগীত আদিৰ পৰিৱেশন প্ৰতিমাই এনেধৰণে কৰিবলৈ ল'লে যে, সেয়াই শ্ৰোতাক নতুন স্বাদ দিলে। খোলৰ ঢোল, ঝুনুকা ব্যৱহাৰেৰে গোৱালপাৰীয়া লোকগীত পৰিৱেশন কৰি এক নতুন গতি আনি দিয়ে শিল্পীগৰাকীয়ে।

ব্যক্তিগতভাৱে ১৯৬১ চনৰ বিয়াৰ পিছত মোৰ প্ৰতিমাৰ সৈতে চিনাকি হয়। গৌৰীপুৰৰ ৰাজবাৰীত তেওঁৰ গান শুনাৰ মোৰ সৌভাগ্য হৈছিল। প্ৰকৃততে প্ৰতিমাৰ সমগ্ৰ পৰিয়ালটোৱেই একো একোজন প্ৰতিভাৰ আকৰ। এই পৰিয়ালটোৰ পৰাই প্ৰমথেশ

বৰুৱাৰ দৰে লোকক আমাৰ দেশে লাভ কৰিছিল। পিতৃ প্ৰভাত চন্দ্ৰ বৰুৱা নিজে এজন সংগীতজ্ঞ আছিল। তবলাৰ ওপৰত তেওঁ এখন গ্ৰন্থও ৰচনা কৰিছিল। প্ৰমথেশ বৰুৱাৰ ভগ্নী নবৈৰ উৰ্দ্ধৰ নীহাৰবালা বৰুৱা, নীলিমা বৰুৱা আদিয়ে লোকগীতৰ পৰম্পৰাত আজিও নিজকে নিয়োজিত কৰি ৰাখিছে।

মোৰ এতিয়াও মনত আছে, মই গৌৰীপুৰত থকা দুবছৰত এবাৰ মাধৱদেবৰ তিথিত প্ৰতিমাই মোৰ পৰা এটা বৰগীত শিকি লৈ কেনে সুন্দৰভাৱে পৰিবেশন কৰিছিল। তেনে বহু সৰু-সুৰা স্মৃতি আজি মোৰ মনলৈ আহিছে।

এই স্বভাৱশিল্পীগৰাকীৰ অকাল মৃত্যুত মই গভীৰভাৱে ব্যথিত হৈছো। তেওঁৰ বিদেহী আত্মাৰ সদ্গতিৰ বাবে সৰ্বশক্তিমানৰ ওচৰত মিনতি জনালো।



# সুখ্যাত গায়িকা প্ৰতিমা পাণ্ডেক মই লগ পোৱা দিনকেইটা

□ ড° মামণি ৰয়ছম গোস্বামী

মই স্বৰ্গীয়া প্ৰতিমা পাণ্ডেৰ কথা অনেক দিনৰ আগেয়ে বহুত শুনিছিলো। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰী হৈ থকা অবস্থাত তেওঁৰ সুললিত কণ্ঠ শুনাৰ সৌভাগ্য ঘটিছিল।

মোৰ বয়স যেতিয়া দহ-এঘাৰৰ বেছি নাছিল। সেইসময়তে আমাৰ স্বৰ্গীয় পিতৃ উমাকান্ত গোস্বামীদেৱৰ লগত এবাৰ গৌৰীপুৰৰ ৰাজ প্ৰাসাদলৈ যোৱাৰ কথা মনঃপৰে। সেইবাৰ আমি এটা বৰ ডাঙৰ ঘটনাৰ পৰা কথমপিহে ৰক্ষা পৰিছিলো। দুৰ্ঘটনাটো ঘটিছিল গোৱালপাৰাৰ পৰা যোগীঘোপাৰে ব্ৰহ্মপুত্ৰ পাৰ হোৱাৰ পিছত আমাৰ প্লাইমাউথ গাড়ীখন মাৰনাঁৱেৰে পাৰ কৰোৱাৰ সময়ত। এই মাৰনাওঁখনৰ বুকুলৈ এনেধৰণে হো হোৱাই পানী সোমাই আহিছিল যে মানুহৰ চিএঞৰ-বাখৰ আৰ্তনাদত এক ভয়াবহ পৰিস্থিতিৰ সৃষ্টি হৈছিল। গাড়ীৰ সৈতে নাওঁখন ডুব যোৱা অৱস্থাৰ পৰা সেইবাৰ কেনেদৰে আমি ৰক্ষা পৰিছিলো সেয়া আছিল এক অবিশ্বাস্য কাহিনী।

মোৰ পিতৃ স্বৰ্গীয় উমাকান্ত গোস্বামী অবিভক্ত অসমৰ শিক্ষাধিকাৰ আছিল। অসমৰ শিক্ষালয়সমূহত তেওঁ ঘূৰি ফুৰিছিল। ময়ো সুবিধা পালে তেওঁৰ লগত গৈছিলো। গৌৰীপুৰলৈও আমি সেইবাবেই গৈছিলো।

মোৰ স্পষ্ট মনত আছে যে মই পিতাৰ সৈতে গৌৰীপুৰৰ ৰাজবাৰীলৈও গৈছিলো। তেওঁলোকে পিতাক নিমন্ত্ৰণ কৰিছিল। মই তাত কেইবাগৰাকীও ভদ্ৰলোক আৰু মহিলাক দেখিছিলো। তাৰ কোনোবা এগৰাকী সম্ভৱ বাইদেউ আছিল। ৰাজবাড়ী বৰ জাকজমক আছিল। মই চিকাৰত মৰা কেইবাখনো বাঘৰ ছাল দেখা পাইছিলো। এই কথা মোৰ বৰ ভালদৰে মনত আছে। সেইবাবেই আমি গৌৰীপুৰত আমাৰ সম্বন্ধৰ স্বৰ্গীয় ৰমেশ গোস্বামীৰ ঘৰলৈও গৈছিলো। স্বৰ্গীয় গোস্বামীৰ সৰু দুহিতা জয়শ্ৰীক অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল মহন্তই বিয়া কৰাইছিল। গোস্বামীদেৱ সংস্কৃত সাহিত্যৰ পণ্ডিত আছিল।

আমি গৌৰীপুৰত উপস্থিত হোৱাৰ এদিন পাচতেই গোস্বামীয়ে তেওঁৰ ঘৰত পিতাৰ সন্মানৰ অৰ্থে এটা ডাঙৰ ভোজ দিছিল। এই ভোজত গোস্বামীদেৱৰ ভায়েক স্বৰ্গীয় ৰাজেন গোস্বামী, স্বৰ্গীয় বিজয় গোস্বামী আৰু ৰবীন গোস্বামীও উপস্থিত আছিল। স্বৰ্গীয় ৰমেশ গোস্বামীৰ পত্নী মোৰ নিজৰ পেহীৰ জীয়েক আছিল। ৰত্না বাইদেৱে সেইবাৰ মোক এটা অতি সুন্দৰ ফ্ৰকৰ কাপোৰ উপহাৰ দিয়াৰ কথা মনত পৰে। সেই সময়ত প্ৰতিমা পাণ্ডে আৰু লালজীৰ লগত এই পৰিয়ালৰ সম্বন্ধ ভাল আছিল। আমাক ৰাজবাড়ীলৈ নিমন্ত্ৰণ কৰাৰ সময়ত স্বৰ্গীয় ৰাজেন গোস্বামীও উপস্থিত আছিল।

১৯৫৫ চনত মই শ্বিলঙৰ পাইন মাউন্ট স্কুলত পঢ়ি থকাৰ সময়ত লালজী আৰু জমিদাৰ পৰিয়ালৰ এগৰাকী মহিলাই পিতাক দেখা কৰিবলৈ আমাৰ 'ফলছ ভিউ' নামৰ বাসভৱনলৈ আহিছিল। তেওঁলোকৰ কথাৰ মাজত কটন কলেজ শব্দটো উচ্চাৰণ হোৱাৰ কথা মোৰ ৰিণিকি ৰিণিকি মনত পৰে। সম্ভৱ কটন কলেজৰ বিষয়ে তেওঁলোকে কিবা ক'বলৈ গৈছিল। সেই সময়ত বিজনীৰ ৰাণী শ্বিলঙত আছিল। গধূলি কেতিয়াবা মই পিতা আৰু মাৰ লগত তেওঁৰ বাসভৱনলৈ গৈছিলো। মই তেওঁ তানপুৰা লৈ সংগীত সাধনা কৰি থকা দৃশ্যটো পাহৰা নাই।

মই শ্ৰীযুতা বাইদেউক শেষবাৰৰ বাবে দিল্লীত দেখিছিলো। ১৯৯৮ চনত দিল্লী বিশ্ববিদ্যালয়ত বাণীকান্ত কাকতিৰ বিষয়ে যি ৰাষ্ট্ৰীয় ছেমিনাৰ কৰা হৈছিল, তাত তেওঁক নিমন্ত্ৰণ কৰিবলৈ মই 'অসম ভৱন'লৈ গৈছিলো। দিল্লী বিশ্ববিদ্যালয়ত এই ছেমিনাৰ কৰিবলৈ পুঁজিৰ কিছু অভাৱ হৈছিল। আমি আমাৰ পকেটৰ ধনো খৰচ কৰিছিলো। প্ৰতিমা বাইদেৱে মোক লগ পাই বৰ আনন্দ প্ৰকাশ কৰিলে। ক'লে যে তেওঁৰ আৰ্থিক অৱস্থা ভাল নহয়। মই বৰ আচৰিত হৈছিলো— কাৰণ সৰুতে ৰাজবাড়ীলৈ যোৱা স্মৃতি মনত পৰিছিল।

যোৱা বছৰ গুৱাহাটীলৈ আহোতে এক সহৃদয় ব্যক্তিয়ে এখন কাগজ দি ক'লে— বাইদেউ পঢ়ক আৰু চহী এটা কৰক। মই কাগজখন পঢ়িলো। মোৰ চকু থিয় হ'ল। এই পত্ৰত প্ৰতিমা পাণ্ডেৰ স্বাস্থ্যৰ অৱনতিৰ কথা বিশদভাৱে লিখা আছে। আৰু চৰকাৰলৈ লিখা এখন আবেদনপত্ৰও আছিল। মোক পত্ৰবাহকে ক'লে— আপুনি এটা চহী দিয়ক!

মই পত্ৰবাহকক আগে-পিচে দেখা নাছিলো যদিও তৎক্ষণাত চহী এটা দিলো। মোৰ পাচতহে সম্ভৱ অধ্যাপক স্বৰ্গীয় নৱকান্ত বৰুৱাকে আদি কৰি অনেকে চহী দিলে।

মোৰ চহী কিবা কামত আহিছিল নে নাই নেজানো কিন্তু কিছুদিনৰ পাচতো তেওঁ ফটো এখন মোলৈ পঠিয়াইছিল। সেই পাছপ'ৰ্ট ছাইজৰ ফটোখন মই বৰ যত্নেৰে ৰাখিছো।

মোৰ আক্ষেপ এয়ে থাকিল যে মই তেওঁক আৰু কেতিয়াও দেখা নেপাওঁ, তেওঁৰ ওচৰত বহি কেতিয়াও আৰু কথা পাতিব নোৱাৰো। কত কথা আছিল তেওঁক সুধিবলগীয়া। পাকিস্তানৰ ৰেশমা আৰু প্ৰতিমা পাণ্ডে মোৰ প্ৰিয় গায়িকা আছিল। এই গৰাকী প্ৰখ্যাত গায়িকাৰ বিদেহী আত্মাৰ প্ৰতি মই শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিলো।



# ও জীৱন ৰে,
# জীৱন ছাৰিয়া নাযাইস মোৰে

□ কেশৱ মহন্ত

**জী**ৱনে এৰি যোৱা নাই প্ৰতিমাক। গোৱালপাৰাৰ চাৰিসীমাৰ মাজতে থকা মাটিৰ মানুহৰ জীৱন যুঁজৰ কথা, প্ৰেমৰ আৰু বিৰহৰ কথা আৰু তাৰ অন্তৰ্লীন সুৰ মাধুৰীৰ কথা আৰু তাৰ বুকুত মজি থকা প্ৰতিমাৰ কথা আৰু সেই কথা আৰু সুৰৰ ব্যঞ্জনাৰে শ্ৰোতাৰ হৃদয়ৰ পাৰ ভাঙি দিয়াৰ সজীৱ স্মৃতি। সেইবোৰ কথা, সেই-সুৰ এইদৰে গোৱালপাৰাৰে হৈও সি অসমৰ হৈ পৰিছিল, হৈ পৰিছিল ভাৰতৰো। এইটোৱেই বোধকৰো বিশ্বৰ শ্ৰোতাৰ হৃদয়লৈ যোৱাৰ বাট। প্ৰতিমা দৰদী মানুহৰ হৃদয়ে হৃদয়ে জীয়াই আছে আৰু বহু কাললৈ থাকিব। তথাপি মাজে মাজে কলিজা মোহাৰ মাৰি যায়। সাধাৰণৰ মাজৰ অসাধাৰণৰ গণপ্ৰতিভা প্ৰতিমাৰ একোটা গীতে, আজি যেন ময়ো গাইছোঁ, 'গেইলে কি আসিবেন মোৰ....।'

ভাৰতৰ, ভাৰতৰ বাহিৰৰ, অসমৰ আৰু কামৰূপ গোৱালপাৰাকে ধৰি অনেক শিল্পীৰ গীত শুনাৰ ভাগ্য হৈছে। তেনে গীতবোৰৰ মাজত একো একোটা গীত শুনো য'ত কণ্ঠৰ লগত হৃদয়ৰ সংযোগ ঘটিছে। শিল্পীয়ে কেৱল স্বৰৰ ব্যাকৰণেই অনুসৰণ কৰা নাই। তাত বুকুখনো স্থাপন কৰিছে। তেতিয়া সেই গীতে আমাক আকুল কৰি তোলে, শুনিও শুনি থাকিবৰ মন যায়। নক'লেও হ'ব, প্ৰতিমা তেনে এগৰাকী গণ প্ৰতিভা।

**প্ৰতিমাক বহুজনৰ দৰেই ময়ো বহুবাৰ লগ পাইছোঁ, আমাৰ ঘৰতো পাইছোঁ, বাইজৰ মাজতো পাইছোঁ। একেজনী প্ৰতিমা। লক্ষ্যত অবিচল, দৃঢ় প্ৰতিজ্ঞ। আবেগেৰে বিকশিত তেওঁৰ মুখমণ্ডল অতিপ্ৰভ লাৱণ্যই মোক তেওঁৰ ওচৰ চপাই লৈ গৈছিল, তেওঁৰ গায়ন ভঙ্গীয়ে মোক বুৰাই পেলাইছিল। তেনেজনী প্ৰতিমাকনো জীৱনে কোন স'তে এৰি যাব?**

প্ৰতিমা চিকিৎসালয়ত শয্যাশায়ী হৈ আছে বুলি বুকু কঁপোৱা খবৰটো মই অলপ পলমকৈ পাই এবে উশাহেই চিকিৎসালয় পাইছিলোগৈ। আই চি ইউত আছে বুলি জানি সোমাব পাৰোঁ নে নোৱাৰোঁ বা পাৰিলেও সোমোৱা উচিত হ'ব নে নাই, ভাবি কেৰো-খোহো কৰি লিফ্‌টত ভৰি দিলো। লগত মোৰ ল'ৰা সাগৰ। সিও প্ৰতিমা বাইদেউ বুলি আপোন পাহৰা হৈ যায়। প্ৰতিমাৰ কোঠাটোৰ দুৱাৰ মুখত থিয় হোৱাৰ লগে লগেই কিন্তু মোক সোমাবলৈ দিলে। মযো ধীৰে ধীৰে সোমাই গৈ প্ৰতিমাক মাতিলো কেইবাবাৰো। মাত নাপালোঁ। ডাক্তৰে ইংগিতেৰে প্ৰতিমাৰ কাণৰ খবৰো দিলে - নুশুনে। গালে মুখে হাত ফুৰাবলৈ ডাক্তৰৰ অনুমতিৰ কাৰণে বাট চালো। ডাক্তৰে বটল এটাৰ পৰা বীজানু প্ৰতিৰোধক কিবা দৰব হাতত ঢালি দি ভালকৈ মিলাই ল'বলৈ দিলে। মই প্ৰতিমাৰ গালে মুখে মূৰে চুলিয়ে হাত ফুৰাই এক ধৰণৰ কিবা পালোঁ। আহি তেখেতৰ বিদ্বান স্বামী পাণ্ডেৰ লগত দু আষাৰ কথা পাতিলো আৰু গুচি আহিলোঁ।

আহোঁতে এনেয়ে ভাবিলো ভাল হৈ উঠিব নে কি প্ৰতিমা।

আমাৰ অজীন পাতৰ্কী মনোভাৱে কেতিয়াবা আমাক বৰ বিপাঙত পেলায়। প্ৰতিমাই যেতিয়া আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰত কণ্ঠ পৰীক্ষা দিবলৈ আহে, আমাৰ অনেকে সেইবোৰ আমাৰ ভাষাৰ গীত নহয় বুলি বাটত বৰ অগা ডেৰা লগাইছিল। পিছে ভাগ্যে আমাৰ ড ভূপেন হাজৰিকা আছিল আৰু আছিল ৰুদ্ৰ বৰুৱা। এখেত সকলৰ দৃঢ় হস্তক্ষেপৰ কাৰণে গোৱালপাৰাত গোৱা এই গীতবোৰ আমাৰ 'দেশী-গীত' বুলি প্ৰতিপাদিত হয়। ড হাজৰিকাই এইবোৰক গোৱালপাৰীয়া লোক গীত আখ্যা দিয়ে। এইক্ষেত্ৰত আমি এগৰাকী গীতিকাৰ আৰু লোকগীতত সমৰ্পিত প্ৰাণ, বিষয়ালৈও মনত পেলাব লাগে। তেখেত হ'ল পুৰুষোত্তম দাস। প্ৰতিমাই কণ্ঠ পৰীক্ষাৰ অনুমতি পোৱাৰ ক্ষেত্ৰত দাসৰো অৰিহণা স্মৰণীয়।

প্ৰতিমা একেজনীযেই। ঘৰে পৰে, ঘৰুৱা মেলত, ৰাজহুৱা গীত পৰিবেশনত, কথাই-বতৰাই, সাজে পাৰে একেজনী প্ৰতিমাক পায়।

মাটি আৰু মানুহৰ বুকুৰ আকুল মাতত প্ৰাণ চঞ্চলা হৈ পৰা প্ৰতিমাৰ কাৰণে ৰাজবাড়ীৰ আভিজাত্য এখন ডাঙৰ হেঙাৰ আছিল। ব্যক্তিত্বত অসাধাৰণত্ব নাথাকিলে মানুহে ৰাজ-ভোগ বিলাস এৰি হাবি-বননিত সোমাবগৈ নোৱাৰে, মানুহৰ বুকুত কাণ পাতি হৃদয় বাউলি কৰিব নোৱাৰে।

পতিমাই পাৰিছিল। কাৰণ প্ৰতিমাৰ দৃষ্টিত আছিল সাধাৰণ মানুহৰ প্ৰেম-বিৰহ, দুঃখ-সুখ, আনন্দ-বেজাৰ তিনি জীৱনৰ বিচিত্ৰ ধাৰা।

প্ৰতিমা **অসমৰ মানস প্ৰতিমা**। তেওঁ নিযত কৰ্মৰত জীৱনেৰে এনে এক ব্যক্তিত্ব গঢ়ি তুলিছিল, য'ত ফুটি উঠিছিল এক অনাবিল ঐক্য।

বৰ বিৰল এনে ব্যক্তিত্ব । বৰ বিৰল।



# সুৰ-পিয়াসী প্ৰতিমা

□ শুচিব্ৰতা ৰায় চৌধুৰী

গৌৰীপুৰৰ ৰাজ পৰিয়ালত আছিল এক স্বপ্ন-ব্যাকুল উদভ্ৰান্ত আত্মাৰ গভীৰ প্ৰভাৱ যি ৰাজাবাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ পুত্ৰ-কন্যা সকলক নিয়মৰ শিকলিয়ে বান্ধি ৰাখিব নোৱাৰা একোটি বিৰল মনৰ কৰি জন্ম দিছিল। সেই পোহৰ পিয়াসী মন লৈ দিগন্তলৈ চাপলি মেলা মনেই ৰাজা বাহাদুৰৰ প্ৰথম পুত্ৰ প্ৰমথেশ বৰুৱাক পৰিণত কৰিছিল ভাৰতীয় বোলছবি জগতৰ এক স্বপ্নদ্ৰষ্টা ভোটাতৰাত, দ্বিতীয়পুত্ৰ প্ৰকৃতিশ বৰুৱাক এক প্ৰকৃতিপ্ৰেমী অতুলনীয় হাতীচিকাৰীত, জ্যেষ্ঠা কন্যা নীহাৰবালাক খেয়ালী প্ৰকৃতিৰ অনবদ্য সৃষ্টিৰ নমুনা সংগ্ৰহ আৰু সংৰক্ষণকাৰীত আৰু কণিষ্ঠা কন্যা নীলিমাক তাঁতশালত অসমীয়া শিপিনীয়ে ৰচনা কৰা সপোনৰ ফুল দেশে বিদেশে বিলাই ফুৰা প্ৰদৰ্শনকাৰীত, প্ৰভাত চন্দ্ৰৰ দ্বিতীয় পুত্ৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰে জ্যেষ্ঠা কন্যা প্ৰতিমা, যি গোৱালপাৰীয়া লোকগীতক অসমৰ সংগীত জগতত স-সন্মানে প্ৰতিষ্ঠা কৰিলে।

প্ৰকৃতিশ বৰুৱা বহু-পত্নীক আছিল আৰু প্ৰতি গৰাকী পত্নীৰ লগতে ঘটিছিল প্ৰেমবিবাহ। তেওঁৰ প্ৰথমা প্ৰেমিকা পত্নীৰে সন্তান আছিল প্ৰতিমা। মটিয়াবাগ টিলাৰ পৰা সদায়ে দৃষ্টি গোচৰ হোৱা বহল বুকুৰ গদাধৰৰ অপূৰ্ব দৃশ্যই প্ৰতিমাক বিহ্বল কৰি ৰাখিছিল। হাতী আৰু মাউতৰ সংগই এক গভীৰ প্ৰীতিৰ ডোলেৰে প্ৰতিমাৰ কোমল মন আৰু হিয়া নিবিড় ভাৱে বান্ধি পেলাইছিল।

প্ৰকৃতিশ বৰুৱা আছিল চৌখিন চিকাৰী, অকল হাতী চিকাৰেই নহয় - বাঘ, সিংহ, ভালুক আদি হিংস্ৰ জন্তুৰ চিকাৰো পৰিয়ালৰ আন সদস্য সকলৰ দৰে প্ৰকতিশ বৰুৱাৰো প্ৰিয় আছিল। হাতী চিকাৰ অৰ্থাৎ বনৰীয়া হাতী ধৰি তাক বশ কৰাটোক প্ৰকৃতিশ বৰুৱাই এক উৎসৱৰ ৰূপ দিছিল। হাবিত কেবাদিনো থাকি হাতীধৰা এই বিৰাট আনন্দোৎসৱত তেওঁ অন্যান্যৰ বাহিৰেও দুই কন্যা প্ৰতিমা আৰু পাৰ্বতীকো লগত লৈ গৈছিল। হাতী চিকাৰৰ এই অনবদ্য উৎসৱেই প্ৰতিমাক গঢ়ি তুলিলে হাতী-মাউতৰ জীৱন কেন্দ্ৰিক

গোৱালপাৰীয়া লোক-গীতৰ সুৰৰ ৰাণী কৰি, -- যি দৰে পাৰ্বতীক গঢ়িলে 'হস্তি-কন্যা' অৰ্থাৎ বৰ্তমান কালৰ এক অপ্ৰতিদ্বন্দ্বী হস্তি-বিশাৰদ কৰি।

প্ৰতিমা নিজেও চিকাৰী আছিল, কিন্তু চিকাৰ কৰাতকৈ তেওঁৰ প্ৰিয় আছিল মাউত আৰু মাউতৰ গীতৰ সংগ। এই গীতৰ সুৰত প্ৰতিমা আত্মহাৰা হৈ পৰিছিল। প্ৰতিমা স্বভাৱতো আছিল আপোন পাহৰা। সংসাৰ কৰিছিল কিন্তু সংসাৰৰ দৈনন্দিনতাই প্ৰতিমাক বান্ধি ৰাখিব পৰা নাছিল। প্ৰতিমাৰ স্বামী পাণ্ডেই তেওঁক এক মহীৰুহৰ দৰে আশ্ৰয় আৰু সমৰ্থন আগবঢ়াইছিল। প্ৰতিভাশালী ব্যক্তিসকল অগতানুগতিক চৰিত্ৰৰ হয়। প্ৰতিমাও তাৰ ব্যতিক্ৰম নহয়।

প্ৰতিমা মোতকৈ বয়সত সৰু, সম্পৰ্কতো ময়েই মাননীয়া, মই পেহীয়েক, প্ৰতিমা ভাতিজী। তথাপিও সুৰ আৰু গীতত সম্পূৰ্ণ আত্ম বিলুপ্তিৰ শক্তিৰ বাবে প্ৰতিমাৰ ওচৰত ময়ো নতশিৰ। প্ৰতিমা আকৌ আমাৰ মাজলৈ আহক--- এইবাৰ অসমৰ থলুৱা গীত সুৰেৰে বিশাল বিশ্ব বিজয় কৰিবলৈ, জগত জিনিবলৈ।



# দেশীগানৰ পৰম্পৰাত প্ৰতিমা বৰুৱা পাণ্ডে

❑ শিৱানন্দ শৰ্মা

অবিভক্ত গোৱালপাৰা জিলাত যিবোৰ লোকগীত আৰু লোকগীতিনাট্য প্ৰচলিত সেইবোৰৰ নাম দৰাচলতে 'দেশীগান'। একে গীত বা নাট উত্তৰবঙ্গতো প্ৰচলিত। গতিকে গোৱালপাৰীয়া গীত বুলিলে নামাকৰণটো আধৰুৱা হয়। গোৱালপাৰীয়া নামটো আধুনিক। বাহিৰৰ পৰা জাপি দিয়া নাম। শব্দটোত থলুৱা সুবাস নাই। আকৌ 'গোৱালপাৰীয়া' নে 'গোৱালপাৰীয়া'? গোৱালপাৰীয়াটোহে শুদ্ধ। নৈৰ নামৰ লগত ইয়াৰ সম্বন্ধ নাই। কলঙপৰীয়া বা লুইত পৰীয়া শব্দবোৰৰ নিচিনা নহয়। দেশীগানৰ দুটি শাখা। এটি হ'ল দেশী, আনটো হ'ল শাস্ত্ৰীয় বা মাৰ্গ। এই বিষয়ে বিভিন্ন আলোচনীত আৰু পুথিত আমাৰ প্ৰকাশিত প্ৰবন্ধ সমূহত বিতং আলোচনা কৰা হৈছে। মাৰ্গ শাখাটোত আছে পদ্মাপুৰাণ, বাঁশীপুৰাণ, ভাসানযাত্ৰা, নয়ানশ্বৰী আদি গান সমূহ। এই শাখাটোত অকল গীতেই নহয়, লগতে নৃত্য, মুদ্ৰা, তাল আদি আছে. এই শাখাটোৰ বিষয়ে ইয়াত আলোচনা কৰা হোৱা নাই।

দেশী শাখাটোৰ থুলমূল আলোচনা আগতে উল্লেখ কৰা ভাল যে গোৱালপাৰাত গীত নোহোৱা নহয়। কাতিপূজাৰ গীত, বিয়াৰ গীত আৰু হুদুম আদি গীতক গীত বোলা হয়। লগতে নৃত্যও আছে। অৱশ্যে সকলো ঠাইত বিয়াৰ গীতৰ লগত নৃত্য জৰিত নহয়। বিয়াৰ গীতত আকৌ খিচাগীত বুলি এবিধ গীত গোৱা হয়।

দেশী গানৰ পৰম্পৰা বহু পুৰণি। এই বিষয়ক বিশেষজ্ঞ শান্তিদেব ঘোষৰ মতে এইবোৰৰ উৎস হ'ল চৰ্য্যাগীত। মাৰ্গশাখাটোত ৰাগও আছে। দেশীগানৰ পালা গীতি-নাট্য সমূহ, বিশেষকৈ কুশান গানৰ আৰম্ভনীতে হা, তা, না, সুৰবোৰ ৰাগগন্ধী, লগতে খোলৰ বোলে আছে। মনাই যাত্ৰা, সত্যপীৰ, কুশান আদি লোকগীতি নাট্যসমূহৰ গীতবোৰত ৰাগৰ কোনো নাম নাই। সুৰবোৰৰ তিনিটা নাম ঃ ভাওয়াইয়া, চট্‌কা আৰু ভাটিয়ালী। লোকনাট্যৰ বাহিৰে গানবোৰ আধুনিক যুগ আৰম্ভ হোৱাৰ আগতে বিখ্যাত গীতাল (ওজা) সকলে ৰামায়ণ, মহাভাৰত, পুৰাণ-ৰজা বাদ্‌ছাহ আদিৰ একো একোটি

আখ্যান লৈ কেইবাঘন্টা জুৰি পৰিবেশন কৰিছিল। লগত আছিল যুৰীদাৰ আৰু দোৱাৰী বা দেহাৰ (দাওনাপালি)। গীতালে ব্যৱহাৰ কৰিছিল দোতৰা। একোজন গীতালৰ হেজাৰ হেজাৰ লোকক গোটেই ৰাতি মনোৰঞ্জন দি ৰাখিব পৰাৰ ক্ষমতা আছিল। এনেকুৱা ক্ষমতা থকা গীতাল সকলৰ ভিতৰত শপৎকুশানী কামিনী ৰায়, দুখাতু গীতাল, গচি সেখ, তেবাৰুদ্দিন, আবুল শেখ, মফিজুদ্দিন আদিৰ নাম উল্লেখযোগ্য। (১) যেতিয়া স্থানীয় যাত্ৰাদল সমূহৰ সৃষ্টি হ'ল, তেতিয়াৰ পৰা গীতালসকলৰ গান আৰু লোকনাট্যসমূহ দিনত পৰিবেশন কৰা নিয়ম হ'ল। মেলা, সভাবোৰত দিনৰ ভাগত মানুহৰ সমাগম এওঁলোকেই ৰাখিছিল বাবে দেশীগানৰ দলবোৰে নাম পালে দিনৰ গান। ৰাতিৰ গানৰ পাল পৰিল যাত্ৰাদল সমূহৰ ওপৰত। মেলা সভাবোৰৰ বাহিৰে গীতাল সকলে দেশীগীত পৰিবেশনৰ বাবে ধনী মুখীয়াল, জোতদাৰ, জমিদাৰ, তহশীলদাৰ আদিৰ ঘৰত গীত পৰিবেশনৰ বাবে নিমন্ত্ৰিত হৈছিল। তেতিয়া যৌথ পৰিয়াল ব্যৱস্থা থকা বাবে গীতলসকলৰ প্ৰায় অৱসৰেই নাছিল বুলি লাগে। প্ৰায় সন্ধিয়া, বিশেষকৈ বিশেষকৈ খৰালি চোতালত বহি এই গানৰ আসৰ বহিছিল। পৰিয়ালৰ মহিলাসকলৰ বাবে দেশীগান বোৰ প্ৰিয় আছিল, য'ত চুবুৰীয়া সাধাৰণ তিৰোতা সকলে যোগ দিছিল। এসময়ত আধুনিক শিক্ষাৰ পোহৰ পোৱা তথাকথিত ভদ্ৰলোক সকলে দেশীগান ঘৃণাৰ চকুৰে চাইছিল। এসময়ত বিহুগীত নাচক যেনেকৈ আধুনিক বুদ্ধিজীৱিয়ে ঘিণ কৰিছিল, দেশীগানৰ অবস্থাও আছিল তদ্ৰূপ। ভাওয়াইয়া আৰু চট্‌কা হ'ল তেওঁলোকৰ মানত অশ্লীল। এই দুবিধ সুৰৰ গান পৰকীয়া প্ৰীতি আৰ উদাস নাৰী মনৰ সংবাদৰে ভৰা। এনে ঘৃণাৰ বাবে এই গানবোৰৰ বেচি ভাগৰ পৰম্পৰা প্ৰায় লুপ্ত হ'বলৈ আৰম্ভ কৰিছিল। দিনৰ গান-কুশান ভদ্ৰলোক সকলে চাবলৈ নাহিছিল। সাধাৰণ চহা মানুহৰ বাবে কিন্তু কুশান বৰ জনপ্ৰিয়। এইয়ে আছিল উনবিংশ শতিকাত ভাওয়াইযা আৰু চট্‌কা গানৰ অৱস্থা। এই গানবোৰৰ প্ৰকৃত শিক্ষা ল'বলৈ হ'লে গুৰু অপৰিহাৰ্য। দেশী লোকনাট্যবোৰত আছে নাচ, কণ্ঠসংগীত বাদ্য আৰু মুদ্ৰা। বাদ্যৰ ভিতৰত খোল, দোতৰা, সাৰিন্দা, বেনা, বাঁহী (পিছৰ যুগত বেহেলাৰো প্ৰচলন হয়) আৰু তাল (ঠাই বিশেষে খুঁটি তাল)। বাঁহীৰ ভিতৰত এসময়ত মুখ বাঁহীৰ ব্যৱহাৰেই আছিল বেছি। এইবিধ বাঁহী ভাৰতৰ আন ঠাইত ব্যৱহাৰ নহয়। এইবোৰ শিকিবলৈ গুৰুৰ প্ৰয়োজন। বিংশ শতিকাত আঙুলিৰ মূৰত লেখিব পৰা ঠাইয়ে ঠাইয়ে দুই চাৰিজনৰ চেষ্টাত দেশীগান পুনৰ জনমানসত জনপ্ৰিয় হ'বলৈ ধৰিলে। তাত্বিক আলোচক আশুতোষ ভট্টাচাৰ্যই লিখিছে যে আঞ্চলিক ভাষা আৰু আঞ্চলিক উচ্চাৰণৰ ওপৰত নিৰ্ভৰ কৰি আঞ্চলিক গীতৰ সুৰ আৰ ছন্দ গঠিত হয়। দেশীগান বাংলা গীত নহয়। শিবেন্দ্ৰ নাৰায়ণ মণ্ডলে লিখিছে— দেশীগান 'কৃষ্ণ কীৰ্ত্তন' আদি পদাৱলীতকৈ আগৰ বস্তু। কোনো কোনো গীতত কালা বা কৃষ্ণ বা ৰাধাৰ নাম উল্লেখ থাকিলেও সেয়া ব্ৰজধামৰ কৃষ্ণ বা গোপিনী ৰাধা নহয়। বীৰেন্দ্ৰ নাথ ফুকনে লিখিছে: 'অসমৰ থলুৱা সুৰ বিলাকত সা গা (কোমল) মা, পা, গা (কোমল) মা পা (কোমল) সা স্বৰ বিন্যাস দেখা যায়। (মাৰ্গ গানৰ বাহিৰে)।

কিন্তু দেশীগান এই স্বৰবিন্যাসতেই অকল আবদ্ধ নহয়। আব্বাছউদ্দিনৰ বিখ্যাত দেশী ভাওয়াইয়া গান 'বন্ধু একবাৰ আসিয়া'ত সা, ৰে, গা, মা, পা, ধা, নি, সা স্বৰ বিন্যাস পোৱা যায়। দেশীগান ভাওয়াইয়া আৰু চট্‌কা গানৰ স্বৰলিপি 'উত্তৰ বাংলাৰ পল্লীগীতি' নাম দি প্ৰকাশ কৰিছে শ্ৰী হৰিশ্চন্দ্ৰ পালে, ১৯৭৩ চনত। কোচবিহাৰৰ আব্বাছউদ্দিন আৰু তেওঁৰ গুৰু সুৰেন্দ্ৰনাথ ৰায় বাসুনীয়াই হ'ল দেশীগানৰ আধুনিক যুগৰ দোকমোকালিৰ গায়ক। কলৰ গান ওলোৱাত আব্বাছউদ্দিনৰ গীত (ভাওয়াইয়া) ৰেকৰ্ড হয় ১৯৩৯ চনত। তেওঁৰ 'ওকি গাৰীয়াল ভাই' (ভাওয়াইয়া) গান দেশী গানৰ কালজয়ী গীত। গোৱালপাৰা জিলাত (অবিভক্ত) আধুনিক দেশীগীতৰ পথ প্ৰদৰ্শক হ'ল শিবেন মণ্ডল। তেওঁৰ কুশান গান শ্ৰেণীৰ পৰম্পৰাগত ভাওয়াইয়া গীত 'কিৰে মজাৰ দখিনা হাওয়া' আৰু 'ও বন্ধু কাজল ভোমৰা ৰে' গীত দুটি চিৰ নতুন। কোচবেহাৰৰ ভিক্টোৰীয়া কলেজত অনুষ্ঠিত সাংস্কৃতিক সন্মিলনত ১৯৩১ চনত তেওঁ উক্ত গীত দুটি পৰিবেশন কৰি বিখ্যাত হয়। তেওঁ ধুবুৰী জিলাৰ কৈমাৰী গাঁৱৰ লোক। গৌৰীপুৰৰ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই তেওঁক মাহিলী পোন্ধৰ টকা শিক্ষাবৃত্তি দিযে। এই বৃত্তি দিযাৰ মূলত আছিল বৰুৱাৰ কন্যা ৰাজকুমাৰী নালিমা বৰুৱা। গৌৰীপুৰ ৰাজবাৰীৰ অন্দৰ মহলত ৰাজকুমাৰীয়ে বিখ্যাত গীতাল আৰু বাযন সকলক মাতি গানৰ আসৰ বহাইছিল। তেখেতে লোক গীতিনাট্য কুশানক আধুনিক ৰূপ দি কলকাতালৈ নি পৰিবেশন কৰাইছিল। দৰাচলতে ক'বলৈ গ'লে নালিমা বৰ বাই হ'ল প্ৰতিমা বৰুবাৰ গুৰু। তাতেই প্ৰতিমাই প্ৰথম দেশী গীতৰ প্ৰতি আকৰ্ষিত হয়। তেওঁৰ কণ্ঠস্বৰ আৰু কষ্টসাধ্য অনুশীলন প্ৰতিভা আছিল অসাধাৰণ। ১৯৫৪ চনত প্ৰতিমাৰ ভাওযাইয়া গান 'গেইলে কি আসিবেন'ৰ ৰেকৰ্ড ওলায়, ড০ ভূপেন হাজৰিকাইও কণ্ঠদান কৰে। যোৱা শতিকাৰ পঞ্চাশৰ দহকত কুশান শ্ৰেণীৰ নৃত্য আধুনিক মঞ্চত উপস্থাপন কৰাত বিলাসীপাৰাৰ তৰুবালা দেৱীৰ নাম ইয়াত উল্লেখ কৰাটো নিশ্চয উচিত হ'ব। চল্লিশ দশকৰ পৰা ভাওযাইয়া আৰু চট্‌কা গীত আধুনিক মঞ্চত পৰিবেশন কৰা আন এজন ব্যক্তি হ'ল ধুবুৰীৰ মমেৰ আলী। সত্তৰ দশকত সম্পূৰ্ণ অবিভক্ত গোৱালপাৰা জিলাত দেশী লোক নাট্য (মাৰ্গ আৰু দেশী উভয় বিধ) ডুখুৰীয়াকৈ কম সময়ত (পোন্ধৰ মিনিটৰ ভিতৰত) উপস্থাপন কৰাৰ চেষ্টা চলোৱা হয়। প্ৰথমতে উন্নয়ন খণ্ড পৰ্যাযত, স্থানীয় শিল্পীদল সমুহক লগ লগাই প্ৰতিযোগিতা পতা হয়। সাদিন বা তিনিদিন ধৰি একাধাৰে মন্দিৰ পূজা বা মেলা সভা সমূহত পদ্মাপুৰাণ (বিষহৰি, মাৰৈ, মনসা) বাঁশ, বাঁশী, পুৰাণ, ভাসানযাত্ৰা আদি যিবোৰ মাৰ্গ লোকনাট্য গীত প্ৰদৰ্শিত হোৱাৰ প্ৰথা প্ৰচলিত আছিল, সেই নৃত্য গীতৰ সাৰাংশ পোন্ধৰ মিনিট সময়ত উপস্থাপন কৰাৰ কষ্টসাধ্য দুৰহ কাম হাতত লোৱা হয়। প্ৰায় কুৰিটামান দল (লগত জনজাতীয় নৃত্য) আইন মতে ৰেজিষ্টাৰ্ড কৰোৱা হয়। ১৯৭১ চনত গোৱালপাৰা সংস্কৃতি সংৰক্ষণ স্মৃতি গ্ৰন্থত উক্ত মাৰ্গ আৰু দেশী গানৰ তাত্বিক আলোচনা গ্ৰন্থ প্ৰকাশ কৰি ১৯৭২ চনত ধুবুৰীত জিলা ভিত্তিক প্ৰদৰ্শন পাতি ৰাজ্যিক সাংস্কৃতিক বিভাগৰ তেতিয়াৰ সঞ্চালক ৰুদ্ৰ

বৰুৱাৰ প্ৰত্যক্ষ সহযোগিতাত ১৯৭৬ চনত গৌৰীপুৰত দেশীনৃত্য গীতৰ 'লোকমেলা' পতা হয়। লোকমেলাত ৰাজকুমাৰী নীলিমা বৰুৱাই আৱশ্যকীয় দিহা পৰামৰ্শ দিছিল। তেতিয়াৰ গোৱালপাৰা জিলাৰ বিভিন্ন ঠাইৰ একুৰি এঘাৰটা সংগঠিত সাংস্কৃতিক দলক একত্ৰিত কৰি দেশীগান নাচ প্ৰদৰ্শন কৰা হয় (জনজাতীয় দল সহ)। দলবোৰে পদ্মাপুৰাণ (মাৰৈ), বাঁশীপুৰাণ, ভাসানযাত্ৰা, সোনাৰায়, এউৰী, হুদুম, বাঁশ কাতি, দেহতত্ত্ব, নায়ানশ্বৰী, মনাইযাত্ৰা, কুশান, নাওখেলাৰ গীত, ভাটিয়ালী, ভাওয়াইয়া, বিয়াগীত, আইনাম আদি গীত প্ৰদৰ্শন কৰে। কামিনী নাৰ্জ্জাৰী, ৰাজেন পাম, প্ৰতিমা বৰুৱা পাণ্ডেইও যথাক্ৰমে গীত নাচ প্ৰদৰ্শন কৰে। এওঁলোক তিনিও জনেই একে একে পিছত সঙ্গীত নাটক একাডেমীৰ পুৰস্কাৰ প্ৰাপ্ত হয়। লোকমেলা উপলক্ষে আয়োজিত আলোচনা চক্ৰত খ্যাতনামা শিল্পী যুগল দাস, কোমল চৌধুৰী, ৰুদ্ৰ বৰুৱা, ড° বীৰেণ দত্তই অংশ গ্ৰহণ কৰে। আমি দেশীগান নাচ সমূহৰ ডুখুৰীয়া প্ৰদৰ্শন সহ ইয়াৰ তাত্ত্বিক আলোচনা কৰিছিলো। অংশ গ্ৰহনকাৰীসকলে মুক্ত কণ্ঠে স্বীকাৰ কৰে যে, দেশীগানে এটি পৃথক ঘৰাণা বুলি স্বীকৃতি পোৱাৰ যোগ্যতা ৰাখে, কাৰণ-- ইয়াৰ মাৰ্গ শাখাটোৰ ৰাগ, তাল, মান, মুদ্ৰা, সুৰ লয় আছে। সেইবোৰক অবলুপ্তিৰ পথৰ পৰা উদ্ধাৰ কৰাৰহে প্ৰয়োজন। ৰুদ্ৰ বৰুৱাৰ সহযোগত চৰকাৰৰ ওচৰত ইয়াৰ আচনি সহ প্ৰস্তাৱ দাখিল ধৰা হৈছিল। লুপ্ত প্ৰায় এই গানবোৰৰ উদ্ধাৰ আৰু পুনৰ গঠনৰ ক্ষেত্ৰত আমাৰ প্ৰধান সহযোগী আছিল নাচত-- ˚নৰোত্তম সিংহ, গান আৰু দোতৰাত দেৰাজুদ্দিন, বাঁহীত ˚ৰবিয়াল হুচেন, খোলত অৰবিন্দ আৰু মুখবাঁহীত বিথীশ আৰু গৌৰীপুৰৰ মধুশৌলমাৰী আৰু আগমণিৰ শিল্পীসকল। ডিঙডিঙাৰ ˚নীলকোমল ৰায়ৰ অবদানও এইক্ষেত্ৰত উল্লেখযোগ্য।

প্ৰতিমা বৰুৱা (পাণ্ডে)ৰ উত্থানৰ লগত দেশীগানৰ এই পৰম্পৰা অঙ্গাঙ্গিভাৱে জড়িত। দুই চাৰি বিখ্যাত গীতাল আৰু বায়নক তেওঁ সংগী কৰি লয়। ভাষা পৰিবেশ, সুৰ, ছন্দ, গদাধৰ নৈৰ নৈসৰ্গিক শোভা পৰিবেশে সুকণ্ঠি প্ৰতিমাক দেশী গানে আকৃষ্ট কৰে। তেওঁ ৰেৱাজৰ কঠোৰ সাধনাত ব্ৰতী হয় আৰু লগতে আছিল পেহীয়েক নীলিমা বৰুৱা আৰু পিতা লালজী ( প্ৰকৃতিশ চন্দ্ৰ বৰুৱা)ৰ উৎসাহ। দেশীগানৰ সাগৰত অবগাহনৰ পাছত প্ৰথমতে কলকাতা, পাছত গুৱাহাটী দূৰদৰ্শনে দেশীগানৰ ভাষাৰ বাবে প্ৰতিমাক প্ৰত্যাখ্যান কৰে।হেন সময়ত প্ৰতিমাই লগ পায় ড° ভূপেন হাজৰিকাক। মণি-কাঞ্চন সংযোগ হ'ল। তেতিয়া তেওঁৰ উৰ্ধগতিক কোনো বাধাই ৰোধ কৰিব নোৱাৰিলে। গোৱালপাৰাৰ বাহিৰত প্ৰথমতে বঙ্গ, তাৰপাছত অসমৰ সঙ্গীতপ্ৰেমী সকলে প্ৰতিমাৰ অপ্ৰতিহত সুৰৰ আবেগ আৰু মূৰ্চ্ছনা উপলব্ধি কৰিলে। আই,পি,টি,এ অনুষ্ঠানে প্ৰতিমাক আকোৱালি ল'লে। অসম সাহিত্য সভাৰ লগত অনুষ্ঠিত সঙ্গীত সন্ধিয়াবোৰত প্ৰতিমাই দেশীগানৰ উপৰিও পূৰ্ববঙ্গৰ জাৰি, ঝাৰি আৰু বাউলৰ সুৰৰ প্ৰভাৱ পৰিছে ঃ 'দিনেগো দিনে থকিয়া পৰিবে বঙ্গীলা দালানেৰ মাটি গো সাঁইজী কোন ৰঙে' আদি প্ৰতিমাৰ গীতবোৰত বাহিৰৰ প্ৰভাৱ স্পষ্ট। আমি তেতিয়া ধুবুৰীত। মাজে সময়ে প্ৰতিমাই আমাৰ

তালৈ গৈ কথা পাতিছিল দেশীগান সম্বন্ধে। আমি এই অনাদেশী প্ৰভাবৰ কথা উল্লেখ কৰাত তেওঁ কৈছিল, 'দাদা! আপুনি দেশীগানৰ তাত্বিক তাৎপৰ্য জানে। গানৰ শুদ্ধতাৰ প্ৰতি আপুনি সজাগ। মই সুৰপাগলী। এইবোৰ দিশ ঠিক ৰাখি গান গোৱা মোৰ ধাতত নাই।' একাডেমী পুৰস্কাৰ পোৱাত ধুবুৰী জিলা পুথিভঁৰালত সভা পাতি প্ৰতিমাক শলাগৰ শৰাই আগবাঢ়োৱা অনুষ্ঠানত আমি তেওঁক দেশীগানৰ মাৰ্গ শাখাৰ উদ্ধাৰ আৰু সংৰক্ষণৰ বাবে এটি গৱেষণা কেন্দ্ৰ স্থাপনৰ বাবে চৰকাৰক ৰাজি কৰোৱাৰ ব্যৱস্থা ল'বলৈ অনুৰোধ কৰাত তেওঁ সেই বিষয়ে যৎপৰনাস্তি চেষ্টা কৰিবলৈ গাত লৈছিল। সেইটো সম্ভৱপৰ হৈ নুঠিল। তেওঁৰ আশা পূৰণ নহ'ল। মনেপ্ৰাণে সাধ্য সাধনাৰে প্ৰতিমা আছিল কালজয়ী শিল্পী। দেশীগানত তেওঁৰ সমকক্ষ কোনো নোলাল। এইটোৱেই দুঃখ।

১। বিভিন্ন অঞ্চলত আন আন এনে গীতাল আছিল।



# মাটিৰ শিল্পীৰ প্ৰেৰণা প্ৰতিমা পাণ্ডে

□ লোকনাথ গোস্বামী

ইস্ত্ৰীৰ কন্যা', 'গৌৰীপুৰীয়া গাভৰু' 'লোকগীতৰ সম্ৰাজ্ঞী', 'ৰাজদুহিতা', নানা নামেৰে বিভূষিতা জীৱন্ত কিংবদন্তী প্ৰতিমা পাণ্ডে বৰুৱা অৱশেষত জীৱন যুঁজত হাৰ মানি আমাৰ মাজৰ পৰা গুচি গ'ল — একেবাৰে। কথাষাৰ বিশ্বাস কৰিবলৈ টান লাগে।

প্ৰায় পাঁচ দশকৰো অধিক কালজুৰি শিল্পীগৰাকীয়ে কেৱল গীতকে গাই গ'ল। লোকগীতৰ মাজতে যেন জীৱনটো বিলীন কৰি দিলে। অসমত বোধকৰো এনে এখন গৃহ নাই, এনে এখন মঞ্চ নাই, এনে এক অনুষ্ঠান নাই, য'ত প্ৰতিমা পাণ্ডেৰ ভৰিৰ খোজ পৰা নাই। লোকগীতৰ শিল্পী এগৰাকীৰ ৰাইজৰ মাজত এনে দখল এক বিৰল দৃষ্টান্ত, অন্ততঃ অসমত।

গুৱাহাটীৰ চিকিৎসালয়ৰ 'আই চি ইউ'ৰ বিছনাত নাকে-মুখে শ্বাস-প্ৰশ্বাসৰ কৃত্ৰিম নলী ভৰাই লৈ জীৱন যুঁজত নীৰৱে নিমগ্ন থকা শিল্পীগৰাকীৰ মুখলৈ চাই থাকোতে বাৰে বাৰে মনলৈ আহিছিল গভীৰ নিশাও মঞ্চত থলুৱা লোক-বাদ্য কেইপদকে লৈ সমুখৰ হেজাৰ শ্ৰোতাক উদ্বাউল কৰি গোৱা সেই গীত - We are in the same boat brother। অসম সাহিত্য সভা, বিহু, ৰূপালী জয়ন্তী, সোণালী জয়ন্তী - ক'ত যে কিমান অনুষ্ঠান, বহুতাতে শিল্পীগৰাকীক নিচেই কাষৰ পৰা পাইছো, বহুবাৰ। তেওঁৰ কণ্ঠ পৰিৱেশনশৈলী, গীত নিৰ্বাচন, লোক-বাদ্যৰ সংগতকাৰীসকলৰ একাত্মতা, সকলোখিনি মিলি এনে এক পৰিৱেশৰ সৃচনা হয়, তাক নেদেখিলে, নুশুনিলে বুজিব নোৱাৰি।

ৰাজপৰিয়ালৰ দুহিতা প্ৰতিমা বৰুৱাই ৰাজপৰিয়ালৰ ৰাজকীয় সুখ-স্বাচ্ছন্দ্য এৰি লোকগীতৰ মাজেৰে মাটিৰ পৃথিৱীখনলৈ নামি আহিল কিয় ? তাৰো কাহিনী আছে।

গোৱালপাৰীয়া লোক-সংস্কৃতি বুলিলে তাৰ পৰিধি বিশাল। জনজাতীয় আৰু অনজনজাতীয় দুটা বিশিষ্টধাৰা বিদ্যমান। জনজাতীয় ধাৰাৰ মাজতে মূলতঃ আছে ৰাভা আৰু বড়ো লোক-সংস্কৃতিৰ ধাৰা। কিন্তু ভাষাগত সমস্যাৰ কাৰণে এই দুয়োটি ধাৰা দুই ভাষিক জনগোষ্ঠীৰ মাজতে প্ৰায় সীমাবদ্ধ থাকিল। আনহাতে অজনজাতীয় ধাৰাটো,

যাক গোৱালপাৰীয়া লোক-কৃষ্টি বুলিয়েই কোৱা হয়, সেই ধাৰাই ভৌগোলিক কিম্বা ভাষাৰ সীমা চেৰাই এখন মুকলি বহল পৃথিৱী পাবলৈ সক্ষম হ'ল। ইও সম্ভৱ হ'ল প্ৰতিমা পাণ্ডেৰ দৰে এগৰাকী শিল্পীৰ জীৱনজোৰা চৰম ত্যাগ, একাগ্ৰ সাধনাৰ বাবে।

শিল্পীগৰাকীয়ে আমাক কৈছিল -- 'গোৱালপাৰীয়া লোকগীত বঙলুৱা গীত বুলি মানুহে প্ৰথমে হাঁহিছিল। আদৰি ল'বলৈ বিচৰা নাছিল। কিন্তু গোৱালপাৰীয়া লোকগীত যে বঙলুৱা বা বংগদেশীয় সংগীত নহয়, ই অসমৰ, গোৱালপাৰাৰ এক নিজস্ব বৈশিষ্ট্যপূৰ্ণ ধাৰা তাক আমি প্ৰতিষ্ঠা কৰিছো।'

আচলতে ৰাজনৈতিক, ভৌগোলিক, ঐতিহাসিক বিভিন্ন দিশৰ পৰা অবিভক্ত গোৱালপাৰা অঞ্চলটো পূৰ্বাঞ্চলীয় সামাজিক সাংস্কৃতিক পৰম্পৰাৰে ঘনিষ্ঠভাবে সম্পৰ্কিত। যিটো কাৰণে এই ভৌগোলিক অঞ্চলটোৰ ভাব ভাষা, সামাজিক ৰীতি নীতি, কৃষ্টি-সংস্কৃতি আদি পূৰ্বংবগীয় প্ৰভাৱেৰে সম্পৃক্ত। উদাহৰণস্বৰূপে 'আজি গেইলে কি আসিবেন, মোৰ মাহুত বন্ধু ৰে...', 'প্ৰাণ কান্দে মোৰ মৈষাল বন্ধু ৰে..' আদি গীতৰ 'মাহুত', 'মৈযাল' আদি শব্দই তেনে প্ৰভাৱৰ কথাকে কয়। প্ৰতিমা পাণ্ডেৰ মতে প্ৰভাৱ থাকিলেও গোৱালপাৰীয়া সংস্কৃতি বংগীয় বা বঙলুৱা সংস্কৃতি নহয়। অসমৰ বৰপেটা, নলবাৰী বা অন্যান্য কেতবোৰ ভিতৰুৱা অঞ্চলৰ থলুৱা বৈশিষ্ট্যৰ দৰে গোৱালপাৰীয়া সংস্কৃতিও থলুৱা বৈশিষ্ট্যৰে বিশিষ্ট এক অসমীয়া সংগীতৰ ধাৰা। প্ৰতিমা পাণ্ডেৰ দৰে শিল্পীৰ এনে আত্মবিশ্বাসী, আত্মচেতনাসম্পন্ন দৃষ্টিভংগীৰ বাবেই পলমকৈ হ'লেও গোৱালপাৰীয়া সংস্কৃতি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অসমীয়া সংস্কৃতিৰ অনবদ্য অংগস্বৰূপে স্বীকৃতপ্ৰাপ্ত হ'ল

গোৱালপাৰীয়া লোকগীতৰ নিৰ্দিষ্ট ধাৰাটোক আজীৱন খামুচি ধৰি থাকি তাত প্ৰসাৰ, প্ৰচাৰ, জনপ্ৰিয়তাৰ শ্ৰীবৃদ্ধি কৰাতে আজীবন ব্ৰতী হৈ প্ৰতিমা পাণ্ডেই কাললৈ খ্যাতি ৰাখি গ'ল। অসমৰ বাহিৰে-ভিতৰে গাঁৱে-নগৰে য'লৈকে যিয়ে বিচাৰিছিল, তালৈকে ঢাপলি মেলিছিল শিল্পীগৰাকী। মাহুত বন্ধু, মৈষাল ভাই, হস্তীৰ কন্যাৰ - সুখ-দুখ, হাঁহি-কান্দোনৰ বতৰা বিলাই ফুৰিছিল 'ৰাজদুহিতা' শিল্পীগৰাকীয়ে। গোৱালপাৰাৰ মাটিত ভৰি নিদিয়াকৈয়ে, গোৱালপাৰীয়া সাহিত্যৰ কাষ নচপাকৈয়ে, গোৱালপাৰাৰ ইতিহাস অধ্যয়ন নকৰাকৈয়ো একোজন সাধাৰণ মানুহে প্ৰতিমা পাণ্ডেৰ কণ্ঠেৰে নিসৃত বহুৰঙী সুৰ-ছন্দ-লয়ৰ গীতৰ পৰাই সম্যক ধাৰণা কৰিব পাৰিছিল গোৱালপাৰাৰ ৰাইজৰ মনৰ কথা। কৃষিজীৱী, শ্ৰমজীৱী মানুহৰ জীৱন সংগ্ৰামৰ কথা।

প্ৰতিমা পাণ্ডেৰ দৰে শিল্পীৰ প্ৰতিভাৰ বাবেই গ্ৰামোফোন, অনাতাঁৰ, দূৰদৰ্শন আদি মাধ্যমসমূহৰ জৰিয়তে গোৱালপাৰীয়া লোকগীতে এক সাৰ্বজনীন স্বীকৃতি পালে। প্ৰতিমা পাণ্ডেৰ দৰে লোক-সংস্কৃতিৰ এগৰাকী আজীৱন শিল্পীৰ মৃত্যু অসমৰ বাবে, ভাৰতৰ বাবে, সমগ্ৰ পৃথিৱীৰ বাবেই অপূৰণীয় ক্ষতি। মাটিৰ মানুহ, মাটিৰ কৃষ্টিৰ সাধক শিল্পীসকলৰ বাবে প্ৰতিমা পাণ্ডে হ'ব সাহস আৰু প্ৰেৰণাৰ অমল উৎস। দেশৰ বাবে হ'ব গৌৰৱ।



# মোৰ বান্ধৱী প্ৰতিমাৰ সান্নিধ্যৰ ডুখৰীয়া স্মৃতি

□ অশোকা চক্ৰবৰ্তী (ৰেখা)

আজিকে হয়েছে শান্তি    জীবনের ভুল ভ্ৰান্তি
সব গেছে চুকে।
ৰাত্ৰিদিন ধুকধুক    তৰঙ্গিত দুঃখ সুখ
থামিয়াছে বুকে।
যত কিছু ভালো মন্দ    য'ত দ্বিধা দ্বন্দ্ব
কিছু আৰ নাই।
বলো শান্তি, বলো শান্তি    দেহ সাথে সব ক্লান্তি
হয়ে যাক ছাই।।

বুচুৰ (প্ৰতিমা) কথা ক'বলৈ গ'লে প্ৰথমতে মোৰ মনত পৰিছে কবিগুৰু ৰবীন্দ্ৰ নাথৰ 'চিত্ৰা' নামৰ কবিতা সংকলনৰ 'মৃত্যুৰ পৰে' কবিতাটিৰ ওপৰৰ পংক্তি কেইটি। প্ৰতিমাক লক্ষ্য কৰিয়েই যেন কবিয়ে এই পংক্তি কেইটি লিখিছিল। সঁচা, যেনেকৈ প্ৰতিমাই জীৱন-যাপন কৰিছিল, হয়তো বহুতো ভুল কৰিছিল, বহুতো অনাদৰ পাইছিল, দুঃখবোৰ নিজৰ বুকুত সাৱটি লৈ লোকৰ মনত মোহনীয়া, মতলীয়া গানৰ সুৰত আনন্দৰ জোৱাৰ তুলিছিল। আজি তেওঁ অনন্ত শান্তিৰ মাজত বিৰাজ কৰিছে।

কিন্তু এতিয়া সেইবোৰ কথা থাকক। স্মৃতিৰ দুৱাৰ খুলি শৈশৱৰ আনন্দ বিজড়িত কোঠালিটোলৈ এবাৰ জুমি চাওঁচোন!

তেতিয়া পঢ়াশালীত ভৰ্তি হোৱাই নাছিলোঁ। ৰাজবাড়িৰ অন্দৰৰ (ভিতৰচ'ৰা) বাহিৰৰ পথাৰখনত আমি খেলিবলৈ গৈছিলো। মই, মোতকৈ এবছৰৰ ডাঙৰ বাইদেউ, শেৱালি,

কনু (তাপস), বাচ্চা( গোপাল) আৰু বহুতে। সকলোৰে নাম এতিয়া জীৱনৰ গধূলি বেলাত আহি আৰু মনত নপৰা হৈছে। প্ৰধান খেলুৱৈ বুচু(প্ৰতিমা)। সৰুতে আমি প্ৰতিমা নামটো নেজানিছিলো, 'বুচু' বুলিয়ে মাতিছিলো। তেতিয়াৰ ৰাজবাড়ি আজিৰ ৰাজবাড়িৰ দৰে নাছিল। বিশাল প্ৰাচীৰেৰে ঘেৰি ৰখা চৌহদ, গেটত (মূল দৰজা) পহৰাদাৰ। দুজনৰ কথা মনত আছে। মস্ত মোচ থকা বিশালদেহী 'বাচ্ছা ওকা' আৰু অলপ ক্ষীণ মীন 'মিশিৰজী'। সেই ৰাজবাড়িত প্ৰৱেশ কৰিবলৈ আছিল ইটাৰ গুৰিৰে ৰঙচুৱা কৰি সজোৱা পথ। দক্ষিণ ফালৰ পথৰ দুয়োকাষে চিলভাৰ ওকৰ (Silver Oak) শাৰী। সেই সুবিশাল পথাৰত আমি 'দাড়িকোট', 'বোৰনিধান', 'হাডুডু' আদি খেল খেলিছিলো। যি কি নহওক, পথাৰ খনত সোমাই আমি প্ৰথমে ভিতৰ চ'ৰালৈ (অন্দৰ) যাওঁ। ভিতৰলৈ যোৱাৰ ৰাস্তা আছিল 'Study' ঘৰটোৰ পৰা অন্দৰলৈ এক বিশাল পকী বাৰান্দা। (পিছত ছোটৰাজকুমাৰ/ সৰু ৰাজকুমাৰৰ ভাগত পৰে study building, বাৰান্দা আদি (বাৰান্দাখন ভাঙি পেলোৱা হৈছে) study ৰ কাষেদি যোৱা সেই বাৰান্দাখন আছিল দৈৰ্ঘে; প্ৰস্থে এখন গাড়ী যাব পৰাৰ দৰে। আমি সেই পথেদি অন্দৰ সোমাওঁ।

প্ৰতিমা (বুচু) পূৰ্ণিমা (নুচু) প্ৰতিমাৰ ভনী (প্ৰয়াত। বাংলাদেশৰ এক জমিদাৰ পৰিয়ালত বিয়া হৈছিল) সাজপাৰ পিন্ধি খেলিবলৈ ওলাই আহে। তেওঁলোকৰ মাতৃ স্বৰ্গীয় মালতীলতা বৰুৱাই (মেজবউৰাণী) আমাক লজেন্স খাবলৈ দিছিল। খাই বই আনন্দ মনেৰে আমি খেলিবলৈ ওলাই আহি নানাৰকমৰ খেল খেলোঁ। খেলোতে খেলোতে গধূলি হৈ পৰে। আমি ঘৰলৈ উভতি আহোঁ।

স্কুলত ভৰ্তি হ'লো। প্ৰথম মান শ্ৰেণীত। ছোৱালী মধ্য-ইংৰাজী বিদ্যালয়। (Gauripur Girls' School) স্কুলখনৰ প্ৰধান শিক্ষক আছিল ˚প্ৰফুল্ল চন্দ্ৰ দাসগুপ্ত। শেষত তেখেতে পি.চি. ইনষ্টিটিউচন স্কুলখনত শিক্ষকতা কৰিছিল। তেখেত কাঢ়া কিন্তু বৰ মৰমীয়াল আছিল। সহকাৰী শিক্ষিকা আছিল ˚হেমলতা চৰকাৰ, বাংলা, স্বাস্থ্য-বিজ্ঞান পঢ়াইছিল। তেখেতে চিলাইও শিকাইছিল। মিছ মনোৰমা সেন নামৰ এগৰাকী বাইদেউ আছিল। তেখেতে অংক, ইংৰাজী আৰু সংগীত শিক্ষা দিছিল। এই বাইদেউজনীক আমি 'নতুনদি' বুলি মাতিছিলো। তেখেত যে ইমান মৰমীয়াল আছিল ! তেখেতে প্ৰধানতঃ ৰবীন্দ্ৰ সংগীত শিকাইছিল। নজৰুল গীতিও শিকাইছিল। কিছু কিছু গান এতিয়াও মই গাওঁ কেতিয়াবা। সেই সময়ৰ পৰা বুচুয়ে (প্ৰতিমা) গানবোৰ বৰ সোনকালে কণ্ঠত তুলি ল'ব পাৰিছিল।

সেই সৰু কালতে আমাৰ খেলাৰ ভিতৰত 'বুচু'য়ে কেতিয়াবা হাতীৰ পিঠিত নিজে উঠে, আমাকো উঠাই লৈ এপাক ঘুৰাই আনিছিল। তাই ৰাজনন্দিনী - হুকুম দিলে সেই হুকুম অমান্য কৰাৰ সাহ মাউতৰ নাছিল। সেই সময়তে, (বোধকৰো তেওঁ ১০/১১ বছৰ বয়সত) হাতীৰ শূড়েৰে তেওঁ হাতীৰ পিঠিত উঠিব পাৰিছিল। অৱশ্যে মাউত লগত আছিল। শুনিছো পিছত দেউতাকৰ চিকাৰ কেম্পত অকলে হাতীৰ পিঠিত উঠি হাতী চালনা কৰি জংঘলত ফুৰিছিল কেতিয়াবা।

মাজে মাজে বুচু (প্ৰতিমা) স্কুললৈ অহা নাছিল। তেওঁৰ দেউতাক প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ (মেজকুমাৰ লালজী) লগত দেউতাকৰ চিকাৰ-কেম্পলৈ গৈছিল। জংঘলৰ বিচিত্ৰ অভিজ্ঞতাৰ কথা প্ৰতিমাই অতি সুললিত ভাৱ আৰু ভাষাৰে বৰ্ণনা কৰিছিল। তেতিযাৰে পৰাই তেওঁ মাউত, ফান্দী আদিৰ পৰা আমাৰ জিলাৰ লোকগীতবোৰ কণ্ঠত উঠাই লৈছিল আৰু গাইছিল। নিজে দোতৰা বজাই গাব পাৰিছিল। মই তেওঁক দোতৰা আৰু খোল বজোৱা দেখিছো।

যি কি নহওক -- গৌৰীপুৰ ছোৱালী মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা ষষ্ঠ শ্ৰেণী অতিক্ৰম কৰাৰ পিছতেই প্ৰতিমা আৰু ভনীয়েক পূৰ্ণিমা (নুচু) কলকাতাৰ গোখলে মেমোৰিয়াল স্কুলত ভৰ্তি হ'ল। ডাঙৰ দেউতা, স্বনামধন্য প্ৰমথেশ চন্দ্ৰ বৰুৱাই তেওঁলোক দুজনীক উক্ত স্কুলত ভৰ্তি কৰালে। দুয়োজনীয়ে ব'ৰ্ডিংত থাকিবলৈ ল'লে। ব'ৰ্ডিঙৰ জীৱন অসহ্য বোধ হ'ল তেওঁলোকৰ। মুক্ত মনা, মুক্ত আকাশত মুক্ত বিহংগীৰ দৰে বিচৰণ কৰি ফুৰিব খোজা প্ৰতিমাৰ কাৰণে সেই জীৱন যেন লৌহ কাৰাগাৰত বন্দী কয়েদীৰ নিচিনা অসহ্য হৈ উঠিল। কিছুদিনৰ ভিতৰতে তেওঁলোক দুয়ো (প্ৰতিমা, পূৰ্ণিমা) গৌৰীপুৰলৈ উভতি আহে। এইবাৰ ঘৰতে পঢ়ি মেট্ৰিক পৰীক্ষা দিলে প্ৰতিমাই আৰু উত্তীৰ্ণও হ'ল। নিখিলচন্দ্ৰ ৰায়ে ইংৰাজী পঢ়াইছিল আৰু ত্ৰিনেশ চন্দ্ৰ দাসগুপ্তই অংক আৰু বিজ্ঞান পঢ়াইছিল ঘৰতে। মেট্ৰিক পাছ কৰি দক্ষিণ কলকাতাৰ এখন ছোৱালী কলেজত ভৰ্তি হৈছিল প্ৰতিমা। প্ৰথম বৰ্ষ (Intermediate) পাছ কৰাৰ পিছত তেওঁৰ ভাল নেলাগিল ঘুৰি আহিল গৌৰীপুৰলৈ আৰু গৌৰীপুৰৰ নিস্তৰঙ্গ জীৱনত সুৰৰ ঝংকাৰেৰে তৰঙ্গ তুলিলে। যাৰ জীৱন এটা শিল্পৰ উন্নতি আৰু প্ৰচাৰৰ বাবে উৎসৰ্গীকৃত তেওঁ কি সাধাৰণ লিখা-পঢ়া লৈ গতানুগতিক জীৱন যাপন কৰিব পাৰে?

প্ৰতিমা আছিল শিল্পী। শিল্পীৰ চকুৰে তেওঁ প্ৰকৃতিৰ পিনে চাইছিল শিল্পীৰ মনেৰে তেওঁ প্ৰকৃতিৰ বৰ্ণনাৰ গীত গাই ভাল পাইছিল। কেৱল মাত্ৰ মাউত, ফান্দী আদিৰ পৰাই যে গীত সংগ্ৰহ কৰিছিল এনে নহয়, পৰিবেশৰ গান তেওঁ সাধাৰণ গায়ক সকলৰ ঘৰে ঘৰে গৈ বুটলি লৈছিল আৰু তুলি লৈছিল কণ্ঠত।

তেওঁলোকৰ পৰিয়ালটোত সকলোৱে এটা এটা দিশত দিকপাল। প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ সুযোগ্যা ভ্ৰাতৃদুহিতা, প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ সুযোগ্যা কন্যা, পেহীদ্বয় নীহাৰবালা বৰুৱা আৰু নিলীমা বৰুৱাৰ সুযোগ্যা ভ্ৰাতৃ-- তনয়া, তেওঁলোকৰ শিল্পী চেতনাৰ পৰাই হৈ উঠিছে অতি উচ্চখাপৰ শিল্পী। অতি কম বয়সতে তেওঁ (প্ৰতিমা) ১৯৪৯ চনত কলকাতাৰ নিউ এম্পায়াৰ থিয়েটাৰ হলৰ মঞ্চত প্ৰথম লোকগীত পৰিবেশন কৰে। লোকগীত গোৱাৰ কাৰণে দেউতাক 'লালজী'ৰ পৰা আৰু ডাঙৰ পেহীয়েক নীহাৰবালাৰ পৰা তেওঁ যথেষ্ট উৎসাহ পাইছিল।

প্ৰথম যেতিয়া প্ৰতিমাই মঞ্চত লোকগীত পৰিবেশন কৰে, তেতিয়া মানুহে বহু বিৰূপ মন্তব্য কৰিছিল কিন্তু আজি এই মাহুতৰীয়াৰ গান, মাউতৰ গান, মৈষালৰ গানে

এটা বিশিষ্টতা পাইছে, এটা বিশেষ মৰ্য্যদা পাইছে। এই যে আমাৰ লোকগীতে এটা সুকীয়া বৈশিষ্ট্য পাইছে – তাৰ কাৰণে প্ৰথমেই ক'ব লাগিব স্বনামধন্যা নীহাৰবালা বৰুৱাৰ (প্ৰতিমাৰ ডাঙৰ পেহীয়েক) কথা। তাৰ পিছত আছে সুকণ্ঠী প্ৰতিমাৰ কথা। বৈশিষ্ট্যযুক্ত এক অভূতপূৰ্ব কণ্ঠস্বৰৰ অধিকাৰিণী আছিল প্ৰতিমা। এবাৰ তেওঁৰ কণ্ঠত গোৱালপাৰীয়া লোকগীত শুনিলে, অন্য কোন কণ্ঠত শুনিবলৈ ভাল নেলাগে। তেওঁৰ কণ্ঠস্বৰ যেন সৃষ্টিকৰ্তাই এই গীতৰ কাৰণেই সৃষ্টি কৰিছিল।

প্ৰতিমা বৰুৱাৰ (পাগে) কথা ক'বলৈ গ'লে বহুতো কথা স্তূপীকৃত হৈ আছে, কোনটো এৰি কোনটো ক'ম!

এই গীত পৰিবেশন কৰি তেওঁ বিভিন্ন বঁটা পাইছিল। একোটাকৈ বঁটা পাইছে আৰু মই দৌৰি গৈছোঁ অভিনন্দন জনাবলৈ। তেওঁ কৈছিল - 'মই জানং তুই আসবু। আৰ কায়ো না আইস্‌লেও তুমি ঠিকে আসবু।'

'পদ্মশ্ৰী' বঁটা পোৱাৰ পিত ধুবুৰীৰ উপায়ুক্তই প্ৰতিমাৰ সন্মানাৰ্থে এখন সভাৰ আয়োজন কৰিছিল, তাতো মই নিৰ্দিষ্ট বক্তা হিচাপে আমন্ত্ৰিত হৈছিলো। সিদিনাৰ সাজপাৰ অইন দিনাতকৈ অলপ ভাল আছিল। সোধাত কৈছিল— 'টুকু (ডাঙৰ জীয়াৰী) জোৰ কৰি পিন্ধেয়া দিছে ৰে।' কিন্তু জোতাজোৰ সলাবলৈ পাহৰি গৈ হাৱাই চপ্পল জোৰকে পিন্ধি আহিছিল। এনে আপোন-পাহৰা আছিল তেওঁ।

'পদ্মশ্ৰী' ল'বলৈ দিল্লীলৈ গৈছে। তাতে আছে ডাঙৰ পেহীয়েকৰ জীয়েক অনীতা (বুড়ি) গ্ৰেৱাল, আছে উক্ত পেহীয়েকৰ পুত্ৰ মিহিৰ বৰুৱা, পুত্ৰবধু বন্দনা বৰুৱা। আমাৰ প্ৰতিমা, সহজ সৰল প্ৰতিমা, তেওঁ সাধাৰণ সাজপাৰ পিন্ধিয়ে ল'ব ৰাষ্ট্ৰপতিৰ হাতৰ পৰা পুৰস্কাৰ! বায়েকে, নবৌয়েকে জোৰ কৰি দামী পাটৰ মেখেলা চাদৰ পিন্ধাই বঁটা আনিবলৈ পঠিয়ালে।

আৰু এদিনৰ কথা - মই তেতিয়া স্কুলত কাম কৰোঁ। স্কুলৰ কিবা কামত গুৱাহাটীলৈ গৈ আছো। বুচু (প্ৰতিমা) একেখন 'বাছ'তে উঠিছে। পিন্ধনত সাধাৰণ তাঁতৰ শাৰী, হাতত শাখা আৰু ৰঙা আয়নাৰ খাৰু, ডিঙিত শংখৰ মালা, কপালত ডাঙৰ এটা সেন্দুৰৰ ফোট। যদিও তেওঁক বৰ ধুনীয়া লাগিছিল, তথাপিও মই সদায় কোৱাৰ দৰে ক'লো— ইমান নামজ্বলা, ডাঙৰ শিল্পীগৰাকী কিয় এনেকুৱা সাজপাৰ পিন্ধি ওলাইছে! তেওঁ উত্তৰ আছিল - 'মইতো সাধাৰণ মানষিৰ গান কৰং, মাহুত, মৈষাল, গৰীব, দুঃখীৰ গান কৰং - মোৰ কি দামী সাজ-পোছাক পিন্ধা শোভা পায়?' এনে আছিল তেওঁৰ সহজ-সৰল ব্যৱহাৰ।

এটা কথা লিখা হোৱা নাই এতিয়াও। শিল্পীৰ বাহিৰেও তেওঁৰ এটা বেলেগ সত্তা আছে। তেওঁ এগৰাকী চিকাৰীও আছিল। তেওঁৰ দেউতাক, প্ৰখ্যাত চিকাৰী প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ লগত সৰুৰে পৰা তেওঁ চিকাৰৰ কেম্পলৈ গৈছিল। বাঘ চিকাৰত অংশ লৈছিল ৮/৯ বছৰ বয়সৰ পৰাই। তেওঁ নিজে এটা বাঘ মাৰিছিল ১৯৫৪ চনত।

প্ৰমথেশ বৰুৱাৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰা হ'ল। তেওঁ গান গাবলৈ আহিল। গোৱাৰ পিছত সদায় কোৱা এটা কথা আকৌ এবাৰ ক'লে ঃ "এই ৰেখা, তুই মোক লুচি, মাংস না খাওয়ালু না? আৰে বাবা, দুইখান লুচি আৰ দুই টুক্ৰা মাংস তো খাইস - তাও না খাওয়াইস্?" এনেকৈ তেওঁ সদায় কৈছিল কিন্তু কেতিয়াও তেওঁৰ সময় নহ'ল খাবলৈ। আমাৰ ঘৰলৈ আহে, কিমান গল্প কৰে – হয়তো ইচ্ছা হ'লে সাধাৰণ কিবা খুজি খায়, কিন্তু লুচি মাংস (সেই কথা তেওঁ সদায় বাহিৰত দেখা হ'লে কয়) খাবলৈ ক'লে কয় - 'আৰ একদিন খাইম। –সেই খোৱা আৰু নহ'ল। আকৌ এবাৰ বিশ্বকবিৰ ভাষাতে কওঁ –

বসিয়া আপন মনে ভালো মন্দ বল তাৰে
যাহা ইচ্ছা তাই।
অনন্ত জনম মাঝে গেছে সে অনন্ত কাজে
সে আৰ সে নাই।
আৰ পৰিচিত মুখে তোমাদেৰ দুঃখে সুখে
আসিবে না ফিৰে–
তবে তাৰ কথা থাক, যে গেছে সে চলে যাক
বিস্মৃতিৰ তীৰে।।



# মোৰ অতি চেনেহৰ প্ৰতিমাৰ সোঁৱৰণত

□ ধৰণীধৰ চৌধুৰী

কেইদিন মান আগতে প্ৰফুল্ল বৰ্মনে আহি মোক অনুৰোধ জনালে, প্ৰতিমা বৰুৱা পাণ্ডেৰ বিষয়ে মই তেওঁৰ এজন আত্মীয় হিচাপে কিবা অলপ লেখিব লাগে। কিন্তু প্ৰতিমাৰ বিষয়ে লিখাৰ কথা ভাবিলেই ভাব হয়, তেওঁৰ বিষয়ে সকলো কথা ভাষাৰে প্ৰকাশ জানো সম্ভৱ? প্ৰতিমাই গৌৰীপুৰৰ ৰাজপ্ৰাসাদৰ দেৱালৰ পৰা ওলাই আহি অতি সাধাৰণ হোজা-চহা গাৱঁলীয়া বিভিন্ন স্তৰৰ মানুহৰ অন্তৰ নিগৰি ওলোৱা গীত-মাতবোৰ সযতনে সজাই সাংস্কৃতিক ৰূপদান কৰি গোটেই ভাৰতত প্ৰতিষ্ঠা কৰি সৌ সিদিনা অকালতে নৰদেহ ত্যাগ কৰি গুচি গ'ল। তেওঁ জীৱন কালতে এগৰাকী কিংবদন্তি নাৰী হিচাপে পৰিচিত হৈছিল। তথাপি শ্ৰীবৰ্মনৰ অনুৰোধ মৰ্মে হাতত কলম লৈছোঁ প্ৰতিমাৰ বিষয়ে, গৌৰীপুৰৰ ৰাজপৰিয়ালৰ সম্বন্ধে আৰু গোৱালপাৰীয়া লোকগীতৰ বিষয়ে যি অলপ-চলপ জানো তাকে লিপিবদ্ধ কৰিবলৈ।

সাধাৰণতে ৰজা মহাৰজা আৰু আঢ্যৱন্ত মানুহবোৰৰ এটা পৰম্পৰা আছে যে তেওঁলোকে সাধাৰণ লোকৰ লগত মিলা-মিছা নকৰে আৰু কেতিয়াবা বাধ্য হৈ তেওঁলোকৰ মাজলৈ যাবলগীয়া হ'লেও তেওঁলোকে নিজৰ আত্মাভিমান বজাই ৰাখি নিজক কেতিয়াও বিলাই নিদিয়ে। এতিয়া ৰজা-মহাৰজা নাই, কিন্তু তেওঁলোকৰ পৰিয়ালবৰ্গ আছে আৰু আন আঢ্যৱন্ত লোকবোৰো আছে। সেয়ে সামাজিক সমস্যাবোৰ আঁতৰা নাই। বৰঞ্চ দিনে দিনে ভেদাভেদৰহে সৃষ্টি হ'বলৈ ধৰিছে। কিন্তু গৌৰীপুৰৰ ৰাজপৰিয়াল এই ক্ষেত্ৰত ব্যতিক্ৰম আছিল। অতীত বুৰঞ্জীলৈ নগৈও ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ দিনৰ পৰা অৰ্থাৎ আমি নিজ চকুৰে দেখা দিনৰ পৰা সেই কথা ক'ব পাৰোহঁক।

মই গৌৰীপুৰত থাকোতে এজনে, নামটো পাঁহৰিছো, সকলতে মোক কৈছিল কিদৰে তেওঁ ৰজাৰ অনুগ্ৰহ প্ৰাপ্ত হৈছিল । তেওঁ কৈছিল যে, তেওঁ এটি দুখীয়া পৰিয়ালৰ ল'ৰা

আছিল। তথাপি পঢ়াৰ বাবে ধাউতি থকা কাৰণে তেওঁ গৌৰীপুৰৰ প্ৰতাপ চন্দ্ৰ হাইস্কুলত নাম ভৰ্তি কৰিছিল। তেওঁৰ প্ৰাতঃ ভ্ৰমণ কৰাৰ অভ্যাস আছিল। ৰজায়ো প্ৰাতঃ ভ্ৰমণ কৰিছিল। এদিন ৰাতিপুৱা এইদৰে ফুৰোতে হঠাৎ ৰজা তেওঁৰ সমুখত উপস্থিত হ'ল। তেতিয়া জাৰকালি আছিল, তেওঁৰ ভৰিত জোতা বা চেণ্ডেলো নাছিল আৰু গাত গৰম কাপোৰো নাছিল। ৰজাই তেওঁক মাতি ওচৰলৈ আনি সকলো খবৰ লৈ জানিব পাৰিলে যে, ল'ৰাজনৰ দেউতাক গৌৰীপুৰ চহৰৰ বস্তি অঞ্চলৰ আৰু অতি দুখীয়া বাসিন্দা। ল'ৰাজনে যদিও হাইস্কুলত নাম লগাইছে, কিমান দিন স্কুলত পঢ়িব পাৰিব তাৰ সম্ভাবনা উজ্জ্বল নাছিল। তেতিয়া ৰাজকীয় বৈভৱ এনেকুৱা আছিল যে, ল'ৰাজনে ৰজাৰ লগত কথা পাতোতে তেওঁৰ হাত ভৰি কঁপিছিল। সেই ঘটনাৰ দুদিনমান পিছত গৌৰীপুৰ হাইস্কুলত হেডমাষ্টাৰৰ নামত এটা ডাঙৰ টোপোলা আৰু এখন চিঠি স্বয়ং ৰজাই লিখা। টোপোলাটোত ল'ৰাজনৰ কাৰণে পেন্ট, চাৰ্ট, ধুতি, পাঞ্জাবী, জোতা আৰু গৰম কাপোৰ। চিঠিখনত ৰজাই তেওঁক স্কুলীয়া মাচুল মাফ কৰি দিছিল আৰু হেডমাষ্টৰক জনাইছিল যাতে ল'ৰাজনে সুকলমে পঢ়া-শুনা শেষ কৰিব পাৰে আৰু তাৰ কাৰণে সকলো খৰচ ৰাজভঁড়ালৰ পৰা আহিব। এইটো এটা উদাহৰণহে মাত্ৰ। এনেদৰে ৰজাই বহু দুখীয়া হাইস্কুলৰ ছাত্ৰ, সংস্কৃতি টোলৰ ছাত্ৰৰ সাজ-পোছাক আনকি খোৱা লোৱাৰো ভাৰ বহন কৰিছিল। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ জনকল্যাণৰ হকে কৰা কামবোৰ অতি দীঘলীয়া কাৰণে এটা মাথোন ইংগিত দিয়েই সামৰিলো। এই ৰজাই তেওঁৰ দ্বিতীয় পুত্ৰ প্ৰকৃতিশ বৰুৱাৰ প্ৰথম কন্যাৰ নামাকৰণ কৰিছিল 'প্ৰতিমা'। ৰজা নিজে সংগীতজ্ঞ আৰু বাদ্যযন্ত্ৰী আছিল। তেওঁ ভাল সংগীতজ্ঞ আৰু বাদ্যযন্ত্ৰীৰ খবৰ পালে তেওঁলোকক মাটি বাৰী দি গৌৰীপুৰত সংস্থাপিত কৰিছিল। ইয়াৰ ভিতৰত কেবাজনো দেশী গীতৰ শিল্পীও আছিল তেওঁলোকৰ কাম আছিল সন্ধিয়া ৰাজবাৰীত সংগীত বাদ্য পৰিবেশন কৰা। দেশীগীত তেতিয়া ভদ্ৰলোক সকলে ঘৃণনীয় আৰু বৰ্জনীয় বুলি ধাৰণা কৰিছিল।

ৰজাৰ প্ৰথম পুত্ৰ প্ৰমথেশ চন্দ্ৰ বৰুৱাই ৰাজকীয় বৈভৱ, ইষ্টেট্ পৰিচালনাৰ গুৰুভাৰ, ৰাজনৈতিক প্ৰতিষ্ঠা, তেতিয়াৰ গৱৰ্ণৰ ছাৰ লকী হেমগুৰ মন্ত্ৰিত্বৰ আহ্বান নেওচা দি ভাৰতীয় চলচ্চিত্ৰৰ জন্মলগ্নতে এটি অনিশ্চিত ভৱিষ্যত আগত লৈ গৈ নানা দুঃখ কষ্টৰ মাজেৰে ছবি পৰিচালনাৰ ভাৰ লৈছিল আৰু ছবিৰ মাধ্যমেৰে সাধাৰণ জনগণৰ সুখ দুঃখ, আশা-আকাংখা প্ৰতিফলিত কৰি সুখ্যাতিৰ শীৰ্ষস্থান অধিকাৰ কৰিছিল। ভাৰতৰ কোনো ৰাজ-পৰিয়ালৰ সদস্যৰ এনেকুৱা উদাহৰণ পাবলৈ নাই। প্ৰতিমাই কলকাতাত হাইস্কুল আৰু কলেজত পঢ়াৰ সময়ত তেওঁলোকৰ বাসগৃহত ডাঙৰ ডাঙৰ ওস্তাদৰ মজলিচত বৰুৱাই তেওঁৰ ভতিজীৰ দ্বাৰা দেশীগীত পৰিবেশন কৰিবলৈ উদ্‌গনি দিছিল।

প্ৰকৃতিশ বৰুৱা আছিল ভাৰতৰ ভিতৰতে প্ৰখ্যাত এজন হস্তীবিদ আৰু হাতীচিকাৰী। তেওঁ প্ৰত্যেক বছৰতে পূজাৰ পিচৰ পৰা ৬/৭ মাহ কাল হাতী ধৰিবলৈ ওলাই গৈ

ৰাজপ্ৰাসাদৰ সম্ভোগ, সম্ভ্ৰম, আৰাম সকলো নেওচা দি বনৰীয়া জীৱজন্তু, সাপ-বেঙ-আদিৰে ভৰা জংঘলত হাতীৰ মাউত-ফান্দীহঁতৰ লগত সমভাৱে কেম্পত বাস কৰিছিল। তেওঁ এহেজাৰতকৈ অধিক বনৰীয়া হাতী ধৰি পোহ মনাইছিল। ভাৰতৰ ভিতৰত ইয়ো এটা অভিলেখ। প্ৰতিমাই প্ৰায়ে গৈ দেউতাকৰ লগত কেম্পত আছিল। হাতীৰ মাউত আৰু ফান্দীবোৰে তেওঁলোকৰ জীৱনৰ, সমাজৰ সুখ, দুঃখৰ কথা বৰ্ণাই দেশী গীত গাইছিল। তদুপৰি বনৰীয়া উদণ্ড হাতীক পোহ মনোৱাৰ মাধ্যমো আছিল সংগীত। প্ৰতিমাই সেইবোৰ দেখি শুনি কেৱল পুলকিতই নহয়, সেইবোৰ শিকি বুজি লৈছিল আৰু দেউতাকৰ এই ক্ষেত্ৰত আছিল প্ৰবল উৎসাহ। ৰজাৰ ঘৰত বাথানো আছিল। প্ৰতিমাই সেই বাথানৰ বাথীসকলৰ পৰাও দেশীগীতৰ সমল আহৰণ কৰিছিল।

ৰজাৰ বৰজীয়াৰী নীহাৰবালা বৰুৱাই দেশী নৃত্য-গীতৰ প্ৰেমত পৰিছিল। আনকি বৃদ্ধা বয়সতো তেওঁক এবাৰ কলকাতাৰ দূৰদৰ্শন কেন্দ্ৰত দেশী নৃত্য পৰিৱেশন কৰা আমি দেখিছিলো। তেওঁ প্ৰতিমা আৰু আন ভতিজীসকলক লৈ গাৱেঁ গাৱেঁ ঘুৰি হোজা চহা মানুহৰ ঘৰত দেশী নৃত্য-গীত উপভোগ কৰি ফুৰিছিল আৰু সেইবোৰৰ তাল, সুৰ, লয় আদি শিকি লৈ ভতিজীহঁতক শিকাইছিল। ৰজাৰ দ্বিতীয় জীয়ৰী নীলিমা বৰুৱাই এই দিশত পিচপৰা নাছিল। কিন্তু তেওঁ বেচি ভাগ সময় শান্তি নিকেতনত কটাব লগা কাৰণে প্ৰতিমাহঁতৰ লগত নৃত্য-গীতৰ সংগী হ'ব নোৱাৰিলে। প্ৰতিমাৰ আন ভনীসকলো এই নৃত্য-গীতৰ প্ৰতিভাশালী শিল্পী, কিন্তু তেওঁলোকে ঘৰ সংসাৰ লৈ ব্যস্ত থকাৰ কাৰণে লোকচক্ষুৰ পৰা আঁতৰতে ৰৈ গ'ল। গৌৰীপুৰৰ ৰাজবাড়ীৰ কম্পাউণ্ডৰ ভিতৰত কাতি পূজা হৈছিল। কেৱল সেয়াই নহয়, ৰাস পূজা, সো-গবাল পূজা, শিতলা পূজা, সুবচনী ব্ৰতকথা এইবোৰ ৰাজবাৰীৰ ভিতৰতে হওঁক বা বাহিৰতে হওঁক ৰাজ পৰিয়ালৰ সকলো সদস্যই সেইবোৰ উপভোগ কৰিছিল। তেওঁলোকৰ পৃষ্ঠপোষকতাতে গৌৰীপুৰত চড়ক পূজা আৰু মেলা হৈছিল। এই সকলোবোৰ অনুষ্ঠানতে গোৱা গীতৰ ভাষা আছিল দেশী। প্ৰতিমাই সেইবোৰ শিকি-বুজি লৈ বহীত লিখি ৰাখিছিল। প্ৰতিমাই পাঁচ-ছয় বছৰ বয়সতে গীত পৰিৱেশন কৰিব পাৰিছিল। ১৯৪৯ চনত অৰ্থাৎ এঘাৰ বছৰ বয়সত কলকাতাৰ এক অনুষ্ঠানত প্ৰথম দেশীগীত পৰিৱেশন কৰি ভূয়সী প্ৰশংসা লাভ কৰিছিল আৰু এইবোৰেই তেওঁক ভাৰতীয় মঞ্চলৈ আগবাঢ়ি যোৱাৰ চাবি-কাঠি খুলি দিছিল।

ভাৰতীয় অনাতাঁৰ কেন্দ্ৰই মাজে মাজে Concert of AIR নামেৰে সংগীত শিল্পীসকলৰ মহা-সমাৰোহ পাতে। এইবোৰ অনুষ্ঠান কাৰ্চিয়াং, ডিব্ৰুগড় তেজু, গেংটক, শিলচৰ আৰু আগৰতলা আদি ঠাইত আয়োজন কৰা হৈছিল আৰু এইবোৰ প্ৰত্যেক ঠাইতে প্ৰতিমাই নিমন্ত্ৰণক্ৰমে অংশ গ্ৰহণ কৰি ভাৰতীয় শিল্পীসকলৰ লগত আদান-প্ৰদানৰ সুবিধা পাইছিল আৰু সেই সকলোবোৰ ঠাইৰ অনাতাঁৰ কেন্দ্ৰৰ পৰা গীত পৰিৱেশন কৰিছিল। গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰ প্ৰতিষ্ঠা হোৱাৰ পিচৰ পৰা তাত গীত পৰিৱেশন

কৰিছে। অসমৰ সাংস্কৃতিক সঞ্চালকালয়ৰ পৰা প্ৰায় প্ৰতি বছৰে ভাৰতৰ আন আন ৰাজ্যলৈ শিল্পীৰ দল পঠায়। প্ৰতিমা এইবোৰৰো অন্যতম সদস্যা আছিল। তেওঁ নিজেই কেতিয়াবা গোৱালপাৰীয়া নৃত্য-গীতৰ দল লৈ অন্য ৰাজ্য ভ্ৰমণ কৰিছিল। ড° ভূপেন হাজৰিকাৰ পৰিচালনাৰ 'এৰা বাটৰ সুৰ' ছবিখনতে প্ৰথম প্ৰতিমাই 'দেশী' গান গাইছিল। তাৰ পিচত ড° হাজৰিকাৰে 'মাহুত বন্ধুৰে' আৰু আন ছবিত এই গীত পৰিবেশন কৰে।

অসম সাহিত্যসভাৰ প্ৰায় সকলোবোৰ বাৰ্ষিক উৎসৱৰ মহামেলালৈ প্ৰতিমাই নিমন্ত্ৰণ পাই গীত পৰিবেশন কৰিছিল। সাহিত্য সভাই অভয়াপুৰী অধিবেশনত তেওঁক সম্বৰ্দ্ধনাও জনাইছিল। তদুপৰি বিভিন্ন প্ৰান্তৰ বিহু উৎসৱ আৰু আন আন উৎসৱত প্ৰতিমাৰ গীত আছিল সকলোৰে আকৰ্ষণীয় সম্ভাৰ। আনকি বৰপেটা সত্ৰইও প্ৰতিমাক মাতি নি গীত গোৱাইছিল আৰু সন্মান যাচিছিল। গুৱাহাটীৰ আকাশবাণী কেন্দ্ৰই প্ৰথমতে প্ৰতিমাৰ গীতৰ স্বীকৃতি দিব খোজা নাছিল। পিছত ড° ভূপেন হাজৰিকা, ৰুদ্ৰ বৰুৱা আৰু পুৰুষোত্তম দাসৰ ওকালতিত তেওঁলোক পৰাস্ত হৈ এই গীতক গোৱালপাৰীয়া গীত নামাকৰণ কৰে আৰু ১৯৭৮ চনৰ পৰাই গুৱাহাটী কেন্দ্ৰৰ জৰিয়তে তেওঁ গাবলৈ আৰম্ভ কৰে। এনেদৰে গোটেই ভাৰতৰ সংগীত সাগৰত প্ৰতিমাই সাতুৰি নাদুৰী প্ৰতিষ্ঠিত হৈছিল। তেওঁৰ জীৱনটো উৎসৰ্গিত হৈছিল সংগীত সাধনাত আৰু জন্মও হয়তো হৈছিল এই লক্ষ্য সাধনাৰ বাবেহে। ভাৰত চৰকাৰে দিছিল 'পদ্মশ্ৰী' উপাধি, সংগীত নাটক একাডেমীয়ে দিছিল একডেমী এৱাৰ্ড আৰু উত্তৰ বংগৰ বিশ্ববিদ্যালয়ে প্ৰদান কৰিছিল 'দি লিট' উপাধিৰে সন্মান।

গোৱালপাৰীয়া লোকগীতৰ পৰিসৰ বৰ বিস্তৃত আৰু বৈচিত্ৰপূৰ্ণ। তুলনামূলক বিচাৰত কামৰূপী লোকগীত বিষয়বস্তুৰ পৰা আৰু সংখ্যাৰ দিশত বহুত কম। কামৰূপী লোকগীতত দেহতত্ত্বৰ প্ৰভাবেই বেছি। গোৱালপাৰীয়া লোকগীত, দেহতত্ত্বমূলক, প্ৰেমমূলক আৰু বিভিন্ন বিষয়ক গীত মূলত এনেদৰে ভাগ কৰিব পাৰি, যেনে - নাওখেলৰ গীত, বিয়াৰ গীত, এউৰীমাংগল, ঘৰুৱা জীৱনৰ বিষয়ে, জীৱ-জন্তুৰ বিষয়ে, পালাগান, বাৰমাহীগান আৰু বিবিধ পূজা-পাৰ্বনত গোৱা গীত। ইয়াৰ মুখ্য সুৰ চাৰিটা — ভাওৱাইয়া, চট্‌কা, চৰুৱা আৰু মইষালী। এইবোৰ গীতৰ লগত ব্যৱহাৰ কথা যন্ত্ৰ-বাদ্যবোৰ হ'ল — দোতাৰা, সাৰেন্দা, কৰতাল, ঢাক, নাগেৰা, সানাই, ঢোল, ডগৰ, খেকৰ, খঞ্জুৰী, বাঁহী আৰু ৰংৰাস আদি। আজি কালি বহুত নতুন শিল্পীয়ে এই গীত গাবলৈ লৈ অত্যাধুনিক যন্ত্ৰ ব্যৱহাৰ কৰা দেখা যায়। যাৰ ফলত লোকসংগীতৰ মাধুৰ্যই হ্ৰাস পায়। তেওঁলোকে প্ৰতিমাৰ গ্ৰামোফোন ৰেকৰ্ড আৰু টেপবোৰৰ গীত ভালকৈ শুনিলে নিজকে ভালদৰে শুধৰাব পাৰিব। দলগোমাৰ বৈষ্ণৱ সত্ৰাধিকাৰৰ দুই কন্যা সৰোজবালা আৰু কুসুমলতাৰ বিয়া হৈছিল ক্ৰমে ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ লগত আৰু জমিদাৰ সতীশচন্দ্ৰ বৰুৱাৰ লগত। ৰাণী সৰোজবালাৰ পুত্ৰ কন্যাসকলৰ কথা আগতে কৈ অহা হৈছে। কুসুমলতাৰ দুজন পুত্ৰ আৰু চাৰিজনী কন্যা। এওঁলোকৰ ডাঙৰজনী কন্যা আছিল পীয়ুষবালা।

গতিকে দুই ভনীৰ সন্তানসকল সম্বন্ধীয় ভাই ভনী। মই বিয়া কৰাইছিলো পীযুষবালাৰ জীয়েক মিনতিক। সেই সম্বন্ধত মই প্ৰতিমাৰ ভিন্‌দেউ, তেওঁ মোক ভিন্নি, বুলি মাতিছিল। তেওঁৰ আছিল সংগীতত ৰাপ আৰু মোৰ নাট্যভিনয়ত। সেই কাৰণেই বোধহয় মোৰ আৰু প্ৰতিমাৰ গভীৰ বন্ধুত্ব গঢ়ি উঠিছিল। প্ৰতিমা বৰ দিলখোলা স্বভাবৰ আছিল আৰু জীৱনৰ প্ৰায় সকলো কথা লুকঢাক নোহোৱাকৈ মোৰ লগত আলোচনা কৰিছিল। আনকি ব্যৰ্থ প্ৰেমৰ কাহিনীও। তেওঁ মোৰ গুৱাহাটীৰ ঘৰত মাজে মাজে আহি আলহী হৈছিল, এদিন হঠাৎ মোক ক'লে যে, গৌৰীপুৰৰ প্ৰমথেশ বৰুৱা মহাবিদ্যালয়ৰ প্ৰবক্তা গংগাচৰণ পাণ্ডেক বিয়া কৰিবলৈ ওলাইছে। প্ৰমথেশ বৰুৱা কলেজ স্থাপনত মই আগভাগ লৈছিলো আৰু কলেজৰ পৰিচালনা সমিতিৰ মই কাৰ্যকৰী সভাপতি আছিলো। মোৰ দিনতে অধ্যক্ষ বীৰেন্দ্ৰ নাথ দত্ত (বৰ্তমান অসম সাহিত্য সভাৰ সভাপতি) আৰু আন আন বিষয়ৰ প্ৰবক্তাসকলে নিযুক্তি পাইছিল। কিন্তু পাণ্ডে তেতিয়া নাছিল আৰু তেওঁৰ বিষয়ে একো জনা নাছিলো। পিচতহে প্ৰতিমাৰ পৰা জানিছিলো যে, তেওঁ উত্তৰ প্ৰদেশৰ বাইবেৰেলীৰ বিশিষ্ট ব্ৰহ্মাণ পৰিয়ালৰ সন্তান আৰু কলেজৰ ইংৰাজী বিষয়ৰ প্ৰবক্তা।

মই প্ৰতিমাক সুধিছিলো যে, তেওঁৰ বিষয়ে পাণ্ডেই সকলো কথা অবগতনে? প্ৰতিমাই কৈছিল যে, পাণ্ডেৰ লগত সকলো কথা আলোচনা কৰিছে। তেতিয়া ক'বলৈ একো নাছিল আৰু মই সৰ্বান্তকৰণে শুভ কৰ্মলৈ শুভাশীষ জনাইছিলো কিন্তু তথাপি এটা চিন্তা আছিল যে, গাহস্থ্য জীৱনত সোমাই প্ৰতিমাৰ সংগীতৰ বিঘিনি ঘটিব পাৰে। কিন্তু পিচত দেখিলো যে, পাণ্ডেই পত্নীৰ সংগীত স্পৃহাক কেৱল সমৰ্থনেই নহয়, অৰিহনাও যোগাইছিল। দুয়োৰে দাম্পত্যজীৱন আছিল সুন্দৰ। তেওঁলোকৰ দুটি কন্যা সন্তান। সিহঁতৰো ইতিমধ্যে বিয়া-বাৰু হৈ গৈছে। ভাবিলে দুঃখ লাগে যে, পাণ্ডেই কলেজৰ পৰাও অৱসৰ পাইছে আৰু একেবাৰে অকলশৰীয়া হৈ পৰিছে।

প্ৰতিমাৰ কথা ভাবিলেই মোৰ কবিগুৰুৰে লিখা কবিতা ফাকিলৈ মনত পৰে -

'তোমাৰ কীৰ্তিৰ চেয়ে তুমি যে মহৎ
তাই তব জীৱনেৰ ৰথ
পশ্চাতে ফেলিয়া যায় কীৰ্তিকে তোমায় বাৰম্বাৰ।



# অসম গৌৰৱ গৌৰীপুৰীয়া জীয়ৰী

□ ৰামেশ্বৰ পাঠক

সুদূৰ অতীতৰ পৰাই অসমত বিভিন্ন সময়ত নানা দিশত অনেক মহিয়ষী ৰমণীৰ জন্ম হৈ আহিছে আৰু তেখেত সকলৰ স্বকীয় প্ৰতিভাৰে নানা প্ৰকাৰে অসম মাতৃলৈ বহুমূল্যীয়া অৱদান আগবঢ়াই দেশলৈও গৌৰৱ বৃদ্ধি কৰিছে আৰু নিজৰ নামো ইতিহাসৰ পাটত সোণালী আখৰেৰে জিলিকাই ৰাখিছে। মহাভাৰতৰ যুগতেই শ্ৰীকৃষ্ণৰ প্ৰেয়সী ৰূপে কুণ্ডিল্যৰ ভীষ্মৰ দুহিতা ৰুক্মিনীয়ে কমখন আলোড়নৰ সৃষ্টি কৰা নাছিল। শোণিতপুৰৰ বান ৰজাৰ জীয়ৰী উষাক অনিৰুদ্ধ কোঁৱৰৰ বাবে হৰলুকি মায়াৰে পলুৱাই অনাত চিত্ৰলেখাইও নিজৰ চিত্ৰবিশাৰদৰ নিপুনতা আৰু বান্ধৱীৰ নিমিত্তে অসীম ত্যাগৰ চানেকি দি থৈ গৈছে। অৰ্জ্জুনে চিত্ৰাঙ্গদাৰ ৰূপত মোহ গৈ পাণি গ্ৰহণ কৰি অসমৰ নাম মহাভাৰতৰ পাটত জিলিকাই ৰাখি গৈছে। তদ্ৰুপ ভাৱে দ্বিতীয় পাণ্ডৱ ভীমে হিড়িম্বাক, দুৰ্যোধনেও ভগদত্তৰ জীয়াৰী ভানুমতীক আৰু গান্ধাৰৰ ৰাজকোঁৱৰ মেঘবাহনে অমৃতপ্ৰভাক বিয়া কৰাই নিজকে অতি সৌভাগ্যবান বুলি মানি লৈছিল আৰু অমৃত প্ৰভাইয়ো ৰাজ পৰিয়ালত প্ৰভুত প্ৰভাৱ বিস্তাৰকৰি অসমৰ বিস্তৰ খ্যাতি ৰাখি গৈছে।

বুৰঞ্জীৰ পাত লুটিয়াই চালে দেখা যায় মূলা গাভৰু, জয়মতী কুঁৱৰী, ৰাণী ফুলেশ্বৰী আদিয়ে নানা ভাৱে নিজ কৰ্মৰ মাজেদি প্ৰতিভাৰ প্ৰমাণ প্ৰতিভাত কৰি গৈছে। সাহিত্য সঙ্গীতৰ ক্ষেত্ৰতো বিচাৰি চালে তেনেকুৱা প্ৰতিভাসম্পন্ন ৰমণী অলেখ ওলায়। অসমৰ বৰ্তমান সময়ত নৃত্য গীতৰ ক্ষেত্ৰত নাম ল'ব পাৰি পাৰবীন চুলতানা, পুষ্পা ভূঞা, ইন্দিৰা পি পি বৰা, শুভলক্ষ্মী আদি মহিলা সকলৰ, যি অসমলৈ সুনাম কঢ়িয়াই আনিছে। তেখেত সকলে শাস্ত্ৰীয় সঙ্গীত, শাস্ত্ৰীয় নৃত্য আদিৰ সাধনা আৰু উপস্থাপনৰ জৰিয়তে অসম মাতৃৰ সেৱা আগ বঢ়াই আছে।

কিন্তু আঢ্যবন্ত কিম্বা তথাকথিত সম্ভ্ৰান্ত পৰিয়ালৰ লোকৰ দ্বাৰা অৱহেলিত আৰু অনাদৃত পৰিলক্ষিত হোৱা (তাহানিৰ দিনত) গাওঁবাসী তথা কৃষক সমাজত প্ৰচলিত জনগীত বা লোকগীত সমূহক হিয়াৰ আমঠু বুলি ধৰি লৈ অশেষ ত্যাগ আৰু কষ্টেৰে

জীয়াই ৰখা আৰু তাৰেই সাধনাত ব্ৰতী হৈ জীৱনৰ শেষ স্তৰলৈ জন্মভূমিক সেৱা কৰি যোৱা ব্যক্তি বিচাৰি খুব কমেই পোৱা যায়। হাবি বননি, গাওঁ ভূইৰ বোকাপানী গছকি, ৰ'দ, বতাহ, বৰষুণ আদি নানা বিপদ বিঘিনিৰে ভৰা পৰিবেশৰ মাজত থাকিও মনৰ মাজত থকা মাটিৰ মৰমবোৰ বিভিন্ন সময়ত নানা কাৰণত স্বতঃস্ফূত ভাবে নিগৰি ওলোৱা অন্তৰৰ ভাব, আবেগ, অনুভূতি ধ্যান ধাৰণা চিন্তা ভাৱনাবোৰ গাৱঁলীয়া কৃষক, বনুৱা, সমাজ জীৱনত নিবিড়ভাৱে সাঙোৰ খাই আছে, সেই সমাজৰ হিয়াৰ আমঠু লোকগীতবোৰ। ধৰ্মীয় অনুষ্ঠান প্ৰতিষ্ঠান পূজা-পাৰ্বন আদিতো তেনেকুৱা ভক্তি ভাৱাপন্ন গীত মাতবোৰ ভকতসকলৰ মাজত এক বিশাল ঠাই আগুৰি আছে। কৰ্মময় জীৱনত কামৰ মাজতে খাটি খোৱা জনগণে মুখে মুখে তেনে ধৰণৰ পৰিবেশৰ লগত খাপ খুৱাই বিভিন্ন ধৰণৰ গীত মাত ৰচনা কৰি গাই মনৰ মাজৰ দুঃখ ভাগৰ পাতলাইছিল। অৱশ্যে এই পৰিস্থিতিৰ মাজতেই দুই এক ব্যতিক্ৰমী ব্যক্তিত্বৰ গৰাকীও দেখা যায়। তাৰ ভিতৰত স্মৰণীয় ব্যক্তি হ'ল ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা, পদ্মশ্ৰী প্ৰয়াত প্ৰতিমা পাণ্ডে বৰুৱা অন্যতম। এই সকল স্বনামধন্য শিল্পীয়ে ইচ্ছা কৰা হ'লে মহা আড়ম্বৰ পূৰ্ণভাৱে ৰাজকীয় জীৱন যাপন কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁলোকে প্ৰকৃতিৰ বুকুৰ মিঠা মিঠা সুৰৰ সুবাসেৰে মন প্ৰাণ মোহিত কৰি লোক সংস্কৃতিৰ ক্ষেত্ৰত মনোনিবেশ কৰি জীৱন অতিবাহিত কৰি গৈছে।

প্ৰতিমা বৰুৱা পাণ্ডেৰ নাম নুশুনা অথবা তেওঁৰ গানৰ সোৱাদ নোপোৱা ব্যক্তি অসমত বোধহয় নোলাব। এই দৰদী শিল্পী গৰাকীৰ সাধনা আৰু ত্যাগ ও প্ৰচেষ্টাৰ কাৰণেই গোৱালপাৰা জিলাৰ বিভিন্ন অঞ্চলত প্ৰচলিত থলুৱা গীতমাতবোৰে নতুনৰ জীৱন লাভ কৰিবলৈ সক্ষম হৈছে। ৰাজপৰিয়ালত জন্ম গ্ৰহণ কৰি ৰাজকীয় আমোদ প্ৰমোদৰ মাজত ডাঙৰ দীঘল হৈছিল প্ৰতিমা বৰুৱা। সেই সময়ত সুদুৰ কলকাতা, কোচবিহাৰ, জলপাইগুৰি আদি ঠাইৰ পৰা সঙ্গীতজ্ঞ সকলক নিমন্ত্ৰণ কৰি আনি দেউতাক (লালজী) প্ৰকৃতিশ চন্দ্ৰ বৰুৱাই সদায় নিজ ঘৰতে মজলিছ পাতি কেইবাদিন জুৰি সঙ্গীতৰ সোৱাদ লৈছিল আৰু আনকো সঙ্গীতৰ প্ৰতি আকৃষ্ট হ'বলৈ নানা প্ৰচেষ্টা হাতত লৈছিল। তেনেকুৱা পৰিবেশৰ মাজত থাকি ডাঙৰ দীঘল হৈও প্ৰতিমাৰ গাৱঁলীয়া থলুৱা গীত-মাতৰ প্ৰতিয়ে মন ঢাল খায়। হাতী চিকাৰলৈও মাজে মাজে গৈছিল আৰু হাতীৰ মাহুত সকলৰ মুখত শুনা মাহুতৰ গীত, ম'হৰ গুৱাল সকলৰ মুখত শুনা মহছালি গীত, বিভিন্ন উৎসৱ পাৰ্বন আদিত গোৱা গীতবোৰ শুনি সেইবোৰ নিজে আয়ত্ব কৰি লৈ একাগ্ৰচিত্তে প্ৰাণ দি গাইছিল। গাৱঁলীয়া হোজা খেতিয়ক, ম'হ ৰখীয়া, গৰখীয়াকে আদি কৰি একেবাৰে নিম্ন শ্ৰেণীৰ বনুৱা আদিৰ পৰাও তেনে ধৰণৰ গীতবোৰ সংগ্ৰহ কৰি লৈ সেইবোৰ শিকি বুজি লৈ নতুন উৎসাহ আৰু উদ্যমেৰে গাই নিজেও আনন্দ লাভ কৰিছিল আৰু আনকো তাৰ সোৱাদ বিলাইছিল।

এনেকৈ স্কুলীয়া জীৱনৰ পিছত কলকাতালৈ গৈ কলেজীয়া জীৱন আৰম্ভ কৰে. কলকাতাত থাকোতেও নানা বিধ গীত চট্‌কা, ভাৱইয়া, ম'হচালি গীত, আধ্যাত্মিকগীত, কুশান গীত আদিৰ সুৰৰ যাদু আৰু আবেদনে প্ৰতিমাক মাতৃভূমি অসমলৈ উভতাই আনিলে। সাধাৰণ খৰিকটীয়া, ৰিক্সাচালক আদি লোকক সঙ্গীত চৰ্চাৰ সঙ্গী হিচাপে লগত লৈ গীত পৰিবেশন কৰিবলৈ প্ৰতিমাই অলপো কুণ্ঠাবোধ কৰা নাছিল।

এনেদৰে লোকগীতৰ লগত সাঙোৰ খাই পৰাৰ পিছত এদিন হঠাৎ অসম তথা ভাৰত গৌৰৱ ড° ভূপেন হাজৰিকাদেৱ কিবা চিনেমা সম্পৰ্কীয় কামত গৈ গৌৰীপুৰীয়া প্ৰতিমা বৰুৱাৰ ঘৰত উপস্থিত হয়। হাজৰিকা দেৱৰ চকুত প্ৰতিমাৰ প্ৰতিভা আৰু বৈশিষ্টবোৰ সাপেহে সাপৰ ঠেং দেখাৰ নিচিনা ধৰা পৰিল আৰু প্ৰতিমাক দেউতাকৰ ওচৰৰ পৰা গুৱাহাটীলৈ লৈ আহে আৰু সেই সময়ৰ আকাশবাণী কেন্দ্ৰৰ সঙ্গীত শাখাৰ দায়িত্বত থকা প্ৰয়াত পুৰুষোত্তম দাসৰ হতুৱাই কেইটিমান গীত আকাশবাণী কেন্দ্ৰৰ জৰিয়তে প্ৰচাৰৰ উদ্দেশ্যে বাণীবদ্ধ কৰি লয়। কিন্তু কি নামেৰে গীতবোৰ প্ৰচাৰ কৰা যাব তাকে লৈ মহা বিপাঙত পৰিল পুৰুষোত্তম দাস। প্ৰতিমা বৰুৱাই সেইবোৰক 'দেশীগীত' বুলি ক'লে যদিও দাসদেৱে সেই নামেৰে আকাশবাণীৰ যোগে প্ৰচাৰ কৰাত মন নিদি সেই সময়ৰ আকাশবাণীৰ সঞ্চালক শ্ৰীঅৱনীদাসৰ লগত আলোচনা কৰিলে। দাসেও কোনো উপায় উলিয়াব নোৱাৰি পুৰুষোত্তম দাসকেই সম্পূৰ্ণ অধিকাৰ দি দিলে আৰু ক'লে 'আপুনি যি কৰে কৰিব মই সেই সব একো নাজানো।' পুৰুষোত্তম দাসেও গীতবোৰৰ ভাষা ভাব পৰিবেশনৰ সুকীয়া শৈলী আৰু সুৰৰ ওপৰত ভিত্তি কৰি নিজা বুদ্ধিসত্তাৰে তাক 'গোৱালপাৰীয়া লোকগীত' নাম দি গুৱাহাটী আকাশবাণী কেন্দ্ৰৰ পৰা প্ৰথম প্ৰচাৰ কৰি দিলে।

তাৰ কিছুদিন পিছত অসমৰ বিভিন্ন ঠাইৰ পৰা বহুত চিঠি পত্ৰ আহিবলৈ ধৰিলে আৰু বিভিন্ন জনে লিখা চিঠি পত্ৰৰ দ'মটো সঞ্চালক শ্ৰীদাসক দেখুৱালত সঞ্চালকেও উদ্ধাৰ পালে আৰু পুৰুষোত্তম দাসৰ বুদ্ধি সত্ত্বাৰ শলাগ ল'লে। তেতিয়াৰ পৰাই সেইবোৰ গীত গোৱালপাৰীয়া লোকগীত নামেৰে জনাজাত হ'ল আৰু আজিও তেনেদৰেই চলি আছে। (ওপৰুক্ত কথাখিনি প্ৰয়াত পুৰুষোত্তম দাসৰ পৰা শুনা)।

আকাশবাণীৰ দ্বাৰা প্ৰচাৰিত হোৱাৰ পিছৰ পৰা গোৱালপাৰীয়া লোকগীতে অসমত এক বিশিষ্ট আসন দখল কৰিবলৈ সক্ষম হৈছে আৰু তাৰ মূলতেই হৈছে প্ৰতিমা বৰুৱা পাণ্ডেৰ নিজস্ব প্ৰতিভা আৰু একান্ত মনে, একাগ্ৰচিত্তে তাত মনোনিবেশ কৰি ব্ৰতী হোৱা। অসমত বহুতো শিল্পীয়ে সুনাম অৰ্জনো কৰিছে আৰু লগতে আৰ্থিক দিশতো উন্নতি লাভ কৰিছে। কেৱল মাত্ৰ পদ্মশ্ৰী প্ৰয়াত পাণ্ডে আৰু কামৰূপী লোকগীতৰ ক্ষেত্ৰত মাথোঁ ৰামেশ্বৰ পাঠকেহে সকলো ধৰণৰ গীত গাব পৰা দক্ষতা থাকিও আৰ্থিক লাভালাভৰ কথাত পিঠি দি থাকি নেদেখা-নুশুনা, নাজানা-নুবুজা ভাৱেৰে লোকগীতৰ পৰা ফালৰি কাটি যোৱা নাই। তাৰেই পৰিণতিত অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ

ফালৰ পৰাও সন্মান আৰু স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছে। প্ৰতিমা পাণ্ডেইতো সঙ্গীত নাটক একাডেমীৰ বঁটাৰ লগতে পদ্মশ্ৰী সন্মান লাভ কৰিছে আৰু কলকাতাৰ এক বিশ্ববিদ্যালয়ৰ পৰা সন্মান জনক ডি, লিট, উপাধিও লাভ কৰিছে।

মঞ্চত বহি হাতত জুনুকা লৈ নিজে বজাই বজাই চকু দুটা মুদি একান্ত মনে একাত্মবোধেৰে স্থানীয় লোকবাদ্য দোতাৰা, ঢোল, সাৰিন্দা, বেহেলা, তাল আদি লৈ কোনো আধুনিক বাদ্য যন্ত্ৰ অবিহনে এনে মন মুহিব পৰাকৈ অনাড়ম্বৰ ভাৱে গীত গাই যায় যে, সৰগী সুধাহে যেন মৰ্ত্তলৈ নামি আহে। পৰম্পৰাগত কথা আৰু সুৰৰ পৰা ফালৰি কাটি যোৱাত প্ৰতিমা আছিল ঘোৰ বিদ্ৰোহী আৰু এইটোৱেই আছিল প্ৰতিমা পাণ্ডে নামৰ মানুহ গৰাকীৰ সঙ্গীত জগতত এটি মন কৰিব লগীয়া বৈশিষ্ট। মই আৰু তেওঁ অকল অসমতে নহয়, অসমৰ বাহিৰতো বহুত ঠাইত একেখন মঞ্চতে একে দিনাই অনুষ্ঠান পৰিবেশন কৰিবলৈ আমন্ত্ৰিত হৈ তেখেতে গোৱালপাৰীয়া লোকগীত আৰু মই কামৰূপী লোকগীত পৰিবেশন কৰিছো।

অনুষ্ঠানৰ শেষত তেখেতে মোক আৰু মোৰ পৰিবাৰ ধনদা পাঠকৰ লগ ধৰি সোধে, 'মোৰ প্ৰ'গ্ৰেম কেনেকুৱা পালে? ভাল হৈছেনে?' তেতিয়া মই আৰু মোৰ পৰিবাৰে একমুখে কওঁ -- 'বাইদেউ বঢ়িয়া হৈছে! আপোনাৰ গীতৰ কোনো জবাব নাই, সুন্দৰ হৈছে'। তেতিয়া তেখেতে সগৌৰৱে কৈছিল, 'প্ৰতিমাৰ প্ৰ'গ্ৰেম কেতিয়াও বেয়া হ'ব নোৱাৰে। প্ৰতিমাই কখনো ধাৰাণ 'প্ৰ'গ্ৰেম' নকৰে।' তেনেদৰে উত্তৰ দিয়াৰ কাৰণ হৈছে তেখেতৰ নিজৰ ওপৰত আছিল অগাধ আত্মবিশ্বাস আৰু গভীৰ মনোনিবেশ। যিকোনো কাম কৰোতে যদি একান্ত নিষ্ঠা আৰু গভীৰ মনোযোগ দি কৰা যায়, তেনেহ'লে সি সুফল দিবই। তেনেদৰে কামকৰা লোক সকলেহে জীৱনত কৃতকাৰ্যতা লাভ কৰে আৰু আনৰ পৰাও শ্ৰদ্ধা আৰু ভক্তি লাভ কৰিবলৈ সক্ষম হয়।

আন এটি দিশত প্ৰতিমা বৰুৱা পাণ্ডে আছিল সঁচাকৈ সন্মানীয় আৰু শ্ৰদ্ধাৰ পাত্ৰী। সেইটো হৈছে তেখেতৰ শিষ্টাচাৰিতা। যোৰহাট, ডিব্ৰুগড়, সুৱাজ কুণ্ড গজিয়া আদি ঠাইত অনুষ্ঠান পৰিবেশন কৰিবলৈ যাওঁতে তেখেতে থকা কোঠালৈ খা-খবৰ ল'বলৈ মই যেতিয়া সোমাই যাওঁ, তেতিয়া তেখেতক অলপ নিচাযুক্ত অৱস্থাত দেখিবলৈ পাও। মোক যোৱা দেখিলে তেওঁ গিলাছ কেইটা দৌৰা দৌৰিকৈ লুকুৱাই থয়, চিগাৰেটৰ ধোঁৱাখিনি হাতেৰে বা দি নাইকিয়া কৰি দিহে মোৰ লগত কথা পাতে। মইও পৰিস্থিতি বুজি সংক্ষেপকৈ কথা পাতি লৰালৰিকৈ তাৰ পৰা ওলাই আহো। আনক সন্মান দিয়াৰ ক্ষেত্ৰত তেখেতে অকনো কৃপনালি নকৰিছিল। সেইবাবে তেখেতে নিজেও আনৰ পৰা সন্মান আৰু শ্ৰদ্ধা আদায় কৰিবলৈ সক্ষম হৈছিল।

যিদিনা প্ৰতিমা পাণ্ডে গুৱাহাটীৰ ছুপাৰ মাৰ্কেতত থকা নিউৰ'লজি চেন্টাৰত দেহত্যাগ কৰে, সেইদিনা ডঃ বীৰেন্দ্ৰ নাথ দত্ত, ড° ভূপেন হাজৰিকাকে আদি কৰি অনেক গণমান্য মানুহেৰে ছুপাৰ মাৰ্কেটৰ চৌহদৰ উপৰিও তাৰ আশে পাশে লোকে লোকাৰণ্য হৈ

পৰিছিল আৰু অশ্ৰুসিক্ত নয়নেৰে সকলোৱে স্নেহৰ আৰু শ্ৰদ্ধাৰ শিল্পীগৰাকীলৈ শেষ শ্ৰদ্ধা জনাই চিৰ বিদায় যাচিছিল। মই নিজেও যেন শিল পৰা কপৌৰ দৰে জঠৰ হৈ পৰিছিলো আৰু মোৰ অনুভৱ হৈছিল, মই যেন সঙ্গীতৰ জগতখনত একেপথৰ যাত্ৰীহাৰা হৈ নিঃসহায় পথিক যেন হৈ গ'লো। ক'ব নোৱাৰাকৈয়ে মোৰ বুকুখনে ধপ্ ধপাবলৈ ধৰিলে। তেনেতে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ তৰফৰ ফৰা কোনোবা এজনে মোৰ মুখৰ আগত 'মাইক্ৰফোন' এটা ডাঙি ধৰি মোক ক'লে-- 'দাদা প্ৰতিমা বাইদেউৰ বিষয়ে আপুনি কিবা অলপ কওক।' ইতিমধ্যে শৱবাহী স্বৰ্গৰথখন জি. এন. আৰ. চি-ৰ চৌহদৰ পৰা হৰিধ্বনিৰে চৌদিশ মুখৰিত কৰি লাহে লাহে ওলাই গ'ল। সেই দৃশ্য মনতে সাচি থৈছো। লগতে দেখিছিলো লোকৰ দুঃখত দুঃখী, লোকৰ সুখত সুখীহোৱা সকলোৰে বিপদ-আপদতৰ সময়ত সমভাগি হৈ পৰা আমাৰ সকলোৰে পৰিচিত সুঅভিনেত্ৰী স্নেহশীলা চেতনা দাসৰ চকুপানীৰে উচুপি থকা ওফন্দা মুখমণ্ডল।

আজি প্ৰতিমা বৰুৱা পাণ্ডে আমাৰ মাজত নাই যদিও তেখেতৰ মাটিৰ ভাণ্ড ভাঙ্গি খণ্ড খণ্ড হ'লেও, তেখেতৰ গীতৰ মূৰ্চ্ছনা, সুৰৰ আবেদনময়ীতা আৰু প্ৰতিভাৰ ঝংকাৰ আমাৰ অন্তৰত ধ্বনিত আৰু প্ৰতিধ্বনিত হৈ ক্ৰীড়া কৰি আছে আৰু থাকিব। সহজ সৰল বেশভূষা পৰিহিতা প্ৰতিমাই যি আদৰ্শ আৰু উৎসাহ সহকাৰে সমাজৰ পিছপৰা শ্ৰেণীৰ অতি আদৰৰ গীতমাত খিনি উদ্ধাৰ কৰি তাত নতুন জীৱন দান কৰি বিৰল কৃতিত্ব অৰ্জন কৰি যাউতীযুগীয়া হৈ অমৰত্ব লভি গ'ল, সেই আদৰ্শ গ্ৰহণ কৰি সেই বাটেৰে বাট বুলি আগবাঢ়ি যোৱা শিল্পীৰ সৃষ্টি হ'লেহে আমাৰ কৃষ্টি ৰক্ষা কৰিব পৰা যাব। তেতিয়াহে ৰাজপৰিয়ালৰ জীৱৰী হৈও নিম্ন শ্ৰেণীৰ লোকৰ লগত হলিগলিৰে আমাৰ থলুৱা সংস্কৃতিৰ সোণসেৰিয়া সম্পদ সমূহৰ উদ্ধাৰ, সংৰক্ষণ আৰু সম্প্ৰচাৰত ব্যস্ত প্ৰতিমাৰ স্মৃতি বিশ্বত বৰ্তি থাকিব। অন্যথা পশ্চিমীয়া সংস্কৃতিৰ ঢৌৱে সকলো সংস্কৃতি, সম্পদ বতাহত উৰাদি উৰি গৈ কোনোবা দিগন্তত হেৰাই নিঃশেষ হৈ যাব।

আমাৰ নতুন প্ৰজন্মৰ শিল্পী সকললৈ এটি বিনম্ৰ অনুৰোধ -- তেওঁলোকে প্ৰত্যেকে যেন এটিকৈ হ'লেও প্ৰয়াত প্ৰতিমা বৰুৱা পাণ্ডেই গোৱা গীত শিকি বুজি লৈ মঞ্চত অনুষ্ঠান পৰিবেশন কৰি শিল্পী গৰাকীলৈ স্মৰণ কৰে আৰু শ্ৰোতাৰ মাজত পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ নাম উল্লেখ কৰে। তেনেকুৱা কাৰ্যৰ দ্বাৰা শিল্পী গৰাকীক শ্ৰদ্ধা জনোৱাও হ'ব আৰু আমাৰ উঠি অহা লোকগীতৰ শিল্পী সকলোৱে উৎসাহ আৰু অনুপ্ৰেৰণা পাব। নহ'লে লোকগীতৰ শিল্পী সকল পুনৰ দাস্তবিনৰ পাত্ৰলৈ নিক্ষেপিত হ'বলৈ বেছি দিন নালাগিব।

শেষত প্ৰতিমা বৰুৱা পাণ্ডেৰ বিদেহী আত্মাই চিৰ শান্তি লাভ কৰি স্বৰ্গৰ পৰা আমাক শুভাশীষ বৰিষণ কৰাৰ শুভ কামনাৰে সামৰিছো।



# প্ৰতিমা বাইদেউৰ সোঁৱৰণত

❑ নিখিলেশ বৰুৱা

দুহাজাৰ তিনি চনৰ বছৰটো পাবলৈ মাত্ৰ পাঁচোটো দিন বাকী থাকোঁতেই গোৱালপাৰীয়া লোকগীতৰ সম্ৰাজ্ঞী প্ৰতিমা বৰুৱা পাণ্ডেক আমি হেৰুৱাব লগা হ'ল। অকস্মাতে গুৰুতৰ অসুখত আক্ৰান্ত হৈ চিকিৎসা শাস্ত্ৰৰ সকলো প্ৰয়াস ব্যৰ্থ কৰি যোৱা ২৭ ডিচেম্বৰৰ দিনা তেওঁ আমাৰ মাজৰ পৰা চিৰ বিদায় ল'লে। প্ৰতিমা বাইদেউৰ অকাল আৰু আকস্মিক বিয়োগৰ বাতৰিত বৰকৈ শোকাভিভূত হৈ পৰিলো। এই শোকবাৰ্তাই সমগ্ৰ অসমতে শোকৰ ছাঁ পেলালে। অসমীয়া সংগীতপ্ৰেমী ৰাইজৰ সঁচাকৈয়ে দুৰ্ভাগ্য, বিগত চাৰি দশক জুৰি প্ৰতিমা বাইদেউৰ সুমধুৰ কণ্ঠৰ পৰা নিগৰিত সুৰেৰে দৰ্শক-শ্ৰোতাৰ মন আপ্লুত কৰি ৰখা কণ্ঠস্বৰ ২৭ ডিচেম্বৰৰ দিনা আচম্বিতে চিৰদিনৰ বাবে নীৰৱ হৈ গ'ল। জন্ম লগনৰ পৰাই নিষ্ঠুৰ মৃত্যু আমাৰ জীৱনৰ লগত অভিন্নভাৱে জড়িত। অনাকাংখিত মৃত্যুক অতিক্ৰম কৰাৰ অধিকাৰ আমাৰ নাই। এয়া নিৰ্মম সত্য। তথাপি প্ৰিয়জনক হেৰুৱাৰ বেদনাই আমাক অসহনীয় কৰি তোলে। প্ৰতিমা বাইদেউৰ অকাল মৃত্যুৱে ঠিক সেইদৰে তেওঁৰ অগণিত গুণমুগ্ধক নিমিষতে মৰ্মাহত কৰি তুলিলে। নিষ্ঠুৰ নিয়তিয়ে কঢ়িয়াই অনা এই কৰুণ শোকাবহ সংবাদ আমাৰ আটাইৰে বাবে যেন বিনামেঘে বজ্ৰপাত। সংগীত জগতৰ প্ৰবাদপ্ৰতীম শিল্পীগৰাকীৰ অবিহনে সংগীত জগতৰ যে এক অপূৰণীয় ক্ষতি হ'ল, সেই কথা কোৱা নিস্প্ৰয়োজন, কিন্তু সঁচাকৈয়ে তেওঁৰ মৃত্যু হ'লনে?

শিল্পী কেতিয়াও নমৰে। শিল্পী তেওঁৰ শিল্পৰ মাজতে চিৰদিন জীয়াই থাকে। ক'ৰবাত যেন কথাখিনি পাইছিলো। প্ৰতিমা বৰুৱা পাণ্ডে নমৰে। তেওঁৰ সংগীত সম্ভাৰৰ ঐশ্বৰ্যৰাজিয়ে আমাৰ মাজত চিৰদিন বিৰাজি থাকিব। যি মৃত্যুহীন প্ৰাণ লৈ তেওঁ এইখন পৃথিৱীলৈ আহিছিল— জীৱনত যে তেওঁ তাকেই দান কৰি গ'ল। 'কীৰ্তিযস্যম জীৱতি'--কীৰ্তিমান লোকৰ মৃত্যু নাই, পাৰ্থিৱ দেহাটো বিলীন হ'লেও কৃতকৰ্মৰাজিৰ জৰিয়তে তেওঁলোক জীয়াই থাকে। গোৱালপাৰীয়া লোক সংগীতক অসমীয়া সমাজত চিনাকি আৰু জনপ্ৰিয় কৰি তোলাৰ ক্ষেত্ৰত তেওঁৰ অবদান সৰ্বজনবিদিত। গোৱালপাৰীয়া লোক সংগীতক তেওঁ মনে প্ৰাণে ভাল পাইছিল। তেওঁৰ চিন্তাৰ সুবিস্তৃত পটভূমিকাত গোৱালপাৰীয়া সংগীতৰ এটি বিশিষ্ট স্থান আছিল। তেওঁৰ কণ্ঠত আৰু গোৱা ষ্টাইলত

আছিল এটা সুকীয়া আমেজ-- যিটোৱে শ্ৰোতাক সহজেই আকৃষ্ট কৰিছিল। কবিৰ ভাষাৰে ক'বলৈ গ'লে — 'ভাগি গ'ল বীণখনি ছিগি গ'ত তাঁৰ, ৰই গ'ল অৱশেষ অমিয়া জোঁকাৰ।'

ৰাজ-পৰিয়ালত জন্মগ্ৰহণ কৰিও প্ৰতিমা বাইদেৱে নিচেই সৰুৰে পৰা ৰাজ-পৰিয়ালৰ লাহ-বিলাহৰ পৰা আঁতৰত থাকি তেতিয়াৰ সমাজত অৱহেলিত গোৱালপাৰীয়া গীত মাত সংগ্ৰহ আৰু প্ৰচাৰ কাৰ্যত আত্মনিয়োগ কৰিছিল। গোৱালপাৰীয়া লোক-সংগীতক সৰ্বভাৰতীয় স্তৰলৈ উপনীত কৰাৰ ক্ষেত্ৰত তেওঁৰ অৱদানৰ কথা অনস্বীকাৰ্য। গোৱালপাৰীয়া লোকগীতৰ গায়িকা হিচাপে তেওঁ প্ৰায় সমগ্ৰ ভাৰততেই এটা চিনাকি নাম হৈ পৰিছিল। সংগীত জগতৰ শ্ৰেষ্ঠ পুৰস্কাৰ 'সংগীত নাটক একাডেমী বঁটা' আৰু 'পদ্মশ্ৰী' বঁটাৰে বিভূষিতা প্ৰতিমা বৰুৱা পাণ্ডেৰ সংগীত শিল্পী জীৱনৰ শুভ আৰম্ভণি হৈছিল ড° ভূপেন হাজৰিকাৰ 'এৰা বাটৰ সুৰ' ছবিৰ জৰিয়তে। পিছত ভাৰতীয় চলচ্চিত্ৰ জগতৰ কৃতি পুৰুষ প্ৰমথেশ বৰুৱাৰ পুত্ৰ প্ৰয়াত অলকেশ বৰুৱা ৰচিত ড° ভূপেন হাজৰিকা পৰিচালিত 'মাহুত বন্ধুৰে' ছবিত 'গেইলে কি আসিবেন মোৰ মাহুত বন্ধুৰে' ভূপেনদাৰ লগত দ্বৈত কণ্ঠত গীতটি পৰিবেশন কৰি সংগীত জগতত সুপ্ৰতিষ্ঠিত হৈছিল আৰু ধুবুৰীৰ পৰা শদিয়ালৈকে এটা জনপ্ৰিয় নাম হৈ পৰিছিল।

প্ৰতিমা বাইদেউৰ পিতৃদেৱ আছিল বিখ্যাত হস্তী বিশেষজ্ঞ প্ৰকৃতিশ বৰুৱা ওৰফে 'লালজী'। ভাৰতীয় চলচ্চি ত্ৰ জগতৰ প্ৰবাদপুৰুষ প্ৰমথেশ বৰুৱা তেওঁৰ বৰদেউতাক আছিল। প্ৰতিমা বাইদেউৱে গৌৰীপুৰৰ প্ৰতাপচন্দ্ৰ বিদ্যালয়ৰ পৰা ১৯৫৩ চনত মেট্ৰিক পাছ কৰে। পিছত কলিকতাত ইন্টাৰমিডিয়েটৰ কলা-শাখাত ভৰ্তি হয় যদিও বিশেষ অসুবিধাত পৰীক্ষাত বহিব নোৱাৰাত কলেজীয়া শিক্ষা সিমানতেই সামৰি সংগীত সাধনাত মনোনিবেশ কৰে। প্ৰতিমা বাইদেউৰ লগত মোৰ পাৰিবাৰিক সম্পৰ্ক আছে। বায়েক-ভায়েক সম্পৰ্কৰ উপৰি আমি দুয়ো প্ৰবল বন্ধুত্বৰ বান্ধোনেৰে মৃত্যুৰ আগদিনালৈকে বান্ধখাই আছিলো। আত্মীয়তাৰ সূত্ৰতেই বাইদেউক মই একেবাৰে ওচৰৰ পৰা পাইছিলো। অকল গান-বাজানাৰ ক্ষেত্ৰতেই নহয়, ঘৰুৱাভাৱেও। কিমান জোঁকাইছিলো, ঠাট্টা-মস্কৰা কৰিছোঁ, তৰ্ক কৰিছো, খং কৰিছো। মোৰ মনত এটা অব্যক্ত বেদনাৰ সৃষ্টি কৰি বাইদেৱে চিৰদিনৰ বাবে গ'লগৈ। থৈ গ'ল বিগত দিনৰ বহু কথা, বহু স্মৃতি। প্ৰতিমা বাইদেৱে তেওঁৰ অননুকৰণীয় কণ্ঠত গোৱা-

'একবাৰ হৰি বল মন ৰসনা
মানৱ দেহাৰ গৈৰৱ কইৰো না
মানৱ দেহা মাটিৰ ভাণ্ড
ভাঙিলে হইবে খণ্ডৰে খণ্ড
ভাঙিলে দেহা জোৰা নিবেনা।"

গীতটিত আছে চিৰ বিদায়ৰ কথা। প্ৰতিমা বৰুৱা পাণ্ডেই আমাৰ পৰা বিদায় ল'লে, কিন্তু অগণন অনুৰাগী শ্ৰোতাৰ হৃদয়ত সংগীত জগতৰ এই অনন্য সুৰ সাধিকা গৰাকী জীয়াই থাকিব যুগ যুগান্তৰ ধৰি।

বাইদেউ মোৰ সশ্ৰদ্ধ প্ৰণিপাত।



# প্ৰতিমা বৰুৱাৰ সান্নিধ্য

□ হৰেন্দ্ৰ নাথ দাস

১৯৬৭ চনত মই যেতিয়া তেতিয়াৰ অবিভক্ত গোৱালপাৰা জিলাৰ উপায়ুক্ত হৈ ধুবুৰীৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ বিশাল বঙলাটোত থাকিবলৈ লওঁ, তেতিয়া যি কেইজন ব্যক্তিয়ে মোক প্ৰথমেই ধুবুৰীলৈ আদৰণি জনাবলৈ তালৈ আহিছিল, সেইসকলৰ ভিতৰত আছিল প্ৰকৃতিশ বৰুৱা আৰু তেওঁৰ দুহিতা প্ৰতিমা বৰুৱা। ইতিমধ্যে প্ৰতিমা বৰুৱাৰ গোৱালপাৰীয়া লোকগীতে অসমৰ বিভিন্ন ঠাইত আৰু বিশেষকৈ গুৱাহাটীত জনপ্ৰিয় হৈছিল। মই ধুবুৰীত থকা দুবছৰত তেওঁৰ বহুত বাৰ লগ পাইছিলো আৰু বিভিন্ন সময়ত তেওঁ গোৱা লোকগীতবোৰৰ সোৱাদ লৈছিলো।

বহুতেই হয়তো নাজানে যে প্ৰতিমা আৰু দেউতাকৰ সম্পৰ্ক নিবিড় আছিল। সেয়ে বিভিন্ন ঠাইলৈ দেউতাকে জীয়েকক লগত লৈ গৈছিল। এবাৰ তেওঁলোক হাতী চিকাৰলৈ যাওঁতে মই আৰু মোৰ পৰিবাৰে কচুগাওঁ সংৰক্ষিত অৰণ্যৰ তেতিয়াৰ দিনৰ বৃটিছে সাজি থৈ যোৱা ট্ৰামেৰে (Tram) একেবাৰে ভিতৰলৈ গৈছিলো। তাতেই তেওঁলোকে হাতী ধৰিবলৈ ফান্দ পাতিছিল। আমি তেওঁলোকৰ কেম্পত বহি নিশা গান শুনিছিলো, ভাত খাইছিলো। সেই ৰাতি বতাহত ভাহি অহা জহা চাউলৰ গোন্ধ এতিয়াও নাকত লাগি আছে। প্ৰতিমাই হাতীৰ পিঠিত উঠি ঘুৰি ফুৰা নাছিল যদিও হাতীৰ বিষয়ে তেওঁ জানিছিল আৰু আনক ক'ব পাৰিছিল।

সেই সময়ত মোৰ আৰু মোৰ পৰিবাৰৰ বয়স কম আছিল। আমি প্ৰায়েই সময় আৰু সুবিধা পালে গৌৰীপুৰৰ বৰুৱা পৰিয়ালৰ মাটিয়াবাগ ৰাজ হাউলীলৈ গৈছিলো। তাৰ বাৰাণ্ডাত বহি জোনাক নিশা সংগীতৰ লহৰ শুনিছিলো। অন্তপ্ৰায় জমিদাৰ বংশৰ ম্লান হৈ অহা আভিজাত্যৰ মাজতো আতিথ্যৰ সুন্দৰ সোৱাদ পাইছিলো।

ধুবুৰীত থাকোতেই আমাৰ যেতিয়া প্ৰথম সন্তান জোনমাৰ উপায়ুক্তৰ বঙলাতেই জন্ম হ'ল, প্ৰতিমাই আমাৰ ঘৰলৈ আহি প্ৰায়েই খবৰ কৰিছিল। সেইবাবে জোনমাক যিদিনা আমি প্ৰথম বাহিৰলৈ উলিয়াই লৈ ফুৰিবলৈ গৈছিলো, আমি মাটিয়াবাগলৈকে

নিছিলো। প্রায়েই আমাৰ বঙলালৈ আহি প্ৰতিমাই ঘৰুৱা ভাবে জোনমাৰ লগত খেলিছিল আৰু মোৰ পৰিবাৰৰ লগত সখিত্ব কৰিছিল।

এবাৰ বিলাসীপাৰালৈ কলকাতাৰ পৰা প্ৰখ্যাত গায়ক হেমন্ত কুমাৰক নিমন্ত্ৰণ কৰি আনিছিল। সেই ৰাতি তাত অসংখ্য মানুহৰ ভিৰ। কি অপূৰ্ব গান। ৰবীন্দ্ৰনাথৰ 'আগুনেৰ পৰশমণি'ৰ পৰা IPTA ৰ 'পাল্‌কি চলে হুনহুনা' লৈকে সকলো ধৰণৰ গান। তাত হেমন্ত কুমাৰে নিজে আথে বেথে প্ৰতিমাক মঞ্চৰ ওপৰলৈ মাতি আনি লোক গীত গাবলৈ দিছিল। ৰাইজৰ বহুতেই লগতে তাল মিলাই গাইছিল।

১৯৬৮ চনৰ এপ্ৰিল মাহত কলকতাত কে চি দাশে ৰসগোল্লা আৱিস্কাৰ কৰা এশ বছৰ পূৰ হোৱাত ১৯৬৮ চনৰ এপ্ৰিল মাহত কলকাতাৰ ইংৰাজী আৰু বঙালী কাকত বিলাকে অলপ অতিৰঞ্জিত কৰি কিন্তু নতুন নতুন তথ্যৰে সমৃদ্ধ প্ৰবন্ধ আদি প্ৰকাশ কৰিছিল। কাগজৰ পাতত বেচ এটা খলকনি উঠিছিল। ধুবুৰীতো সেই নগৰৰ উচ্চ পদস্থ চৰকাৰী বিষয়া আৰু গণ্যমান্য লোক সকলক উপায়ুক্তৰ বঙলাত আমি ৰসগোল্লা খুৱাইছিলো। প্ৰতিমাই সেইদিনাও আমাৰ ঘৰত গান গাইছিল।

এব্যাৰ এতিয়াৰ টলিগঞ্জৰ চিত্ৰ তাৰকা মুনমুন সেন বগৰীবাৰীৰ ৰাণীৰ অতিথি হিচাপে তালৈ আহিছিল। তেতিয়া ধুবুৰী (ৰূপসী বিমানঘাটী) আৰু কলকাতাৰ মাজত জলপাইগুৰিৰে Jam Air ৰ এখন সৰু Dakota উৰাজাহাজ দৈনিক চলিছিল। মুনমুনৰ বয়স বৰ কম আছিল আৰু তেওঁ স্কুলত পঢ়ি আছিল। এদিন মুনমুনে তেওঁলোকৰ চিনাকি নে আপোন অতিৰিক্ত আৰক্ষী অধীক্ষক এজনৰ ঘৰত ৰাতিৰ আহাৰ খাবলৈ আহিছিল। আমিও নিমন্ত্ৰিত হৈ গৈছিলো। সেই নিশাও প্ৰতিমাই তেওঁৰ লোকগীতেৰে সকলোকে মোহিত কৰিছিল।

যিদিনা ধুবুৰী এৰি অবিভক্ত লখিমপুৰত জিলাৰ উপায়ুক্ত হিচাপে কামত যোগদান কৰিবলৈ ডিব্ৰুগড়লৈ ৰাওনা হ'লো, সেইদিনা প্ৰতিমাই আমাক গৌৰীপুৰৰ ৰসগোল্লাৰে আপ্যায়িত কৰিছিল। লগতে গান।

ধুবুৰী এৰাৰ পিচৰ যোৱা তিনিটা দশকত প্ৰতিমাই বহুত বাৰ আমাৰ তালৈ আহিছে। তেওঁৰ বিয়ালৈকো মাতিছিল। মই তেতিয়া দিল্লীত চাকৰি কৰি আছিলো বাবে যাব নোৱাৰিলো। এবাৰ দাৰ্জিলিঙলৈ যোৱাৰ পথত তেওঁলোকৰ গৌৰীপুৰৰ ঘৰত সোমাই গৈছিলো। হছপিটালত প্ৰতিমাৰ শেষ দিন কেইটাত আমি তেওঁৰ লগত কথা পতাৰ কোনো সুবিধা নহ'ল। তেওঁৰ সুযোগ্য স্বামী পাণ্ডেৰ লগতেই কথা পাতিলো।

আজি প্ৰতিমা নাই। লোকগীতৰ একচ্ছত্ৰী সম্ৰাজ্ঞীৰ যোৱা বছৰ মৃত্যু হোৱাত গোটেই অসমৰ লগতে আমিও ম্ৰিয়মান হৈছিলো। প্ৰতিমাৰ লোকগীতৰ অমিয়া সুৰ সদায়েই কাণত বাজি থাকিব। আৰু তেওঁ আমাৰ প্ৰিয় ব্যক্তি সকলৰ মাজত এজন হৈ শ্ৰদ্ধাযুক্ত মধুৰ স্মৃতিৰে হৃদয়ত এক হৈ থাকিব। (লিখক ১৯৯০-৯৫ চনত অসমৰ মুখ্য সচিব আছিল)



# গৌৰীপুৰৰ প্ৰতিমা বৰুৱা

□ ড° ৰেণু দেৱী

১৯৫৭ নে ১৯৫৮ ৰ কথা। পশ্চিম গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ খেলপথাৰত দ্বিতীয়খন বিহু সন্মিলন পাতিছিল। আমি দুয়ো বিয়াৰ পাছত ভৰলুমুখত ভাৰা ঘৰত থাকিলেও সন্মিলনীৰ কৰ্মকৰ্তাসকলৰ লগত কাম কৰিছিলো। কোনোবা এজনে ক'লে যে গৌৰীপুৰৰ প্ৰতিমা বৰুৱা আহিছে। আপুনি খবৰ ল'ব। আমাৰ ওচৰৰে ঘৰ এটাত থকাৰ ব্যৱস্থা কৰাৰ কাৰণে গধূলি প্ৰতিমা বৰুৱাক লগ পাবলৈ গৈ এগৰাকী সুন্দৰী যুৱতীক লগ পালো। কেঁচা হালধীৰ গাৰ ৰঙৰ লাজকুৰীয়া যুৱতীগৰাকীৰ ছবিখন আজিও মনৰ মাজত আছে। সেই সময়ত প্ৰতিমাক গৌৰীপুৰৰ জমিদাৰ প্ৰকৃতিশ বৰুৱাৰ (লালজী) জীয়াৰী বুলিহে চিনি পাইছিলো। সেই সময়ত গৌৰীপুৰীয়া লোকসংগীত গুৱাহাটীৰ জনসাধাৰণৰ বাবে অচিনাকি লোক-সংগীতৰ দৰেই আছিল। প্ৰায় মোৰে বয়সীয়া ছোৱালীজনীৰ লগত সহজে চিনাকি হ'লেও গৌৰীপুৰীয়া কথা ক'বলৈ হয়তো অলপ লাজ কৰিছিল। কিন্তু মঞ্চত উঠি দোঁতাৰাৰ লগে লগে 'মাহুত বন্ধুৰে' গোৱা গায়িকাগৰাকীৰ কণ্ঠস্বৰ শুনি শ্ৰোতা স্তব্ধ হৈ গৈছিল। এটাৰ পাছত আন এটা গোৱালপাৰীয়া গান শুনি মানুহ অভিভূত হৈছিল। ইয়াৰ সাত বছৰমানৰ পাছত বাইদেউ ভিনদেউ গৌৰীশঙ্কৰ ভট্টাচাৰ্য আৰু মই ধুবুৰীত মোৰ ভনী জোঁৱাইৰ অসুখৰ খবৰ কৰিবলৈ গৈ ভিনদেউৰ বন্ধু বিধায়ক প্ৰয়াত প্ৰকৃতিশ বৰুৱাৰ ঘৰলৈ গৈছিলো৷ লালজী আৰু পাৰ্বতীৰ মাকৰ আন্তৰিক আপ্যায়নৰ পাছত প্ৰতিমা বৰুৱাৰ কথা সোধোতে কোনোবাই সংগীতৰ অনুষ্ঠানলৈ যোৱা বুলি কৈছিল। ১৯৫৭ত ড' ভূপেন হাজৰিকাই কৰা 'মাহুত বন্ধুৰে' চিনেমাত প্ৰতিমাই গোৱা গানে প্ৰতিমা বৰুৱাক আৰু জনপ্ৰিয় কৰাৰ লগতে গোৱালপাৰীয়া লোকসংগীতক সংগীত জগতত এক বিশেষ স্থান দিবলৈ সমৰ্থ হৈছিল। 'হস্তীৰ কন্যা' কৰাৰ পাছত বহুতে তেওঁক হস্তী-কন্যা বুলিয়ে মাতিছিল। একেধাৰে লোক সংগীতৰ সাধনাত ব্ৰত হৈ থকা এগৰাকী বিবাহিতা প্ৰতিমা পাগুেক বহুত বছৰৰ মূৰত দেখা পাইছিলো বেলেগ ৰূপত। সময়ৰ লগে লগে লাজকুৰীয়া ধুনীয়া ছোৱালীজনীয়ে ৰঙা ফোট, সাধাৰণ

শাৰী পিন্ধি, মধ্য বয়সীয়া বিবাহিতা মহিলা হৈ মঞ্চত গান গাই মানুহক মতলীয়া কৰিছিল। আমি সম বয়সীয়া বুলি ভাবিলেও এতিয়া গম পাইছো যে প্ৰতিমা মোতকৈ প্ৰায় দুবছৰৰ সৰু। বয়সে গালে-মুখে আঁচোৰ মাৰিলেও প্ৰতিমা পাণ্ডেৰ আত্মবিশ্বাস, সবল মন আৰু সংগীতৰ প্ৰতি থকা সাধনাই যে তেওঁক এক নতুন ব্যক্তিত্বৰ অধিকাৰিনী কৰিছিল তাক বুজিব পাৰিছিলো। সাধাৰণ মানুহৰ লগত মিলি লোক-সংগীত বুটলি ফুৰা এইগৰাকী সাধিকাই সংগীতৰ কাৰণে পাৰ্থিব সম্পদ আৰু ভোগ ত্যাগ কৰি সমৃদ্ধ ৰূপত গোৱালপাৰীয়া লোক-সংগীতক ভাৰতীয় সমাজত চিনাকি কৰি দিয়াৰ উপৰি ইয়াক এক সুকীয়া স্থান দিবলৈ সক্ষম হৈছিল। প্ৰতিমা বৰুৱা পাণ্ডে মানেই লোক সংগীতৰ বিশেষজ্ঞা। বহুতে আখ্যা দিছে গোৱালপাৰীয়া লোক সংগীতৰ সম্ৰাজ্ঞী। সাধাৰণ মানুহৰ লগত মিলিব পৰা গুণটো হয়তো পিতৃ প্ৰকৃতিশ বৰুৱাৰ পৰাই পাইছিল। বিধায়ক হৈ থাকোতে গোটেই পৰিয়ালটো শ্বিলঙৰ পৰা ভিনদেউ গৌৰীশংকৰৰ ঘৰলৈ আহিছিল। অৱশ্যে ভিনদেউৰ আমন্ত্ৰণক্ৰমে চিকাৰি নামে খ্যাত লালজীয়ে ক'ৰবাত চিকাৰ কৰিবলৈ যাব। সৰু ঘৰটোত এটা ডাঙৰ কোঠাত গাদী পাৰি শোৱাৰ সুন্দৰ ব্যৱস্থা কৰি লৈছিল। ভিনদেউৰ বিছনাত শোৱাৰ অনুৰোধ উপেক্ষা কৰি মাটিত নিজে শোৱাৰ বিছনা পৰাত কাম কৰা মানুহটোক সহায় কৰা দেখি আচৰিত হৈছিলো। তেওঁৰ পত্নীয়েও ৰান্ধনী ঘৰলৈ গৈ বাইদেউক ৰন্ধাত সহায় কৰিছিল। লালজীয়ে বাৰে বাৰে কৈছিল আমাৰ কেম্পত থকা মাউত ফান্দীৰ লগত থকা অভ্যাস আছে। গৌৰীপুৰলৈ গৈও তেওঁৰ ঘৰত সাধাৰণ জীৱন যাপনৰ নমুনা পালেও জলসাৰ বাবে থোৱা এটা কোঠাত বিভিন্ন বাদ্যযন্ত্ৰৰ সংগ্ৰহ দেখি তবধ মানিছিলো। জমিদাৰৰ বাগিচাত ভাৰতৰ বিভিন্ন ঠাইৰ পৰা অনা ফল-মূলৰ গছ-গছনীয়ে শোভিত কৰিছিল। তেওঁৰ পত্নীয়ে কাটি দিয়া কেবাবিধো আমৰ সোৱাদ লোৱাটো মোৰ এতিয়াও মনত আছে। দুয়ো বিধায়কে কথাত মগ্ন হৈ থাকোতে মই কিতাপ আৰু আপুৰুগীয়া সম্পদৰ সংগ্ৰহৰ আৰু বাদ্যযন্ত্ৰৰ কোঠা কেইটা চাই এক সাংস্কৃতিক পৰিবেশৰ সন্ধান পাইছিলো। গৌৰীপুৰৰ গাঁৱে-ভূঞে ঘুৰি, মানুহৰ মুখত শুনি লোকগীতসমূহ আহৰণ কৰি নিজ কণ্ঠেৰে দেশৰ জনতাক শুনাই মুগ্ধ কৰোৱা এই গৰাকী কণ্ঠশিল্পীক প্ৰকৃততে 'গণশিল্পী' বুলি অভিহিত কৰাহে উচিত। তেওঁৰ বিদেহী আত্মাই চিৰশান্তি পাওক। তাকেই কামনা কৰিছো।



# মই আৰু প্ৰতিমাৰ বাল্যকাল

□ ড° অজিত কুমাৰ বৰুৱা

সম্পৰ্কত মই খুৰা হ'লেও, হৃদয়ৰ এটি কোণত ক্ষণে-অনুক্ষণে বাজি থাকে মোৰ বাল্যকালৰ খেলৰ লগৰী প্ৰতিমাৰ কথা। ভাবিলে আচৰিত লাগে — সেই বিগত দিনবোৰৰ কথা, যেন কেইদিনমান আগৰ ঘটনা। কিন্তু হাতৰ আঙুলিত গণি চালে কিমান দিন যে অতিক্ৰমি গ'ল — টুকুৰা-টুকুৰ ঘটনাৰ পম খেদি, কত উত্থান-পতনৰ মাজেদি যোৱা দিনবোৰৰ লেখ কোনে দিব? সেই মাটিয়াবাগ টিলাৰ ওপৰত অৱস্থিত হাওয়াখানাত ৰাজা ˚প্ৰভাত চন্দ্ৰ বৰুৱা বাচি থকা কাললৈকে তাতেই উমলি-জামলি থাকিলো। তাৰ পিছত বাল্যাৱস্থাত তিনিবছৰ বয়সত মোৰ পৰম শ্ৰদ্ধেয় ককাইদেউ অৰ্থাৎ প্ৰতিমাৰ দেউতা ˚কুমাৰ প্ৰকতিশ চন্দ্ৰ বৰুৱা দেউৱে (লালজী) মাটিয়াবাগৰ পৰা মোক ৰাজবাৰীলৈ (গৌৰীপুৰ) লৈ আহে। ইয়াতেই মোৰ মৰমৰ ভতিজা ছোৱালী প্ৰতিমাৰ (বুচু) লগত লগ হওঁ। এইখিনিতেই উল্লেখ কৰিব লগীয়া কথা যে, মোৰ মাতৃতুল্যা পৰম শ্ৰদ্ধেয়া নবৌ ˚মালতী লতা বৰুৱা অৰ্থাৎ প্ৰতিমাৰ মাকে আমাক (মই, প্ৰতিমা আৰু প্ৰতিমাৰ সৰু ভনীসকলক) মাতৃ স্নেহেৰে তুলি-তালি ডাঙৰ-দীঘল কৰা কথাবোৰ আজিও নতশিৰে কৃতজ্ঞতাৰে সোঁৱৰো। কাৰণ সেই অৱস্থাত মই মাতৃহীন হৈ আছিলোঁ।

সেই বাল্যাৱস্থাত প্ৰতিমাহঁতৰ লগত একেলগেই খেলিছিলো, পঢ়িছিলো। বয়সৰ ফালৰ পৰাও আমাৰ ভিতৰত সিমান এটা ব্যৱধান নথকাৰ বাবে খুৰা হৈও বন্ধু, ভাই-ভনী, খেলৰ লগৰী আছিলো। আজি ১৯৪০ চনৰ কথাবোৰ কৈ আছো। যদিও বহুত কথাই আজি মোৰ মনত পৰিছে। কিন্তু মই লিখক নহওঁ, আমাৰ বিগত দিনবোৰৰ কথা সজাই-পৰাই বা ৰং-বহন লগাই লিখাৰ সাধ্য মোৰ নাই, মাথোন কিছুমান টুকুৰা-টুকুৰ কথাহে লিপিবদ্ধ কৰিলো।

আজিৰ পৰা প্ৰায় ৬২ বছৰ আগৰ অৰ্থাৎ ১৯৪২ চনৰ কথা। আজিৰ দিনৰ নাৰী সমিতি চাৰিআলিত (গৌৰীপুৰ) অৱস্থিত তেতিয়াৰ প্ৰাইমাৰী বালিকা বিদ্যালয়। সেই বিদ্যালয়খনৰ প্ৰধান শিক্ষয়িত্ৰী হিচাপে কাম কৰিছিল প্ৰয়াতা সৰকাৰে। বালিকা বিদ্যালয়

হ'লেও ৰাজ পৰিয়ালৰ বুলি মই, বুচু (প্ৰতিমা) আৰু নুচু (পূৰ্ণিমা, প্ৰতিমাৰ ভনী) আমি তিনিও একে লগে একেদিনাই ভৰ্তি হওঁ যদিও লিখা-পঢ়াত সিমান মন-কাণ নিদি দুষ্টামীৰ ভাগটোহে আমাৰ বেছি আছিল। বিশেষকৈ, বৰকন্দাজ সকলে যেতিয়া আমাক স্কুলত থ'বলৈ আহিছিল আৰু ছুটীৰ শেষত ৰাজবাৰীলৈ লৈ গৈছিল, তেতিয়া তেওঁবিলাকক বৰকৈ উৎপাত কৰিছিলোঁ।

ইয়াৰ পিছত সাত আঠ বছৰ বয়সত আমাক কলকাতালৈ পঠোৱা হৈছিল। মোক বৰ্ডিঙত ৰখাৰ ব্যৱস্থা কৰিছিল (চেন্ট প'ল'ছ স্কুল) আৰু প্ৰতিমা আৰু পূৰ্ণিমাক গোখলে মেমৰিয়েল গাৰ্লছ স্কুলৰ বৰ্ডিঙত থৈছিল।

কলকাতাৰ স্কুল হোষ্টেলত থকা সময়ছোৱাত এবাৰ আমি (আমাৰ বয়স তেতিয়া সাত-আঠ বছৰ) গৌৰীপুৰৰ ৰাজবাৰীলৈ অৰ্থাৎ ঘৰলৈ ছুটীত আহিছিলো। ছুটীৰ কেইটা দিন ৰাজপৰিয়ালৰ সকলো সদস্যৰ লগত আমোদ প্ৰমোদ কৰি কটোৱাৰ পিছত আকৌ যেতিয়া কলকাতালৈ যোৱাৰ সময় হৈ আহিছিল, তেতিয়া মনে মনে নাযাওঁ বুলি ঠিক কৰিছিলো কিন্তু অভিভাৱকৰ হেঁচাত পৰি বাধ্য হৈছিলো যাবলৈ। ৰাজবাৰীৰ চাৰি বেষ্টনিৰ পৰিধিত আবদ্ধ থাকি ৰং-ধেমালি কৰি কটোৱাৰ পিছত পৰিয়ালৰ সদস্যসকলৰ লগত মায়া-মোহত আবদ্ধ হৈ মনবোৰ সেমেকি গৈছিল বাহিৰৰ বৰ্ডিঙলৈ যাবলৈ। জ্বৰ হোৱা বুলিলে কলকাতালৈ যোৱাৰ পৰা ৰেহাই পাম বুলি প্ৰতিমাই যোৱাৰ আগৰাতিৰে পৰা এথোকা নহৰু কাষলতিৰ তলত থৈ দিছিল। তথাপিও আমাক ৰেহাই নিদি কোচবিহাৰৰ উৰাজাহাজ ঘাটীলৈ লৈ যোৱা হৈছিল। ঘাটী পোৱাৰ লগে লগেই আমি তিনিও ভগবানৰ ওচৰত প্ৰাৰ্থনা আৰম্ভ কৰিলোঁ, হে ভগবান, ইমান ধুমুহা আনিবা যাতে আজি উৰাজাহাজ ঘাটীত নামিব নোৱাৰে। কি আচৰিত কথা! কিছুসময়ৰ পিছত প্ৰচণ্ড ধুমুহা হৈছিল। অৱশ্যে সেই দিনটো ডাৱৰীয়াও আছিল। উৰাজাহাজ নামিব নোৱাৰিব বুলি ঘোষণা হোৱাৰ লগে লগে আমি তিনিও নাচিবলৈ ধৰিলো আৰু গৌৰীপুৰ ৰাজবাৰীলৈ উভতি আহি কলকাতালৈ যোৱা বাতিল হোৱাৰ কাৰণে বিৰাট স্ফূৰ্তিত উত্ৰাৱল হৈছিলো। সেই সুখৰ বা আনন্দৰ দিনবোৰৰ কথা মনত পৰিলে নিজকে কিবা হেৰুৱাইছো বুলি বিৰাট দুঃখ লাগে।

যেতিয়া আমি ৯ বছৰত ভৰি দিছোঁ (আমি মানে প্ৰতিম আৰু মই) সেই সময়ছোৱাত কোচবিহাৰ ৰাজ্যৰ কেপ্টেইন পূৰ্ণেন্দু নাৰায়ণ (এ ডি চি, মহাৰাজা) - এ প্ৰতিমাক, মোক আৰু পূৰ্ণিমাক (নুচু) তিনিওকে লৈ কোচবিহাৰ ৰাজ প্ৰাসাদলৈ গৈছিল, তাত আমাক যথেষ্ট আদৰ আপ্যায়ন কৰাৰ উপৰিও ৰাজকুমাৰী গায়ত্ৰী দেৱীয়ে ( যি আজি জয়পুৰৰ মহাৰাণী) প্ৰতিমাক কোলাত লৈ চুমা খাই কৈছিল, তোমাৰ নামৰ লগত তোমৰ শাৰীৰিক সৌন্দৰ্য বাস্তৱত বৰকৈ মিল আছে আৰু তুমি সঁচাকৈ প্ৰতিমা। তুমি ভৱিষ্যতে এদিন প্ৰতিভাশালিনী হ'বা। এই কথা কেইষাৰ আজিও মোৰ কাণত বাজি আছে।

আজি এটা কথা বৰকৈ মনত পৰিছে। সেইটো সময়ত প্ৰতিবছৰে এটাকৈ শীতকালীন কেম্প পতা হৈছিল। ১৯৫৯ চনত তেনেকুৱা এটা কেম্প 'ৰাজাভাত খাওয়া'ত (এতিয়া

বৰ্তমান জলপাইগুৰি জিলাত) পাতিছিল। মই আৰু প্ৰতিমা দুয়োৰে সৰুৰেপৰা প্ৰাকৃতিক সৌন্দৰ্য উপভোগ কৰাৰ চখ আছিল। আমি দুয়ো কেম্প পাৰ্টিৰ লগত ৰাজাভাত খাওঁযালৈ গৈছিলো। গোটেই দিনটো চিকাৰৰ অন্বেষণত হাবিয়ে-জংঘলে অনাই-বনাই ঘূৰি সন্ধিয়া যেতিয়া কেম্পমুখী হওঁ, তেতিয়া কেম্পটোৰ গোটেই জাক মানুহে পৰিশ্ৰান্ত অৱস্থাত কিছুসময় কাৰণে বিশ্ৰাম লৈ নিজৰ অৱসাদ দূৰ কৰাৰ বাবে বিভিন্নজনে ৰাতিৰ ভোজনৰ আগলৈকে বিভিন্ন ধৰণৰ ফূৰ্তি তামাচাৰে কটায়, তাৰে ভিতৰত কোনোবাই নিজৰ পৰিয়ালক এৰি থৈ চিকাৰী কেম্পত পৰিয়ালৰ কথা পাহৰিবৰ বাবে, নিজৰ ভাবক উদ্ৰেক কৰাৰ কাৰণে 'ওৱাইয়া' (গোৱালপাৰীয়া) গানৰ আখৰা বহায়। আজি মোৰ মনত পৰিছে, আমি দুয়ো ভাওয়াইয়া গান উপভোগ কৰি থাকোঁতে এজন গায়কে যেতিয়া গাব পৰা নাছিল, সেই সময়ত প্ৰতিমাই আগবাঢ়ি আহি গায়কজনৰ নিজৰ গানৰ তাল আৰু সুৰ কাঢ়ি লৈ নিজে গোৱা আৰম্ভ কৰিলে। কেম্পত থকা সকলো মানুহে এজনী ছোৱালীৰ কণ্ঠস্বৰ শুনি স্তম্ভিত হৈছিল। তাতে আমি সকলোৱে অভিভূত হৈছিলো যে, প্ৰতিমাৰ ভিতৰত ইমান গভীৰ প্ৰতিভা এটা সুপ্ত অৱস্থাত লুকাই আছে, সিদিনাৰ পৰাই প্ৰতিমাই তাইৰ শিল্পী জীৱনৰ দিশ উপলব্ধি কৰিব পাৰিছিল। তাতেই মোক সুধিছিল, 'বাচ্চুকা মই গান কওয়াৰ পাইম না, কেমন লাইগছে মোৰ গান?' মই কৈছিলো, 'আমাৰ গোৱালপাৰীয়া লোকগীতত, তুই সুনাম অৰ্জন কৰিব পাবু, যদি তুই এক মনে এক চিত্তে গানেৰ চৰ্চা' কৰি থাকিস।'

১৯৬২ চনৰ কথা। মই তেতিয়া ভূটানৰ ৰজাৰ অধীনত ডিচি হৈ কাম কৰি আছিলো। প্ৰতিমাই এবাৰ তাইৰ বান্ধৱীৰ লগত মোৰ তালৈ ফুৰিবলৈ আহিছিল। আগতেই কৈছো যে, প্ৰতিমাই প্ৰাকৃতিক সৌন্দৰ্য উপভোগ কৰি বৰ ভাল পাইছিল। ভূটানৰ পাহাৰ-পৰ্বতৰ চাৰিওফালৰ অসীম সৌন্দৰ্য ৰাশি, শুকুলা বৰফাবৃত তুষাৰ ৰাশি, কুলু কুলু সুৰেৰে বৈ থকা নিজৰাৰ কল কল শব্দ আদিয়ে প্ৰতিমাক আকৃষ্ট কৰাৰ লগতে ছন্দোময় গীতৰ লালিত্যই তাইৰ হৃদয়ত কম্পন উঠালে। লগে লগে দৰদভৰা কণ্ঠেৰে তাই গাই উঠিল।

'তোমৰা গেইলে কে আসিবেন

ও মোৰ মাহুত বন্ধু ৰে'

ঠিক সেই সময়ত হিজ মেজেষ্টী ভূটান মহাৰজাই মোক লগ ধৰিবৰ বাবে আহিছিল যদিও প্ৰতিমাৰ গানৰ কলিবোৰৰ অৰ্থ নুবুজিলেও দৰদভৰা কণ্ঠ শুনি অভিভূত হৈ থিয় হৈয়েই আছিল। আমি কোনেও গম পোৱা নাছিলো মহাৰাজাৰ আগমনৰ কথা। পিছতহে গম পাই আমি নিজকে অপৰাধী যেন ভাবি লাজ পাইছিলোঁ। ৰজাই তেতিয়া প্ৰতিমাই গোৱা গানৰ কলিবোৰৰ ইংৰাজী ভাঙনি মোৰ পৰা কৰি লৈছিল। কেৱল প্ৰতিমাৰ দৰদ ভৰা কণ্ঠৰ ভূয়সী প্ৰশংসাই কৰা নাছিল, আমাক সকলোকে ৰাজমহলৈ নিমন্ত্ৰণ কৰি আনি ৰাজকীয় মৰ্যদাৰে আমাৰ বাবে দুপৰীয়াৰ ভোজৰ আয়োজন কিৰিছিল।

এনেকুৱা বহুত টুকুৰা-টুকুৰ ঘটনা মনত পৰিলেও সময়ৰ অভাৱত গোটেইবোৰ লিপিবদ্ধ কৰা সম্ভৱ নহ'ল।



# জনতাৰ শিল্পী প্ৰতিমা

□ সুৰীতি শৰ্মা ব্ৰহ্মচৌধুৰী

অষ্টম শতিকাৰ ধূসৰ দিনবোৰৰ মাজৰ পৰা বুটলি আনিছো এয়া ৰাঢ় (মিথিলা) দেশৰ মংকন্দাসৰ নাম। গৌড়দেশৰ ৰজা ধৰ্মপালৰ ৰাজসভা সুশোভিত কৰোতা তেওঁৰ পুত্ৰ টংকপাণি দাস আৰু নাতি চক্ৰপাণি দাস দুয়ো আছিল সুযোগ্য, শিক্ষিত আৰু প্ৰতিষ্ঠিত। টংকপাণি দাস আৰু চক্ৰপাণি দাসে গৌড়দেশৰ ৰজাৰ প্ৰধান সচিব পদত নিযুক্ত হৈছিল। মংক দাসৰ ঊনৈশতম বংশধৰ শাক্ত নৰহৰি ৰায় ১৫৬৮ চনত কামাখ্যালৈ দেৱী দৰ্শন কৰিবলৈ আহে আৰু ঘটনাক্ৰমে কোচৰজা বিশ্ব সিংহৰ গুৰু সাৰ্বভৌম ভট্টাচাৰ্যৰ অনুৰোধক্ৰমে মন্ত্ৰিত্ব গ্ৰহণ কৰে আৰু ৰায় উপাধি ত্যাগ কৰি বৰুৱা উপাধি গ্ৰহণ কৰে।

নৰহৰি বৰুৱাৰ পিচত তেওঁৰ উত্তৰপুৰুষ পয়োনিধিৰ পুত্ৰ কবীন্দ্ৰ পাত্ৰই কাশীধামত কোচৰজা বিশ্বসিংহৰ পুত্ৰদ্বয় মল্লধ্বজ আৰু তেওঁৰ ভায়েক শুক্লধ্বজৰ লগত একেলগে শিক্ষা গ্ৰহণ কৰিছিল। শিক্ষা গ্ৰহণ কালতেই বিশ্বসিংহৰ মৃত্যু হোৱাত দুয়ো ভায়েকে ৰাজ্যলৈ উভতি আহে আৰু মল্লধ্বজ আৰু শুক্লধ্বজে যথাক্ৰমে নৰনাৰায়ণ আৰু চিলাৰায় নাম লয় আৰু নৰনাৰায়ণে ৰাজপাটত বহে। সেয়া আছিল ১৫৫৪ চনৰ কথা। পিতৃৰ মৃত্যুত দুয়ো ভায়েকে ৰাজ্যলৈ উভতি আহিবৰ পৰত বন্ধু কবীন্দ্ৰকো লগত লৈ আহে আৰু পাত্ৰ উপাধি দি ৰাজসভাৰ সদস্য কৰি লয়। তেওঁ পিচলৈ কোচ ৰাজ্যৰ মন্ত্ৰীৰ পদত অধিষ্ঠিত হয়। এই সময়তে সোণকোষ নদীক সীমা কৰি কোচৰাজ্য বিভক্ত হয়। পশ্চিম অংশ, অৰ্থাৎ কোচ বিহাৰ ৰাজ্যৰ ৰজা হয় নৰনাৰায়ণ আৰু পূব অংশ অৰ্থাৎ কোচ হাজো ৰাজ্যৰ ৰজা হয় চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱ। ১৫৮৭ চনত নৰনাৰায়ণৰ মৃত্যুৰ পিচত তেওঁৰ পুত্ৰ দুৰ্বলচিতীয়া লক্ষ্মীনাৰায়ণ ৰাজপাটত বহে। তেওঁ বুদ্ধিভ্ৰমত পৰি কবীন্দ্ৰ পাত্ৰক মন্ত্ৰীপদৰ পৰা অপসাৰিত কৰাত ৰঘুদেৱ নাৰায়ণে কবীন্দ্ৰক নিজ ৰাজ্যৰ প্ৰধানমন্ত্ৰী পদত অধিষ্ঠিত কৰে। ৰঘুদেৱৰ মৃত্যুৰ পিচত তেওঁৰ পুত্ৰ পৰীক্ষিত ৰজা হয়। তেওঁৰ অকাল বিয়োগৰ পিচত মোগল সম্ৰাটে কবীন্দ্ৰ পাত্ৰক প্ৰথম কানানগো অৰ্থাৎ প্ৰাদেশিক শাসনকৰ্তা পদত নিযুক্তি দি কামৰূপ, দক্ষিণকূল, ঢেকেৰী আৰু বাংগালভূম- এই চাৰি

চিৰকা শাসন কৰিবলৈ নির্দেশ দিয়ে। এনেদৰে মন্ত্রীৰ পদৰ পৰা উদ্‌গতি কৰি কবীন্দ্ৰ পাত্ৰ পোনপটীয়া শাসক হয়। তেওঁ ক্ষমতাশালী জমিদাৰ হৈ ৰাঙামাটিত বাস কৰিবলৈ ল'লে আৰু তেতিয়াৰ পৰাই ৰাঙামাটি এই বংশৰ সদৰ বাসস্থানত পৰিণত হ'ল। এই ৰাজবংশ সেয়ে ৰাঙামাটীয়া বৰুৱা নামেৰে খ্যাত। কবীন্দ্ৰ পাত্ৰই শাসন কৰা চাৰি চিৰকাভূক্ত অঞ্চল ৰংপুৰৰ (বর্তমান বাংলাদেশ) পৰা গুৱাহাটীলৈ বিস্তৃত আছিল। এওঁৰ ছজন পুত্ৰ আছিল। তাৰে ভিতৰত প্ৰথমজন অৰ্থাৎ ৰঘুনাথে তেওঁৰ অসীম জ্ঞান, পাণ্ডিত্য আৰু অধ্যৱসায়ৰ বলত কবিশেখৰ উপাধি পাইছিল। কবীন্দ্ৰ পাত্ৰৰ মৃত্যুৰ পিচত কবিশেখৰে শাসনভাৰ লয়। তেওঁৰ শাসনত সন্তুষ্ট হৈ মোগল সম্ৰাট জাহাংগীৰে আকৌ এখন নতুন চনদ দিয়ে আৰু কবিশেখৰক 'ৰাজা' উপাধি প্ৰদান কৰে। তেওঁ অতি ধৰ্মপ্ৰাণ ব্যক্তি আছিল। তেওঁৰ পৰা ঠিক সাতপুৰুষ পিচত হ'ল কৰ্তাবাহাদুৰ প্ৰতাপচন্দ্ৰ বৰুৱা। ১৮৫৬ খৃষ্টাব্দত তেওঁ ৰাঙামাটিৰ পৰা গৌৰীপুৰলৈ ৰাজধানী স্থানান্তৰিত কৰে। এওঁৰ পূৰ্বৰ নাম আছিল ডম্বৰুকান্ত। এওঁৰ পিতৃ আছিল ধীৰচন্দ্ৰ আৰু মাতৃ তাৰিণীপ্ৰিয়া। কৰ্তাবাহাদুৰ প্ৰতাপচন্দ্ৰৰ মৃত্যুৰ পিচত পত্নী ভবানীপ্ৰিয়াই ৰাজকিশোৰ বসুৰ পুত্ৰ বুদ্ধিকান্ত দত্তক গ্ৰহণ কৰে। ৭৭ বছৰ বয়সত ৰাণী ভবানীপ্ৰিয়াৰ মৃত্যু হয়। ১৮৯৬ চনত বুদ্ধিকান্ত সাবালক অৱস্থাপ্ৰাপ্ত হয় আৰু প্ৰভাতচন্দ্ৰ বৰুৱা নাম লৈ ১৯০১ চনত 'ৰাজা' পদবী গ্ৰহণ কৰে। তেওঁৰ মৃত্যু হয় ১৯৪২ চনত। তেওঁ আছিল পটু চিকাৰী, দূৰদৃষ্টিসম্পন্ন আৰু বিদ্যোৎসাহী। তেওঁৰ পত্নী আছিল সৰোজবালা দেৱী। এওঁলোকৰেই সন্তান নীহাৰবালা বৰুৱা, নীলিমাবালা বৰুৱা, প্ৰমথেশ বৰুৱা, প্ৰকৃতিশ চন্দ্ৰ বৰুৱা আৰু প্ৰণবেশ বৰুৱা।

ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱাৰ চতুৰ্থ সন্তান প্ৰকৃতিশ চন্দ্ৰ বৰুৱা ওৰফে লালজীৰ প্ৰথম পত্নীৰ নাম মালতীলতা বৰুৱা। এই মালতীলতাৰেই গৰ্ভত জন্ম হৈছিল হস্তীৰ কন্যা প্ৰতিমা বৰুৱা পাণ্ডেৰ। প্ৰতিমাৰ উপৰিও মালতীৰ গৰ্ভত জন্ম হৈছিল আৰু দুই কন্যাৰ পূৰ্ণিমা আৰু প্ৰতিভাৰ।

ইংৰাজী ১৯৩৪ চনৰ ৩ অক্টোবৰৰ দেওবাৰে প্ৰতিমা বৰুৱা নামৰ শিশুটিৰ জন্ম হৈছিল কলকতাৰ বালিগঞ্জৰ বাসভৱনত।

১৯৪৮ চনত প্ৰতিমাই কলকাতাৰ 'গোখলে মেমোৰিয়েল গালৰ্ছ স্কুল'ত নামভৰ্তি কৰে আৰ ১৯৫৩ চনত মেট্ৰিক পৰীক্ষা দি ঘৰলৈ আহি ৰঙীন দিনবোৰ পুনৰ উপভোগ কৰিবলৈ লয়। আকৌ মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ South Calcutta Girls Collegeত উচ্চ শিক্ষাৰ বাবে নামভৰ্তি কৰিছিল। এনে মুক্ত পৰিবেশে যেন তেওঁক পুনৰ হাত বাউল দি মাতিছিল আৰু পুনৰ গুচি আহিছিল এই পৰিবেশলৈ। মাহুত-ফান্দীৰ গান, ভাওৱাইয়া, চটকা, দেহতত্ত্ব, মৈষালী ইত্যাদিৰ মাজলৈ।

সৰুকালতেই প্ৰতিমাই যেতিয়া দেউতাকৰ লগত ম'হৰ বাথান চাবলৈ গৈছিল ম'হৰ ডিঙিত আৰি থোৱা ঘন্টাবোৰৰ শব্দই তেওঁৰ শৰীৰত এক অদ্ভুত শিহৰণ তুলিছিল আৰু সেই শিহৰণ প্ৰতিমাৰ কণ্ঠৰে ওলাই আহিছিল মৈষালী গীত হৈ। হাতী চিকাৰৰ পিচত যেতিয়া হাতীক সুৰেৰে বশ কৰি শিক্ষা দিবলৈ হাতীৰ কাণত সুৰ দিয়া হৈছিল,

মাহুতবোৰৰ পৰা প্ৰতিমাই সেই সুৰ শিকি পেলাইছিল। দেউতাক লালজীয়েও উৎসাহ দিছিল। এনেকৈয়ে দিদিয়ে কচুগাঁও, ৰায়মানা, জোনালী, ৰুণীখাটা, গাৰোবাধা আদি ঠাইত হাতী চিকাৰলৈ যাওঁতে বহু থলুৱা গীত শিকিছিল।

১৯৫৫ চন। ড' হাজৰিকাই পত্নী প্ৰিয়ম হাজৰিকাৰে সৈতে গৌৰীপুৰলৈ আহি লালজীৰ আতিথ্য গ্ৰহণ কৰে। তেওঁৰ সন্মানাৰ্থে জলসাৰ আয়োজন কৰা হয়। সেই জলসাত প্ৰতিমাই গাইছিল গান। এই গান শুনি ড' হাজৰিকাই প্ৰতিমাক প্ৰচণ্ড উৎসাহ দিছিল আৰু প্ৰতিমাই চিৰদিন গীত গাই যাবলৈ মনস্থ কৰিছিল। ১৯৫৬ চনত ড' হাজৰিকাই তেওঁৰ ছবি 'এৰাবাটৰ সুৰ'ৰ বাবে প্ৰতিমাৰ দ্বাৰা দেশী গান গোৱাই কলকাতাত ৰেকৰ্ডিং কৰে। তাৰ পিচত ১৯৫৭ চনত তেওঁ 'মাহুত বন্ধুৰে' ছবিৰ বাবে গীত গায়। তাৰপিচত গায় 'পলাশৰ ৰং', 'গজমুক্তা', 'Dance of Assam Along Brahmaputra' ইত্যাদি ছবিৰ বাবে। ১৯৫৮ চনত তেওঁ প্ৰথম গণমঞ্চত গান পৰিবেশন কৰে। এইদৰেই গাঁৱে-নগৰে দেশী গানৰ চৰ্চা আৰম্ভ হয় বহুল ভাবে আৰু কলিকতীয়া 'যুগান্তৰ' নামৰ বাতৰি কাকতখনে প্ৰতিমাক 'হস্তীৰ কন্যা' বুলি উল্লেখ কৰে। নিজে একো নিবিচৰাকৈয়ে প্ৰতিমা হৈ পৰে 'হস্তীৰ কন্যা'। জন্মৰে পৰা হাতীৰ লগত খেলি ফুৰিছে প্ৰতিমাই। হাতী ধৰা দেখিছে। হাতীৰ গান গাইছে। দেউতাকৰ নিৰ্দেশত হাতীৰ বাবে কলপাত কাটিছে। হাতীৰ দানাও তৈয়াৰ কৰিছে এইদৰেই মাহুতবোৰৰ লগতো সুন্দৰ সম্পৰ্ক গঢ়ি উঠিছে। ঘন অৰণ্য, মাহুত ফান্দী-হাতীৰে সৈতে প্ৰকৃতিৰ ৰম্য পৰিবেশৰ প্ৰভাবেৰে আৰু অভিজ্ঞতাৰেপূৰ্ণ লালজীৰ জীৱনৰ ছাঁ প্ৰতিমাৰ জীৱনত বাৰুকৈয়ে পৰিছে। সেয়ে তেওঁৰ গানৰ সুৰত আছে প্ৰকৃতিৰ গোন্ধ, কেঁচা মাটিৰ গোন্ধ আছে বাস্তৱৰ প্ৰতিচ্ছবি, লগতে আছে ঘন অৰণ্যৰ গভীৰতা আৰু জ্যোৎস্নালোকিত জলমল নিশাৰ মনোমোহা পাতলীয়া অৰণ্যৰ দৰে সহজ সৰল ভাষা।

১৯৬০ চনত কোনো এটা দিনত পিতৃৰ নিদেশত প্ৰতিমা গ'ল গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰলৈ। পিচে বিষয়ববীয়াসকলে ক'লে এই গান অসমীয়াত অনুবাদ কৰি গাব লাগিব। তেতিয়া প্ৰতিমাই ভাবিলে-- 'এইটা ফিৰ কোন দেশী কথা। গোৱালপাৰীয়া গানেৰ (অসমীয়া) অচমীয়া তৰ্জমা। কি অদ্ভুত কথা।' গতিকে ঘৰৰ ছোৱালী ঘৰলৈ উভতিল। পৰৱৰ্তী কালত এই কথা লৈ উপদেষ্টা কমিটীত ড হাজৰিকা আৰু ৰুদ্ৰ বৰুৱাই এই প্ৰশ্ন উত্থাপন কৰিলে যে যদিহে গুৱাহাটী কেন্দ্ৰৰ পৰা বড়ো, ৰাভা, মিচিং আদি গীত প্ৰচাৰ হ'ব পাৰে, গোৱালপাৰীয়া গীত কিয় প্ৰচাৰ হ'ব নোৱাৰে? অৱশেষত ১৯৬২ চনত বিষয়া পুৰুষোত্তম দাসৰ আহ্বানত প্ৰতিমাই দেশীগান ৰেকৰ্ড কৰিলে।

১৯৬২ চনত নলবাৰীত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনলৈ প্ৰতিমা পোন প্ৰথমবাৰৰ বাবে আমন্ত্ৰিত হয়। এয়া তেওঁলৈ ডাঙৰ স্বীকৃতি। তাৰ পিচত ১৯৬৬ চনত তেওঁ দিল্লীত গণতন্ত্ৰ দিৱসত গোৱালপাৰীয়া লোক সংস্কৃতি প্ৰদৰ্শন কৰি অসমক প্ৰতিনিধিত্ব কৰে। বংগত তেওঁ ইডেন গাৰ্ডেন ময়দানত ১৯৭০ চনত গীত পৰিবেশন কৰে আৰু তাৰ পিচত তেওঁ কলিকতাৰ বহুতো সৰু-বৰ মঞ্চত গীত গায়। ইয়াৰ মাজতে

১৯৭৫ চনত কল্‌কাটা অনাতাঁৰ কেন্দ্ৰৰ আমন্ত্ৰণক্ৰমে গান ৰেকৰ্ড কৰে আৰু তাৰ পিচতেই দিল্লী, ছিমলা, শিলিগুৰি, তেজু, শিলচৰ, কাৰ্চিয়াং, গেংটক, ডিব্ৰুগড়, আগৰতলা, ইম্ফল আদি অনাতাঁৰ কেন্দ্ৰযোগে তেওঁৰ কণ্ঠত গোৱালপাৰীয়া লোকগীতে প্ৰচাৰ পায়।

১৯৭৭ চনত অসম সাহিত্য সভাই অভয়াপুৰী অধিবেশনত তেওঁক লোকসংগীতজ্ঞ হিচাপে সম্বৰ্ধনা জনায়। ১৯৮১ চনত তেওঁ মধ্যপ্ৰদেশ, চেন্নাই, গোৱা, জম্মু-কাশ্মীৰ, মুম্বাই, উত্তৰ প্ৰদেশ আদি ঠাইলৈ গৈ গীত গাইছিল। ১৯৮৭ চনত পলমকৈ হ'লেও গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই তেওঁৰ এটি সাক্ষাৎকাৰ প্ৰচাৰ কৰে গোৱালপাৰীয়া ভাষাত।

১৯৮৭ আৰু ১৯৮৮ চনত প্ৰথমবাৰৰ বাবে গুৱাহাটী দূৰদৰ্শনযোগে তেওঁৰ অনুষ্ঠান প্ৰচাৰিত হয়। ১৯৮৮ চনত তেওঁ 'বি' গ্ৰেডৰ পৰা 'এ' গ্ৰেড আৰ্টিষ্ট হিচাপে আকাশবাণীৰ দ্বাৰা স্বীকৃতি পায় আৰু একে বছৰতে তেওঁ লাভ কৰে 'সংগীত নাটক একাডেমী বঁটা।' ১৯৯১ চনত প্ৰতিমাই লাভ কৰে পদ্মশ্ৰী আৰু ২০০০ চনত উত্তৰবংগ বিশ্ববিদ্যালয়ে তেওঁলৈ আগবঢ়ায় সন্মানজনক 'ডি-লিট' উপাধি।

দেশী গানকেই জীৱনৰ চিৰসংগী কৰি লোৱা প্ৰতিমাই ১৯৬৯ চনত আৰু এজন সংগীক আদৰি লৈছিল। তেওঁ আছিল গৌৰীপুৰ মহাবিদ্যালয়ৰ অধ্যাপক, উত্তৰ প্ৰদেশৰ ৰায়বেৰেলীৰ শিৱপুৰ গাঁৱত জন্মগ্ৰহণ কৰা ভৰদ্বাজ গোত্ৰৰ গংগাশংকৰ পাণ্ডে। প্ৰতিমা বৰুৱাৰ নামৰ পিচত পাণ্ডে উপাধি যোগ হ'ল। ১৯৭০-৭১ চনত পাণ্ডেই গৌৰীপুৰ মহাবিদ্যালয়ৰ পৰাই হায়দৰাবাদলৈ গৈ তাৰ পৰা Problem of Translation বিষয়ত ৰিছাৰ্চ ডিপ্লমা লয়। ১৯৮৪ চনত পুনৰ তাৰ পৰাই তেওঁ Phorological Study of Assamese English বিষয়ত এম-লিট লয় আৰু পুনৰ হায়দৰাবাদৰ কেন্দ্ৰীয় প্ৰশিক্ষণ-প্ৰতিষ্ঠানলৈ English Spoken in the North-East Region of India।' বিষয়ত গৱেষণাৰ বাবে যায়।

পাণ্ডেই প্ৰতিমাক উপহাৰ দিয়ে দুটি কন্যা সন্তান - অমৃতা আৰু অলকাক। লগতে সদায়ে দি আহিছিল উৎসাহ আৰু আগবঢ়াইছিল সহযোগ। আনহাতে প্ৰতিমাই পাণ্ডেৰ বাবে অন্তৰত অহৰহ লুকুৱাই ৰাখিছিল - সন্মান, শ্ৰদ্ধা আৰু স্বামীৰ প্ৰতি কৰ্তব্যবোধ। তেওঁৰ ভাষাত 'মোৰ স্বামী হিচাপে নহয়, এজন মানুহ হিচাপে মই প্ৰফেছাৰ পাণ্ডেক শ্ৰদ্ধা কৰো। তেওঁ গুণী, তেওঁ পণ্ডিত, তেওঁ বিশাল। তেওঁ মোৰ সাংস্কৃতিক জীৱনত কেতিয়াও বাধা হৈ থিয় দিয়া নাই। বৰং ছাপোৰ্ট দিছে ...।'

প্ৰতিমাই পৰিয়ালৰ সহযোগত সাংস্কৃতিক জগতখনত নিজৰ বাবে এখন গজগজীয়া আসন চিৰদিনলৈ তৈয়াৰ কৰি ল'লে। তেওঁ ২০০২ চনৰ ২৭ ডিচেম্বৰ তাৰিখে পুৱা ৭-৫ বজাত সকলোকে এৰি গুচি গ'ল। আকাশৰ পৰা এটি উজ্জ্বল নক্ষত্ৰ খহি পৰিল, কিন্তু তাৰ উজ্জ্বল জ্যোতি চিৰদিনৰ বাবে বিয়পাই থৈ গ'ল।



# প্ৰতিমা বৰুৱা

□ অনিলা চৌধুৰী

**(সঠিককৈ নাজানো। বিয়াৰ পিছৰ পৰাই প্ৰতিমা পাণ্ডে বৰুৱা লিখে নে প্ৰতিমা বৰুৱা পাণ্ডে বুলি লিখে? কোনটো শুদ্ধ ক'ব নোৱাৰো। সেয়ে মই প্ৰতিমা বৰুৱা হিচাপেই মোৰ লেখাৰ শিৰোনামা লিখিলো। গংগাশঙ্কৰ পাণ্ডেৰ ওচৰত মোৰ অনুৰোধ - তেওঁ যেন এই লৈ একো দায়-দোষ নধৰে।)**

কোনো এজন মানুহক সাধাৰণভাৱে জানি হঠাতে এদিনাখন সেইজন মানুহে বিশিষ্ট ৰূপ লৈ যেতিয়া চকুৰ আগত উদ্ভাসিত হৈ উঠে- বিস্মিত দৃষ্টি লৈ তেওঁক অকল চোৱাকে নহয় -- তেওঁৰ সম্বন্ধে ধাৰণাকণো সম্পূৰ্ণপৰিবৰ্তন হয়। এনে পৰিবৰ্তনত মনটোৱে পিছে বিস্ময়ৰ মাজতো এক অনাবিল আনন্দ দিয়ে। প্ৰতিমা সম্বন্ধে মোৰ ধাৰণাকণো আছিল তেনেধৰণৰ। ৰাজপৰিয়ালৰ আভিজাত্যৰ মাজত ডাঙৰ হোৱা প্ৰতিমাক লাহ-বিলাহৰ মাজত ডাঙৰ হোৱা এজনী চহকী ছোৱালী বুলি ভবাৰ বাহিৰে তেওঁৰ প্ৰতি একো আকৰ্ষণ অনুভৱ কৰা নাছিলো। সেয়া বোধকৰো মোৰ মনৰ ভিতৰত থকা একধৰণৰ অহমিকা।

চল্লিছ আৰু পঞ্চাশ বছৰ বয়সৰ মাজত মানসিক বা বৌদ্ধিক ব্যৱধানকণ বৰ কম থাকে। শৈশৱত দুই-তিনি বছৰৰ ব্যৱধানকণে পিছে যথেষ্ট দূৰত্ব আনে। এগৰাকী তৃতীয় শ্ৰেণীত পঢ়ি থকা ছোৱালী বা ল'ৰা আৰু আনগৰাকী ষষ্ঠ শ্ৰেণীত পঢ়ি থকা ছোৱালী বা ল'ৰাৰ মাজত চিন্তাধাৰাৰ যথেষ্ট ব্যৱধান থাকে। প্ৰতিমা মোতকৈ প্ৰায় তিনিবছৰ সৰু। তেওঁৰ আৰু মোৰ মাজত মানসিক আৰু বৌদ্ধিক ব্যৱধান সেয়ে বেছি আছিল। স্কুলত পঢ়ি থাকোঁতে তেওঁক একে স্কুলৰ ছাত্ৰী হিচাপেও লগ পোৱা নাছিলো। গৌৰীপুৰৰ ৰাজপৰিয়ালৰ বিশেষকৈ ৰাজকুমাৰসকলৰ ল'ৰা-ছোৱালীবোৰৰ পঢ়া-শুনা গৌৰীপুৰৰ স্কুলবোৰত হোৱা নাছিল। বেছিভাগৰে পঢ়া-শুনা আৰম্ভ হৈছিল কলকাতাত। বালিগঞ্জ চাৰ্কুলাৰ ৰোডত অৱস্থিত গৌৰীপুৰ ৰাজভৱনত থাকি ইংৰাজী মাধ্যমৰ স্কুলবোৰতে শিক্ষা গ্ৰহণ কৰিছিল ৰাজপৰিয়ালৰ ল'ৰা-ছোৱালীবোৰে। ল'ৰাবোৰে কেতিয়াবা গৌৰীপুৰৰ স্কুলত অলপদিনৰ কাৰণে পঢ়িলেও ছোৱালীবোৰক ৰাজবাড়ীৰ অন্দৰমহলতে

গৃহ-শিক্ষক নিযুক্ত কৰি পঢ়োৱা হৈছিল। বিদ্যালয়ৰ চাৰি দেৱালৰ মাজত তেওঁলোকক পোৱা নগৈছিল। সেয়ে তিনি বছৰৰ সৰু ছোৱালী এজনীক তিনি শ্ৰেণী তলত পোৱাৰ সম্ভাৱনা থাকিলেও প্ৰতিমাক স্কুলত লগ পোৱা নাছিলো। তিনি বছৰৰ ব্যৱধানে শৈশৱত যথেষ্ট দূৰত্ব আনে। এই ব্যৱধানৰ বাবে প্ৰতিমাক খেলৰ লগৰী হিচাপেও পোৱা নাছিলো। ৰাজবাড়ীৰ অন্দৰমহললৈ কেতিয়াবা কেতিয়াবা গৈছিলো। যোৱাটো পিছে সঘন নাছিল। দেউতাৰ অভিভাৱকত্বৰ অধীনত থাকি সৰুকালৰে পৰা আমাৰ মাজতো একধৰণৰ ব্যক্তিত্ব গঢ় লৈ উঠিছিল -- যাৰ ফলত ৰাজবাড়ীৰ অন্দৰমহললৈ গৈ ৰাজপৰিয়ালৰ সদস্য-সদস্যাসকলৰ লগত আত্মীয়তাৰ সুযোগ ল'বলৈ মন নগৈছিল।

প্ৰতিমা মোৰ অতি নিকট সম্বন্ধীয় ভনী। প্ৰতিমাৰ দেউতাক প্ৰকৃতিশ চন্দ্ৰ বৰুৱা (লালজী) মাৰ পেহীয়েকৰ ল'ৰা। সৰু ভনী হিচাপেই তেওঁক ব্যৱহাৰ কৰিছিলো। তেওঁ মোক 'দিদি' বুলিয়ে মাতিছিল। এই বিষয়ত আভিজাত্যৰ একো অভিমান নাছিল প্ৰতিমাৰ।

প্ৰতিমা দেখাত সঁচাকৈয়ে প্ৰতিমা আছিল। জোঙা নাক, আয়ত চকু, সোণৰ বৰণ শৰীৰ মিলি সঁচাকৈয়ে প্ৰতিমা আছিল।

চকুৰ পৰা আঁতৰ হ'লে মনৰ পৰাও আঁতৰ হয় - কথাষাৰ অতি সঁচা। পঢ়া-শুনা আৰু চাকৰি সংক্ৰান্তত মই গৌৰীপুৰৰ পৰা দূৰত থাকিবলৈ ল'লোঁ। প্ৰতিমাই গৌৰীপুৰতে থিতাপি ল'লেও মোৰ অগোচৰতে ডাঙৰ-দীঘল হ'বলৈ ধৰিলে। ফ্ৰক পিন্ধা ছোৱালীজনী কেতিয়া ডাঙৰ হৈ শাৰী পিন্ধিবলৈ ধৰিলে — গমকে নাপালো। বিয়া-বাৰুৰ প্ৰতি একো আকৰ্ষণ নাছিল বাবে তেওঁৰ সৰু ভনী দুগৰাকী পূৰ্ণিমা আৰু প্ৰতিভাৰ বিয়া আগতে হৈ গ'ল। বিয়া কৰি সংসাৰত বন্দী হৈ থকাতকৈ সংগীতৰ দুনিয়াত মুক্ত বিহংগমৰ দৰে উৰি ফুৰিবলৈয়ে ভাল পাইছিল। মধ্যম ৰাজকুমাৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ বৰ মৰমৰ বৰজীয়াৰী এই প্ৰতিমা। চিকাৰী দেউতাকৰ সান্নিধ্যত থাকি অৰণ্যৰ মাজত বাঘ চিকাৰ কৰাটো প্ৰতিমাৰ এক বদ্ (?) অভ্যাস আছিল। বদ্ অভ্যাস বুলি এইবাবেই কৈছোঁ যে উত্তৰকালত যিগৰাকীয়ে দুখীয়া, অজ্ঞ, হোজা খেতিয়ক ৰাইজৰ মনৰ ওচৰত থাকি, সিহঁতৰ গান গাই শ্ৰোতাৰ মন মুহিলে- সেইগৰাকীৰ হাতত অৰণ্যৰ মাজত স্বচ্ছন্দে ঘুৰি ফুৰা বন্যপ্ৰাণীৰ চিকাৰ যেন অবাঞ্ছনীয় ঘটনা। পিছে এনে বদ্ অভ্যাসৰ মাজতো হাতীৰ পিঠিত উঠি চিকাৰ কৰোঁতে মাহুতক বন্ধু হিচাপে স্বীকাৰ কৰি সিহঁতৰ জীৱন সম্বন্ধে কৌতুহলী হৈ উঠিছিল প্ৰতিমা। মাহুতৰ লগত থাকি গোৱালপাৰীয়া লোকগীত গোৱাৰ অভ্যাস কৰিছিল। ৰজাৰ ঘৰৰ জীয়াৰীয়ে ৰাজপৰিয়ালৰ বিলাসীতা এৰি, আভিজাত্যক নেওচা দি গাঁৱৰ সহজ-সৰল দুখীয়া খেতিয়কসকলৰ মাজত থাকি সিহঁতৰ মনৰ প্ৰকাশ-ভংগীৰ লগত বেছিকৈ ঘনিষ্ঠ হৈ পৰিছিল। ককাদেউতাক ৰাজাবাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱা আছিল উচ্চাংগ সংগীতৰ পৃষ্ঠপোষক। নিজে গাইছিল। প্ৰতিমাৰ মনত পূৰ্বপুৰুষৰ সংগীত-প্ৰীতি অংকুৰিত হ'ল। অংকুৰিত সেই প্ৰীতি পিছে উচ্চাংগ সংগীতৰ পিনে ঢাল নাখাই ঢাল খাইছিল সহজ-সৰল দুখীয়া খেতিয়ক ৰাইজৰ সহজ-সৰল লোকগীতৰ পিনে। গোৱালপাৰীয়া লোকগীতবোৰ প্ৰতিমাৰ প্ৰতিপালনত সঞ্জীৱিত হৈ উঠিল। সাধাৰণ মনৰ ছোৱালী এজনীয়ে এদিনাখন লোকগীতৰ মুকুটহীন

সম্ৰাজ্ঞী হৈ উঠিল। সিদিনা অবাক হৈ গৈছিলো। সাধাৰণ বুদ্ধিৰ ছোৱালী এজনীয়ে আজি দেখোন গানেৰে বিশ্ব জয় কৰিবলৈ ওলাইছে।

বিয়া-বাৰু কৰাই, ল'ৰা-ছোৱালীৰ মাক হৈ মই তেতিয়া ঘোৰ সংসাৰী। মঞ্চত গান গাই থকা অৱস্থাত প্ৰতিমাক লগ পোৱাৰ সুবিধা মোৰ হোৱা নাছিল। দূৰদৰ্শনৰ মাধ্যমত যেতিয়া গান গাই থকা প্ৰতিমাক দেখিছিলো, গৰ্বত বুকুখন ওফন্দি উঠিছিল প্ৰতিমাই দূৰদৰ্শনত গাব বুলি গম পালেই সংসাৰৰ সকলো কাম-বন পেলাই থৈ প্ৰাণ-মন ঢালি সুৱলা সুৰত গোৱা প্ৰতিমাৰ গোৱালপাৰীয়া লোকগীতবোৰ একৰকম গিলিছিলো কাণ জুৰ পাৰিছিল, মন জুৰ পৰিছিল, ওচৰতে বহি থকাবোৰক বুকু ফিন্দাই জনাইছিলো - তেওঁ মোৰ অতি নিকট সম্বন্ধীয় মামাৰ ছোৱালী। বয়সত মোতকৈ সৰু হ'লেও শ্ৰদ্ধা নকৰাকৈ থাকিব নোৱাৰিলো। শ্ৰদ্ধা বয়সৰ ওপৰত নিৰ্ভৰ নকৰে, গুণৰ ওপৰতহে নিৰ্ভৰ কৰে। সঁচাকৈয়ে কি সুৱদী কণ্ঠ, কি দৰদভৰা গীতৰ পৰিৱেশন। লোকগীত পৰিৱেশনৰ এক কণ্ঠ থাকে, উচ্চাৰণ থাকে, এক ভাব থাকে। প্ৰতিমাৰ নিখুঁটভাৱে গোবা গোৱালপাৰীয়া লোকগীতবোৰে শ্ৰোতাসকলক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। সেই মন্ত্ৰ প্ৰতিমাই নিজৰ নিষ্ঠাৰে আয়ত্ত কৰিছিল। গোৱালপাৰীয়া লোকগীতৰ অপৰাজেয় শিল্পী প্ৰতিমা বৰুৱাক সংগীত-নাটক একাডেমীয়ে পুৰস্কৃত কৰাটো একাডেমীৰ অতি শুদ্ধ আৰু উপযুক্ত নিৰ্বাচন। ১৯৮৯ চনত সংগীত-নাটক একাডেমীয়ে যোগ্যজনক পুৰস্কৃত কৰিলে।

গোৱালপাৰীয়া লোকগীতৰ এই সম্ৰাজ্ঞীগৰাকীক আৱিষ্কাৰ কৰিছিল দাদা চাহেব ফাল্কে বঁটা বিজয়ী অসমৰ সংগীত জগতৰ অপৰাজেয় শিল্পী ড° ভূপেন হাজৰিকাই গোৱালপাৰীয়া লোকগীতত প্ৰতিমাৰ জয়যাত্ৰা আৰম্ভ হ'ল, সুন্দৰ পৰিণতিও লাভ কৰিলে। এই জয়যাত্ৰা দীঘদিন ধৰি চলি থকাটোৱে যেতিয়া কাম্য আছিল - বিধিৰ বিধানত প্ৰতিমাৰ অকাল বিসৰ্জনো হ'ল। অসমৰ লোকগীতৰ আকাশৰ পৰা এটি উজ্জ্বল তৰা খহি পৰিল। লোক-সংগীতৰ অনুৰাগীসকল মাতৃহাৰা হ'ল।

প্ৰতিমাক শেষ দেখা পাইছিলো সদ্যসমাপ্ত বছৰটোৰ ২১ অক্টোবৰত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত আয়োজিত প্ৰতিমাৰ বৰদেউতাক অসমৰ তথা ভাৰতৰ চলচ্চিত্ৰ জগতৰ বাটকটীয়া প্ৰয়াত প্ৰমথেশ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উদ্‌যাপনৰ সভাত। জ্ঞানগৰ্ভ ভাষণবোৰৰ অন্তত প্ৰতিমাই মঞ্চত আহি বহিছিল গোৱালপাৰীয়া লোকগীতৰ সঁফুৰাখন মেলি। ঘৰুৱা জামেলাবোৰৰ বাবে অনুষ্ঠানৰ শেষলৈকে থাকিব নোৱাৰিলো। প্ৰতিমাক মাত এষাৰ দিয়াৰ ইচ্ছা থাকিলেও দিয়া নহ'ল। তাৰ পিছত অসুস্থ শৰীৰ লৈ জি এন আৰ চিত ভৰ্তি হ'ল চিকিৎসাৰ বাবে। প্ৰতিমাক লগ পোৱাৰ বৰ ইচ্ছা আছিল। সেই ইচ্ছাকণো পূৰণ নহ'ল দুটা কাৰণত — চিকিৎসা কেন্দ্ৰত ৰোগিনীক দেখা কৰাৰ অনুমতি নথকাত আৰু নিজেও চকুৰ অপাৰেশ্যনৰ বাবে শঙ্কৰদেৱ নেত্ৰালয়ত ব্যস্ত থকাৰ বাবে। আশা ৰাখিছিলো', অসমৰ বাহিৰৰ পৰা অভিজ্ঞ চিকিৎসকে আহি চিকিৎসাৰ দিহা দি গ'ল যেতিয়া ভাল হ'ব; আগলৈ দেখা কৰিব পাৰিম। কিন্তু প্ৰতিমাই আৰু চকু নেমেলিলে। 'মানৱ দেহা' যে 'মাটিৰ ভাণ্ড' সেয়া প্ৰমাণ কৰি প্ৰতিমা গুচি গ'ল।



# প্ৰতিমা পাণ্ডেক শেষ সাক্ষাৎ

❑ থানেশ্বৰ মালাকাৰ

২৫ ডিচেম্বৰ, ২০০২। বুধবাৰ। পবিত্ৰ বৰদিন। 'গুৱাহাটী নিউৰ'লজিকেল ৰিচাৰ্চ চেন্টাৰ'ত স-পত্নীক হাজিৰ হ'লো বিয়লি ২.৪০ বজাত। উদ্দেশ্য মহান শিল্পী প্ৰতিমা পাণ্ডেক দেখা কৰি তেখেতৰ সু-স্বাস্থ্য কামনা কৰা। 'অভ্যৰ্থনা' কোঠাত উদ্দেশ্য ব্যক্ত কৰাত ক'লে 'নাৰ্চিং হোমখনৰ কাষতে 'মাখন ল'জ'ত শিল্পীগৰাকীৰ পৰিয়াল আৰু শুভাকাংক্ষীসকল আছে। তাত যোগাযোগ কৰক' তালৈ গৈ পালো ড সমুজ্জ্বল ভট্টাচাৰ্যক। তেখেতে আঙুলিয়াই দিলে শিল্পীগৰাকীৰ স্বামী অধ্যাপক গংগাশঙ্কৰ পাণ্ডেলৈ। চিনাকি হ'লো। পাণ্ডেই ক'লে 'তেওঁ মাত-বোল কৰিয়েই আছিল। হঠাৎ কালি আবেলিৰ পৰা খুব বেয়া অৱস্থা। কাকো যাবলৈ দিয়া নাই। তথাপি আজি আবেলি তিনি বজাৰ পৰা এজন এজনকৈ যাবলৈ দিব বুলি হাস্পতাল কৰ্তৃপক্ষই জনাইছে। আপোনালোক তালৈ যাওক। তাত আমাৰ মানুহ আছে। সহায় কৰি দিব।' লগত পঠালে তেখেতৰ এজন প্ৰাক্তন ছাত্ৰক। সেই মতে আমি পুনৰ নাৰ্চিং হোমখনলৈ আহিলো। ক'লো - 'গোলাঘাটৰ পৰা আহিছো মাত্ৰ এখন্তেক শিল্পীগৰাকীক চাই যাবলৈ।' কৰ্তৃপক্ষই আমাক অনুমতি দিলে।

দীঘলীয়া ঘৰটোৰ একেবাৰে শেষৰ বিছনাখনত শুই আছে গোৱালপাৰীয়া লোকগীতক 'জগত সভা'লৈ কঢ়িয়াই নিয়া, দৰদী গায়িকা, জনতাৰ শিল্পী, পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডে। নাকে-মুখে, হাতে-ভৰিয়ে পাইপ আৰু তাঁৰৰ মাজত প্ৰতিমা বৰুৱা পাণ্ডে অচেতন অৱস্থাত। চকু দুটা মুদ খোৱা। বাক্‌হীনভাৱে চাই ৰ'লো জীৱনত এদিনো মাতি নোপোৱা, কথা কৈ নোপোৱা, শিল্পীগৰাকীৰ কোনো সাংস্কৃতিক অনুষ্ঠান নেদেখা মোৰ আটাইতকৈ প্ৰিয় আৰু শ্ৰদ্ধাৰ শিল্পীগৰাকীক। এই শিল্পীগৰাকীৰ কণ্ঠত ৰেডিঅ'ত যেতিয়া বহু দূৰৈত বাজি থকা গান শুনিছিলো - স্তব্ধ আৰু তন্ময় হৈ প্ৰাণ ভৰি শুনিছিলো তেওঁৰ গীত। সেই ছাত্ৰ অৱস্থাতে হোৱা আকৰ্ষণ আজিও থাকিল অক্ষত অৱস্থাত। আজিও

শিল্পীগৰাকীৰ গীত মনভৰি শুনো - প্ৰাণ ভৰি লওঁ তাৰ স্বাদ -- দেহ-মন হয় সতেজ আৰু সজীৱ। শিল্পীগৰাকীৰ দুই চৰণ চুই সেৱা কৰি ওলাই আহিলোঁ।

পুনৰ মাখন ল'জ বুলি খোজ ল'লোঁ। কিন্তু কাষৰ হোটেলখনতে বহি থকা দেখিলো গংগাশঙ্কৰ পাণ্ডেক। আমাৰ সাক্ষাৎ হোৱাৰ কথা জনালোঁ।তেখেতৰ হাতত গুজি দিলো গোলাঘাটতে শিল্পী গৰাকীক উদ্দেশ্যি লিখি নিয়া চিঠিখন আৰু কেইটামান টকা। ষোড়শোপচাৰেৰে আয়োজন কৰা 'জীৱন-দায়িনী' মহাযজ্ঞত এডাল দূবৰি বন। তেখেতে একো নোচোৱাকৈ পকেটত সুমুৱাই থৈ সুধিলে - 'ইয়াত ঠিকনাটো আছেতো?' 'আছে।' তেতিয়ালৈকে কোনেও সোধা নাছিল - আমাৰ নাম, ধাম, ঠিকনা আৰু জীৱিকা। বহু সময় মহান শিল্পীগৰাকীৰ বিষয়ে কথা পাতি থকা, মোহনীয় ব্যক্তিত্বৰ অধিকাৰী শিক্ষাবিদ, অধ্যক্ষ গংগাশঙ্কৰ পাণ্ডেৰ হঠাতে চকু চলচলীয়া হ'ল আৰু ঘপহকৈ থিয় হৈ ক'লে -- 'মই ল'জলৈ যাওঁ।কোনোবাই কিজানি মোলৈ বাট চাই আছে।' মোৰ বুজিবলৈ বাকী নাথাকিল - অন্তৰত প্ৰচণ্ড ধুমুহা, আৰু বা-মাৰলীৰ আঘাতত ক্ষত-বিক্ষত পাণ্ডেৰ চকুৰে তাৰ বৰ্হিপ্ৰকাশ হ'ব বিচাৰিছে আৰু তেখেতে তাক আমাৰ পৰা লুকুৱাব বিচাৰিছে। তাৰ মাজতে ক'লে - 'চাহৰ পইচা মই দিম। আপুনি নিদিব। দিলে বেয়া পাম।'

আমি গুচি আহিলো। গাড়ীত বহাৰ আগতে ৰুমালেৰে চকু দুটা মোহাৰি ল'লো।

২৭ ডিচেম্বৰ/০২, শুকুৰবাৰ। সেই অঘটনটো ঘটিল। সকলোকে কন্দুৱাই চিৰকালৰ বাবে গুচি গ'ল 'জনতাৰ শিল্পী', ৰাইজৰ হিয়াৰ আমঠু, গৌৰীপুৰীয়া গাভৰু, পদ্মশ্ৰী, হস্তীৰ কন্যা প্ৰতিমা বৰুৱা পাণ্ডে। মোৰ চিঠিখন তেখেতে আৰু পঢ়িবলৈ নাপালে। শ্ৰীযুত পাণ্ডেৰ কোটৰ পকেটতে থাকিল।



# ও মোৰ হায় হস্তীৰ কন্যা ৰে

□ ড° ধীৰেণ দাস

যৌৱন জীব জগতৰ এক স্বাভাবিক অথচ উদ্‌ভ্ৰান্ত প্ৰবাহ। যৌবন কালতে জীব-দেহত জৈবিক কামনা-বাসনা আৰু মনত ৰমণীয় তাড়নাৰ অদমিত উৎপাত আৰম্ভ হয়। জীব জগতৰে মানুহ এক অবিচ্ছেদ্য অংগ। মানুহো তেনে তাড়নাৰ বশবৰ্তী হয়। কিন্তু মানুহ অইন জীবৰ তুলনাত এই ক্ষেত্ৰত মুক্ত নহয়। বিধি নিষেধৰ দ্বাৰা সংযত। তথাপি বহুতেই 'যৌবন জ্বালা সহিতে নাপাৰি' বুলিয়েই বিপথে যায়। এনে বয়সতে বহুতেই বিপথে গৈ জীৱনত বহুত দুঃখ কষ্ট ভোগ কৰে। সেয়ে যৌৱন ভয়াবহ। যৌৱন এটি ভয়াবহ উত্তাল তৰঙ্গ-সমষ্টি। এনে যৌৱনৰ পাটত বহিল কুমাৰী প্ৰতিমা। এই পট জীৱনৰ অতি জটিল অথচ মধুৰ, ভয়াবহ অথচ আনন্দকৰ, বিপদ সংকুল অথচ সুখকৰ। যৌৱন পটৰ আগলি খোজ বিচ্যুত নহ'লে ভবিষ্যত জীৱন সুখকৰ হয়। কিন্তু বিচ্যুতিৰে লটিঘটি হ'লে জীবন হৈ পৰে নিৰবিচ্ছিন্ন দুঃখৰ সমষ্টি। এনে এটি অনিবাৰ্য বয়সত ভৰি দিলে প্ৰতিমাই। সময়ত তেওঁৰ দেহত যৌৱনে ভৰপক দিলে। গোৱালপাৰীয়া গীতৰ ভাষাত 'যৌবন ঢোলে মোৰ পুবাল বাতাসে।' সেই বয়সত তেওঁ নাকে-মুখে, হেজাৰজনীৰ তুলনাত গৰ্বিতা হ'ব পৰাকৈ আকৰ্ষণীয় আছিল বুলি আজিৰ প্ৰতিমালৈ চাইয়েই ক'ব পাৰি। কিন্তু মানুহৰ দেহৰ সৌন্দৰ্যতকৈ মনৰ সৌন্দৰ্যৰ শক্তি আৰু সৌৰভহে প্ৰবল, বলিষ্ঠ আৰু স্থায়িত্বৰ ফালৰ পৰাও বেছি। ই নিশ্চিতকৈ অনস্বীকাৰ্য যে, প্ৰতিমাই নিজ দেহ সৌষ্ঠব আৰু যৌবন মতলীয়া ৰূপ লাৱণ্যৰ প্ৰতি সচেতন আছিল। কিন্তু কুমাৰী কালৰে পৰা প্ৰমথেশ বৰুৱা আৰু লাল্‌জীৰ আদৰ্শ আৰু প্ৰেৰণাই তেওঁ মন-কুহৰত সংগীত সুকুমাৰ কলাৰ বীজ ৰূপন কৰিছিল আৰু তেওঁ তেনে দিশত মানসিক উত্তোলন কৰিবলৈ সচেষ্ট হৈছিল। এনে ভাবৰ প্ৰবল বন্যাৰ বাবে তেওঁক গভীৰ ভাবে যৌৱন-নদীত কোবাই লৈ ফুৰোতে, জীয়া-যৌবন-দেহত কি আচোঁৰ পৰিছিল নপৰিছিল, তালৈ চাবলৈ তেওঁৰ সময় নাছিল আৰু সেই বিষয়ে জানিবলৈ, জনাবলৈ আমাৰো সুবিধা আৰু অৱকাশ নাই। সাপটগ্ৰামৰ সম্বৰ্ধনা পত্ৰৰ কথাখিনিকেই আমি এই ক্ষেত্ৰত প্ৰযোজ্য বুলি উল্লেখ কৰিলো: 'ভালবাসা তোমার কাছে ব্যক্তি কেন্দ্ৰিক হতে পারেনি কখনই। তাই

তোমার হৃদয় গোয়ালপাড়ীয়া লোকগীতি আর তুমি একাকার হয়ে মিশে গেছ তোমারই দোতরার একতানে।"

১৯৫৫ চন। তেতিয়া প্ৰতিমাৰ বয়স প্ৰায় ২০ বছৰ। সেই সময়তে স্বনামধন্য শিল্পী ড° ভূপেন হাজৰিকা গৌৰীপুৰলৈ আহিল। তেওঁ বাইদেউ প্ৰিয়ম হাজৰিকাকো লগত লৈ আহিছিল। তেওঁ তেতিয়া গৌৰীপুৰৰ ৰাজপৰিয়ালৰ মানুহবোৰৰ ওচৰত অপৰিচিত আৰু অনাহুত অতিথি। আচলতে পৰিচয় বুলিবলৈ তেওঁৰ যিকণ আছিল সেয়া হ'ল তেওঁ অলকেশ বৰুৱাৰ পত্ৰ-বন্ধু (pen friend) সেই আপাহতে তেওঁ শিল্পী জীৱনৰ ৰম্য গৌৰীপুৰলৈ নতুনত্ব আৰু অভিনবত্বৰ সজীব আশা লৈ শৈল্পিক মানসিকতাৰে আহিল। তেওঁ লাল্জীৰ আতিথ্য গ্ৰহণ কৰিছিল। তেওঁৰ আগমনত শিল্পী মনৰ খোৰাক হিচাপে ৰাজবাৰীত গানৰ 'জলসা' বহিল। সেই গানৰ আসৰত মনটিয়ে (মনোজ কুমাৰ বৰুৱা) দুটিমান ৰবীন্দ্ৰ সংগীত গালে। পিচত ড° ভূপেন হাজৰিকাই এটিৰ পিচত এটিকৈ নিজ কলাসুলভ বৈশিষ্ট্যৰে তলৰ গীত কেইটি গালে ঃ

১। পৰহি পুৱাতে টুলুঙা নাৱঁতে
ৰংমন মাছলৈ গ'ল।

২। এটি কলি দুটি পাত
ৰতনপুৰ বাগিছাত

৩। সাগৰ সঙ্গমত, কতনা সাতুৰিলোঁ
তথাপিতো হোৱা নাই ক্লান্ত।
তথাপি মনত মোৰ
প্ৰশান্ত সাগৰৰ
উৰ্মিমালা অশান্ত।।

বঙালী আৰু অসমীয়া গীত পৰিবেশনৰ পিচত পাল পৰিল প্ৰতিমাৰ। আজি প্ৰতিমা আৰু দেশীগান, দেশীগান আৰু প্ৰতিমা অভিন্ন। কিন্তু তেতিয়া প্ৰতিমাত ওচৰা-ওচৰিকৈ বাস কৰিছিল বঙালী গীত আৰু দেশীগানে। গতিকে সেই আসৰত তেওঁ কি গাব? কিন্তু তেওঁ এই বিষয়ত বেছি মূৰ ঘমাব লগীয়া নহ'ল। কাৰণ তাত উপস্থিত আছিল 'ৰসিক প্ৰাণ' 'ৰসিক বন্ধু' লাল্জী। তেওঁ পৰিস্থিতি বুজি লৈ ক'লে ঃ

'বুচু, বাংলা, আছামিছ হয়া গেল যেলা, তুই আমাৰটায়ে ধৰেক। উম্ৰাও নতুন মান্সী, আমাৰ গান গুলাও শুনুক।'

প্ৰতিমা নিশ্চিত হ'ল। কিয়নো এটা প্ৰশ্নৰ সমাধান হ'ল। কিন্তু প্ৰখ্যাত আৰু যশস্বী শিল্পী ড° ভূপেন হাজৰিকা সমুখতে বহি আছে। ইমান দিনে ৰেডিঅ'ত কেৱল গান আৰু নাম শুনি থকা মানুহজন তেওঁৰ সমুখত। সেই দৰ্শনেই আজি তেওঁৰ বাবে কিছু পৰিমানে লাজ আৰু সমীহৰ আবেশ আৰু আবৰণ হৈ পৰিল। কিন্তু সকলোকে ঠেলি দি তেওঁ গান গালে। এই বিষয়ৰ তেওঁৰ নিজস্ব উক্তিখিনি ইয়াত সংযোগ কৰি দিলো।

'ভবেন আৰু বয়ানে দুই দুইটা দোতোৰা বান্দি নিয়া শুৰু ডাং মাৰি আৰম্ভ কৰিল - নলো ডলো নলো ডং।' আৰ কি ডাং শুনিয়া মোৰো গাও নাচি উঠিল, মনও নাচিল আৰু গানেৰ সুৰও নাচি উঠিল। আৰম্ভ কইনু-

১।　হস্তী কন্যা হস্তী কন্যা
বামোণেৰ নাৰী
মাতায় নিয়া তাম কল'সী ও
সখী হাতে সোণাৰ ঝাৰী সখীহে
ও মোৰ হায় হস্তীৰ কন্যাৰে
খানিকো দয়া নাই মাহুতক লাগিয়াৰে

২।　আৰি ও,
ওহো মোৰ ভাবেৰে দেওৰা
থুইয়া আইসেক মোক
বাপ ভাইয়েৰ দেশে।

৩।　সোণাৰ বৰণ পাখীৰে তোৰ
হেঙ্গুল বৰণ আখি
দেশেৰ পাখী দেশে গেলু
মোকে দিয়া ফাঁকিৰে।।

তিন তিনটা গান কওৱাৰ পৰে চিন্তা কৰোং এলা হাজৰিকাই কি কয়? উৱাইতো মনযোগ দিয়া গানগুলা শুইন্‌লেক। এলা মতামত কি দেয়? আম্‌ৰা উপস্থিত সগাৰে এই চিন্তা, বিশেষ কৰিয়া মুই উদ্‌গিব। অনেকখন পৰে মাতা তুলিয়া ক'ইল ঃ

'নহয় বঙালী, নহয় অসমীয়া। দুয়ো ভাষাৰে মাজত-গানৰ কথা সুৰ। শুনিবলৈ বৰ মধুৰ। গানবোৰ শুনি বৰ ভাল পালোঁ। ছোৱালীজনীৰ সুৰত কিবা এটি মিঠা বিশেষত্ব আছে। অন্যৰ লগত নিমিলে। গানবোৰ ছোৱালীজনীৰ কণ্ঠত ৰজিতা খায়। গান গাই থাকিলে ভবিষ্যতে ডাঙৰ শিল্পী হোৱাৰ সম্ভাৱনা আছে।'

ড° হাজৰিকাৰ মত একজন শিল্পীৰ মুখোত প্ৰশংসা শুনিয়া মুই গৈৰব অনুভাব ক'ইল্লোং আৰ গান গুলা গায়া থাকাৰ মনস্থ ক'ইল্লং। কিন্তু উঙলা গান গাওৱা বিষয়ে আমাৰ বাৰীত দুইটা মত। জেঠীমা অৰ্থাৎ মাধুৰী লতা বৰুৱাৰ আপত্তি। উৱাৰ মতে এইগ্‌লা গ্ৰামেৰ গান। ভাষা কথ্য, অমাৰ্জিত। ভাৱ হ'ইল অশ্লীল। ভদ্দ মান্‌সীৰ গাওৱাৰ বা শুনাৰ মত নাহয়। ভদ্দ সমাজে ইগ্‌লা গাওৱাও যাবাৰ নাহয়। মাৰও সংস্কাৰ আছিল। লোক বিশ্বাস মতে দোতোৰাৰ গান গায়া বেৰাইলে বিয়া বাধা নাহয়। গতিকে মুই গান কৰি বেৰাটা ভাল নাহয়। আত্নীয়ৰ ভিত্‌ৰাও অনেকেৰ এমন মতয়েই আছিল। কিন্তু বাবাৰ মত আছিল আলাধা। উৱাৰ মতে, 'সগাই না ভদ্দলোকেৰ গান কৰে, তাৰ মদ্দে একজন নাহয় অভদ্দলোকেৰ গান কৰিল। হউক না কোনটা হয়। দোতোৰাৰ গান ক'ইলে

যদি বিয়া-বাধা নাহয়, না হউক না একজনকাৰ। তাতে আৰ কি হইবে? সগাৰে না বিয়া হবাৰে ধইচ্চে।' আমাৰ ঠাকুৰদাৰ এইগ্‌লা গানেৰ পোতি ঝোক ছিলক। উমৰা নিজেও দোতোৰা ডাঙাইছিল আৰ এইগলা গানেৰে একজন বৰ পিষ্টপোষক আছিল। উৱাৰ সমায়কাৰ কৰিতুল্লায় এই গ্‌লা গান ক'ইচ্চিল। কৰিতুল্লাক উৎসাহ দিছিল। বুড়া বয়সোত গান-তান কৰিবাৰ না পাওৱা হইলেও যাতে উৱাঁৰ খাবাৰ-দাবাৰ অসুবিধা নাহয়, তাৰে জন্যে উৱাক জমিজমা ফাইক কৰিয়া দিছিল। ঐ কৰিতুল্লাই প্ৰমথেশ বৰুৱাৰ 'মুক্তি' চিনেমাত, পত্‌থম পত্‌থম দেশী গান কৰে। তাহ'ইলে প্ৰমথেশ বৰুৱাও এইগ্‌লা গানেৰে পোতি ঝোক ছিলেক।

এইগ্‌লাত ধাকিয়া পৰমাণ পাওৱা যায যে ঠাকু দা, জেঠা আৰ বাবাৰ এগুলা গানেৰ জন্য আদৰ ছিলেক। সেই জন্য জেঠী মা আৰ আৰগুলাৰ নামত স্বত্তেও মুই গানগুলা গায়া থাইক্‌লোং।'

সময়ৰ গতিত বছৰ বাগৰিল। ১৯৫৬ চন। হাজৰিকা আকৌ গৌৰীপুৰলৈ আহিল। চিনেমা কৰিব, 'এৰা বাটৰ সুৰ'। তেওঁ দেশীগানক অসমীয়া চিনেমাত স্থান দিব। নতুন সৃষ্টি, নতুন উদ্‌ভাবন আৰু নতুন প্ৰকাশত শিল্পীৰ আনন্দ। তেওঁ শিল্পী। তেওঁৰ শিল্পী মনে বিচাৰি পাইছিল প্ৰতিমাৰ কণ্ঠত দেশীগানৰ লালিত্যপূৰ্ণ বিশেষত্ব। এই চহাগীত কেবল চহাপ্ৰাণৰ উপভোগ্য আৰু চহা জীৱনতে সীমাবদ্ধ হৈ থাকিব নোৱাৰে। ইয়াৰ ভিতৰত সৰ্বদেশৰ, সৰ্বমানবৰ বাবে আবেদন আছে। এই আবেদন গোৱালপাৰাৰ গাৱঁৰ চহাজীৱনৰ পৰা ছবিৰ জৰিয়তে বিশ্বমানবৰ ওচৰ চপাই দিব লাগিব। সেয়ে তেওঁ প্ৰতিমাৰ কণ্ঠত দেশীগান শুনি হয়তো তেতিয়াই এনে সিদ্ধান্ত গ্ৰহণ কৰিছিল। সেই সিদ্ধান্তক কাৰ্যকৰী ৰূপ দিবলৈ আজি আকৌ হাজৰিকাই উদ্‌ভ্ৰান্ত চিত্তে দৌৰ মাৰিলে গৌৰীপুৰলৈ। তেওঁ লালজীক লগ ধৰিলে। মনৰ সকলো কথা ভাঙিপাতি কৈ, মুল প্ৰস্তাৱটো আগবঢ়ালে। লালজীয়ে প্ৰতিমাই ছবিৰ গান গোৱাটোত সৰ্বান্তকৰণে সমৰ্থন কৰিলে। হাজৰিকাই হৃষ্টচিত্তে প্ৰতিমাক তেওঁৰ ছবিৰ বাবে দেশীগানৰ নেপথ্য শিল্পী হিচাপে গ্ৰহণ কৰিলে।

ছবি, দেশীগান— এই কথাবোৰ ভাবি প্ৰতিমাৰ 'যুৱান মন উৰাং বাইৰাং' কৰিবলৈ ধৰিলে। এক অবাঙ্‌ময় আনন্দৰ আবেগে তেওঁক বাৰুকৈ আমনি কৰিছিল যদিও উদ্‌বাউল কৰা নাছিল। তেওঁ বিচলিত হোৱাও নাছিল। কিন্তু এই সংবাদে তেওঁলৈ এক সম্ভাবনাময় ভবিষ্যতৰ ইংগিতহে লৈ আহিল। এক উজ্জ্বল ভবিষ্যতৰ যে এয়া প্ৰথম অধিসূচনা। হয়তো এই আৰম্ভণীয়ে তেওঁক এক উজ্জ্বল ভবিষ্যতৰ পথেৰে আগুৱাই নিব পাৰে, যদিহে তেওঁ নিজ কৰ্ম কুশলতাৰে আগবাঢ়ি যাব পাৰে। লাল্‌জীৰ সন্মতিৰ আঁৰত হয়তো এনে ভাবেই ক্ৰিয়া প্ৰতিক্ৰিয়া কৰিছিল। সি যি কি নহওঁক, অবশেষত তেওঁ চিনেমাত গান গোৱাটো ঠিক হ'ল। কি কি গান গোৱা হ'ব তাৰ নিৰ্বাচন হ'ল। সময়ত আচনি কাৰ্যকৰী কৰাৰ কালো আহি উপস্থিত হ'ল। সেই মতে তেওঁ যন্ত্ৰপাতি আৰু যন্ত্ৰীসকলক লৈ কলকাতা অভিমুখে ৰাওনা হ'ল। সময়ত তেওঁৰ গান ষ্টুডিওত ৰেকৰ্ডিং হ'বলৈ ধৰিলে।

দোতোৰা বজালে মৃণাল বৰুৱাই। অজয় বৰুৱা, অৰূপ বৰুৱা আৰু পূর্ণিমা-প্রতিভাই গানৰ ধুৰা অংশ গোৱাত সহায় কৰিলে। তলত উল্লেখিত গান দুটিৰে তেওঁৰ চলচ্চিত্র জগতত নেপথ্য কণ্ঠশিল্পী হিচাবে আত্মপ্রকাশ কৰে ঃ

১। ডাং নোৰি ডাং
দৰী দিয়া বান্ধ,
মাৰ এক ডাং
গুণ গুণ সৰকাৰ
গান শুনি নাৰে।

২। ও বিৰিক্‌ক শিমিলাৰে
গগনে মেলে ডাল।
নাৰী হয়া ৰসেৰ যৈবন
ৰাইকপো কত কালৰে।

ককাদেউতাক, দেউতাকৰ ৰঙিন সপোন প্রতিমাৰ কণ্ঠেৰে আত্ম প্রকাশিত হৈ বাস্তবলৈ নামি আহিল। লগে লগে প্রতিমাৰ জীৱনলৈ এক নতুন ৰঙিন দিগন্ত নামি আহিল। তেওঁৰ সাধনাই যেন সিদ্ধিৰ পথত খোজ পেলালে। নতুন উৎসাহ-উদ্দীপনা আহিল। তেওঁৰ আশা আৰু কল্পনাই বাট-পথ বিচাৰি পালে। দেশীগানৰ ৰসিক সকলেও ৰসিক মনৰ ৰসাল গানবোৰ প্রকাশৰ পথলৈ অনাৰ যো জা কৰিবলৈ ধৰিলে। প্রতিমাই দেশীগানৰ বাবে যেন এটি ৰাজহুৱা প্রেৰণাৰ উৎস হৈ পৰিল। ইমান দিনে অনাদৃত, অবহেলিত হৈ গাওঁৰ চহা-হোজা অলেখ জনতাৰ হৃদয়ে হৃদয়ে বিচৰণ কৰি থকা গানৰ সুৰবোৰে, কথাবোৰে চলচ্চিত্রৰ চিত্রপটত ঠাই লৈ প্রকাশৰ সেন্দুৰী আলি সৃষ্টি কৰাত এটি ৰাজহুৱা মর্মস্পর্শী শিহৰণ আৰু জাগৰণ স্বতঃস্ফূর্তভাবে আহি পৰিল। ইতিমধ্যে হৈ থকা গীত-মাতৰ চর্চাই সমাজৰ গভীৰতালৈ গ'ল। মানুহৰ মুখে মুখে বৈ বৈ যাবলৈ ধৰিলে প্রতিমাৰ কথা। প্রশংসা আহিল আৰু আহিল আশীর্বাদ। প্রতিমাই মূৰ পাতি ল'লে সকলো। তেওঁ এই যাত্রাত দৃঢ় হ'ল। তেওঁৰ সাধনাই মনৰ গভীৰতালৈ যোৱাৰ পথ বিচাৰিবলৈ ধৰিলে। তেওঁ গানকে জীবন, জীৱনকে গান কৰি লোৱাৰ সংকল্প গ্রহণ কৰিলে। এই ভাবগতিত নিজকে উটুৱাই দি ভৰপক দিয়া যৌৱনৰ হাতবাউলি দি মতা যৌৱন উপভোগৰ সোণালী আহ্বানকো উলাই কৰিবলৈ সাহস পালে, বল পালে। ইয়াৰ আগে পাছে তেওঁলৈ বিয়াৰ প্রস্তাব বহুতো আহিছিল। কিন্তু এক সাধনাৰত যোগিনীৰ বিয়াৰ কথাটো যেন পৰবর্তি অনুষ্ঠান। যোগ সাধনাই আদি আৰু প্রথম-প্রধান। তেওঁ যৌৱনৰ উক্‌মুকনিবোৰক দমন কৰি সাধনাৰে লক্ষ্য পথত আগবাঢ়ি গ'ল। এই যাত্রাত দেশী গানৰ সুৰ আৰু ঝঙ্কাৰে তেওঁৰ মন প্রাণত এনে কলৰব তুলিলে যে, বৈবাহিক জীৱনৰ সুখ-ভোগৰ ভাব-ভাবনাই সেই কলৰবত ঢাক খাই বৈ গ'ল। আনকি সময়েও তেওঁক নীৰলে বহি তেনে কথা ভাবিবলৈ কম অবকাশ দিছিল।

১৯৫৭ চন। ভূপেন হাজৰিকা আকৌ গৌৰীপুৰত উপস্থিত। তেওঁ আছিল নতুন তথ্য আৰু তত্বৰ সন্ধানত। শিল্পীক নতুনত্ব লাগে। অভিনবত্বতেই শিল্পীৰ শান্তি তৃপ্তি। তেওঁৰ মনেও গৌৰীপুৰত তেনে এটি বিচাৰিছিল। কোৱা কথা, গোৱা গান শিল্পীয়ে নকয়, নেগায়। নতুনকৈ কোৱাৰ, গোৱাৰ, কৰাৰ বাসনাই শিল্পীমনৰ চিৰন্তন- নিৰলস চেষ্টা আৰু ইয়ে শিল্পী জীৱনৰ প্ৰাণ। সেয়াই আছিল হাজৰিকা। তেওঁ পট বিচাৰিলে, প্লট বিচাৰিলে। পালে অলকেশ বৰুৱাৰ 'ৰং সবুজেৰ গান'ত, 'মাহুত বন্ধুৰে'ত পৰিণত হ'ল। এই বিষয়টি সমন্ধে 'যুগান্তৰ' বাতৰিত লিখিছে, 'পঞ্চাশের দশকের শেষদিকে ভূপেন হাজরিকা 'রঙ সবুজের গান' নামে একটা ছবি করার সময় প্রতিমা বড়ুয়ার কাছে প্রথম শোনেন 'মাহুত বন্ধুরে' গানটি। গানটি শুনে শ্রীহাজরিকা শুধু অভিভূত হননি, ঠিক করেন এটাই হবে ছবির নাম, টাইটেল মিউজিক। গানটি প্রতিমা বড়ুয়ার সঙ্গে নিজেও গাইলেন।'

'মাহুত বন্ধুৰে'ৰ ৰূপদানত মূলপাল পৰিল প্ৰতিমাৰ। দায়িত্ব বহনৰ নতুন উদ্দীপনাৰে প্ৰতিশ্ৰুতিবদ্ধ হৈ তেওঁ আগবাঢ়িল। ৰ'বলৈ, এৰি থৈ অহা অতীতলৈ উভতি চাবলৈ সময় নাই। দায়িত্ব আৰু কৰ্মই যাৰ জীৱন, অতীত ভবিষ্যতে তেওঁক কৰ্মই দিগদাৰী কৰে। অনাগত ভবিষ্যতত শিল্পীৰ সুক্ষ্মদৃষ্টি সদায় নিবিষ্ট। অব্যক্ত, অবাঙ্‌ময় বিষয়ক ব্যক্ত, বাঙ্‌ময় কৰাত শিল্পীৰ স্পৃহা। অদৃশ্যক দৃষ্টিগোচৰ কৰাৰ প্ৰয়াসত শিল্পীৰ মাহাত্ম্যৰ প্ৰকাশ। তেনে কৰ্ম সাধনৰ ব্ৰত হৈ প্ৰতিমাই ভবিষ্যতলৈ দৃষ্টি পেলায়।

উক্ত ছবিৰ সংক্ৰান্ততে হাজৰিকাই পৰিচালক অজয় কৰ, সুনীল বাবু আৰু আন কেইজনমান সহযোগীৰ সৈতে গৌৰীপুৰলৈ আহিল। সেই সময়ত লাল্‌জী ক.চগাৰঁৰ কেম্পত। তেওঁলোক কেম্পলৈ গ'ল। কাৰণ তাত তেওঁলোকে লাল্‌জীকো লগ পাব আৰু ছবিখনৰ বাবে এটা সঁচা বাস্তব পটভূমি আৰু পৰিবেশ পাব। অৰণ্যৰ মাজতেই লালজীৰ এখন সংসাৰ। বহুত কেইটি খেৰি ঘৰ। বিধে বিধে খোৱা বস্তু। পোহনীয়া বিবিধ চৰাই, সাপ, ডাঙৰ ভেকুলী, হাতী আদি। এই ফালে মাহুত-ফান্দী আৰু আন বহুতো কাম কৰা মানুহ। বননিৰ নিৰ্জন নিজুম পৰিবেশত গানৰ ভাওৱাইয়া, ছট্‌কা সুৰ; বনৰীয়া চৰাইৰ কুহু ৰব, জান-জুৰিৰ কলধ্বনি, পৰ্বতীয়া নিজৰাৰ চোচোৱনী। মাজে মাজে দুৰণীৰ পৰা ভাহি আহে ফান্দত পৰা হাতীৰ চিৎকাৰ। এই সকলো খিনিয়ে চকুৰে দেখা নীৰব বননিক সৰব কৰি তোলে। কিন্তু ইয়াত যেন সুশৃংখলতা আছে। সকলোখিনিয়ে যেন 'সা, ৰে, গা, মা'ৰ নিবন্ধ সুৰত নিবন্ধিত হৈছে। সেয়ে কাণেৰে শুনা বিষয়টি চকুৰ দৃষ্টিত স্পষ্টতৰ হৈ ভাহি উঠে। প্ৰকৃতিৰ এই সেউজীয়া শোভা, সজীবতা আৰু কমনীয়, ৰমণীয় বৈচিত্ৰই তেওঁলোকক বাৰুকৈয়ে মুহিলে। সভ্যতাৰ কেন্দ্ৰ শুকান কলিকতীয়া নিবাসী সকলে, ইয়াত এটি সঁচা প্ৰাণ বিচাৰি পালে। সকলোটি অভিভূত। নিজৰ প্ৰাণৰ ভিতৰতেই তেওঁলোকে একোটিকৈ নতুন নতুন প্ৰাণ বিচাৰি পালে। কলকাতাৰ পৰিবেশত তেওঁলোকত থকা প্ৰাণটিৰ উপৰিও আৰু এটি প্ৰাণ প্ৰত্যেকৰে ভিতৰত আছিল। সেয়া সজীৱ প্ৰাণ। আজি সেই প্ৰাণ উদ্দীপক পৰিবেশ পাই জাগ্ৰত হৈছে। সেয়ে সেই প্ৰাণ

উতলা প্ৰাকৃতিক দৃশ্যত সকলোটি উদ্‌ভ্ৰান্ত উদ্‌বাউল। এই ৰূপ-সৌন্দৰ্য বাঢ়িবলৈ, শেষ হ'বলৈ নহয়। উপভোগত ইয়াৰ তৃষ্ণা নকমে, বাঢ়ে। তেওঁলোকে উপলব্ধি কৰিলে শ্ৰেষ্ঠ শিল্পী আচলতে কোন, যিজনাৰ শিল্পকাৰ্যত য'ত যি প্ৰয়োগ কৰিব লাগে তাৰ এধানমানো লৰচৰ নোহোৱাকৈ, সুচিন্তিত ভাবে প্ৰয়োগ কৰা হৈছে। মানব প্ৰাণে সেই ৰূপ বৈচিত্ৰৰ এটিমাত্ৰ কণা উপলব্ধি কৰি, হিয়া-নধৰা আনন্দত অধীৰ হয়। তেওঁলোকে উপলব্ধি কৰিলে যে, সেই পুৰুষোত্তম শিল্পীৰ তুলনাত মান ৱশিল্পী মাত্ৰেই অতি নগণ্য। প্ৰকৃতিৰ সেই বিশাল শিল্প প্ৰাচুৰ্যৰ এটি মাত্ৰ কণাক চিত্ৰপটত ধৰি ৰাখিলে তেওঁলোকে আৰু তাৰ পটভূমিতেই বনৰীয়া হাতীক মানুহৰ ৰণলৈ অনাৰ কাৰুকাৰ্যই চিত্ৰপটত প্ৰাণ পাই উঠিল 'মাহুত বন্ধু ৰে'।

আন্তৰিক দৃষ্টিকোণৰ ফালৰ পৰা মানুহ তিনি কালত বিভক্ত ঃ হাঁহি-কান্দোনৰ, অনুভূতিৰ আৰু যুক্তিৰ। মানুহে প্ৰথম কালত বিমল আনন্দ, দ্বিতীয়ত আনুভূতিক আনন্দ আৰু তৃতীয় কালত যৌক্তিক আনন্দ পায়। ড° হাজৰিকাকে আদি কৰি প্ৰৌঢ় বয়স প্ৰাপ্ত সকলে প্ৰকৃতিৰ সেই অনাবিল আনন্দক তাত্বিক আৰু কাৰিকৰীক দিশৰ ফালৰ পৰাহে দেখিছিল। কণ্বমুনিৰ আশ্ৰমৰ প্ৰাকৃতিৰ ৰূপবৈচিত্ৰৰ তুলনা নাই। কিন্তু কণ্বাদি ভগবতদৰ্শী সকলে সেই শোভাত ভগবত দৰ্শনৰহে চেষ্টা কৰিছিল। পোহনীয়া হৰিণী, নানা চৰাই-চিৰিকতি, যুতি-জাতি-মালতী আদি জাতিষ্কাৰ হৈ থকা ফুলৰ সৌন্দৰ্যত বিমল আনন্দ পাইছিল অনসূয়া, শকুন্তলা আদিয়েহে। সেইদৰে ড° হাজৰিকা আৰু আন সকলে প্ৰকৃতিৰ সেই বিমণ্ডিত সৌন্দৰ্যৰ তাত্বিক সৌন্দৰ্য উপভোগ কৰি থকা সময়তে তেওঁলোকৰ নাতিদূৰত থাকি প্ৰতিমাই প্ৰকৃতিৰ বিমল আনন্দ উপভোগ কৰি আছিল। আনন্দই অন্তৰ শোধনৰ কাৰণ। শোধিত অন্তৰেহে বাহ্য জগতৰ অন্তৰ বীণৰ সম্বেদ পায়। সেই আনন্দই প্ৰতিমাৰ অন্তৰত প্ৰকৃতিৰ অন্তৰ্নিহিত কথাবোৰ শব্দ-সুৰ ৰূপে বজাই গৈছিল। সেই কাৰণেই 'মাহুত বন্ধুৰে'ত প্ৰতিমাৰ কণ্ঠৰ দেশী গানবোৰত নীৰব প্ৰকৃতিৰ অবুজ ভাষাবোৰ সৰব, সবুজ হৈ মূৰ্ত হ'ল আৰু শ্ৰোতাৰ অন্তৰতো সেই ভাবাবেগ অনায়েসে মূৰ্ত কৰি তুলিলে। এই ছবিত প্ৰতিমাৰ ভূমিকা আছিল অপৰিহাৰ্য। দুটি সমবেত গীত গোৱাৰ উপৰিও তেওঁ ছটা গীত একক কণ্ঠত গাইছিল ।

এই গানবোৰৰ লগত দোতোৰা বজাইছিল ভবেন আৰু বয়ানে আৰু ঢাকৰ পৰিবৰ্তে ঘড়া বজাইছিল আন এজনে। বাঁহী বজাইছিল বিখ্যাত শিল্পী হিমাংশু বিশ্বাসে।

প্ৰতিমাৰ শুভযাত্ৰা আৰম্ভ হ'ল আৰু শুভযাত্ৰা আৰম্ভ হ'ল দেশী গান নাচ বা দেশী সংস্কৃতিৰ। আলোচিত কথাই এই কথা পতিয়ন নিয়ায় যে, এই দুয়ো ক্ষেত্ৰতেই ড° হাজৰিকাৰ আন্তৰিকতা আৰু অৱদানৰ কথা অস্বীকাৰ কৰিলে অকৃতজ্ঞতাৰ দোষে চুব। হেজাৰ হেজাৰ গাৱঁলীয়া জনতাক মন্ত্ৰমুগ্ধ কৰাৰ নিচিনাকৈ আকৰ্ষণ কৰা বিভিন্ন ৰসপুষ্ট দেশী গানবোৰক এটা সময়ত শিক্ষিত আৰু নগৰীয়া সমাজে হেয়জ্ঞান কৰিছিল। গৌৰীপুৰৰ পূৰ্বোক্ত বলহৰি ৰায়ে আমাক কৈছিল, 'বৰ ৰাজকুমাৰী, নীহাৰবালা বৰুৱা

গ্ৰামেৰ বেটীছাওৱাগুলাক ডাকেয়া আনি কাতিপূজা, হুদুম পূজাৰ গানগুলা লিখিয়া নিল। পৰে অশ্লীলগুলা বাদ দিয়া ভালগুলা ৰাখিল। সেই গানগুলাৰ ৰিয়ার্চেল আৰম্ভ কৰিল উমাৰে বাৰীত। মোকো ডাকাইল। গেইলং। কয়েকদিন ৰিয়ার্চেল হওৱাৰ পৰে একদিন ৰিয়ার্চেলেৰ বাদে উমাৰ বাৰী গেইতে ঘাটাত ফলনাৰ বাবাই মোক ক'ইল, 'মাইয়া ছাওৱাৰ গানগুলা নিয়া তোম্‌ৰা কি নাৰাচাৰা ঘাটাঘাটি আৰম্ভ ক'ইলং। পৰে উম্‌ৰা অ'ই ফলনাৰ বাবাক ডাকেয়া নিয়া সাব্‌ধান কৰিয়া দিল। ৰাজকুমাৰীৰ ধাতানি খায়া পৰে উৱাই টট্‌টৰা নাগিল।' এনেদৰে পদে পদে বাধাপ্ৰাপ্ত হৈ থকা গানবোৰক পোহৰলৈ আনি জনপ্ৰিয় কৰি তুলিবলৈ "সুৰেণ ৰায় বসুনিয়া, আব্বাছ উদ্দিন, " মমেৰ আলি, টগৰ, ধীৰেণ চৰকাৰ, ৰহিম মিঞা, হেমলতা, গঙ্গাধৰ, আদিসকলে চেষ্টা কৰিছিল। তেওঁলোকে প্ৰাথমিক স্তৰত বহুত অনাদৰ, অবহেলা, ইতিকিঙকো আওকাণ কৰি এই চেষ্টা অব্যাহত ৰাখিছিল। সেই গতি হাজৰিকা ইন্ধন প্ৰযুক্ত প্ৰতিমাৰূপী প্ৰবল প্ৰবাহত পৰি বহল-গভীৰ হৈ খৰতৰ গতিত দুকূল উপচাই ববলৈ ধৰিলে। গাৱেঁ নগৰে পুলক জাগিল। মানুহৰ মনৰ পৰা সন্দেহ, সংশয়, ইতস্ততা আৰু হীন-মান্যতা আঁতৰি গ'ল। গাৱেঁ-নগৰে দেশীগান-নাচৰ চৰ্চা আৰম্ভ হ'ল। অনুসন্ধান, অনুধাবন আৰম্ভ হ'ল। গাৱঁৰ বাঁহতলি, কলতলিৰ পৰা লাজ পৰিত্যাগ কৰি এই সংস্কৃতিয়ে, গাৱঁলীয়া সাজ কাছেৰেই নগৰ অভিমুখে যাত্ৰা আৰম্ভ কৰিলে। বহুত শিল্পী সাধকৰ জন্ম হ'ল। নীৰব শিল্পী-সাধক সৰব হ'ল, পোহৰলৈ ওলাই অহাৰ সাহস পালে। নিজ নিজ প্ৰতিভাৰে, সেইসকল শিল্পীয়ে এই সংস্কৃতিক লৈ আগবাঢ়ি থাকিল। কিন্তু প্ৰতিমা প্ৰতিভাই অম্লান-বদনে বহল-গভীৰ হৈ উত্তৰপুৰুষৰ বাবে পথ পৰিস্কাৰ কৰি আগবাঢ়ি গৈ থাকিল।



# মুইতো পীৰিত কৰং না চেঙেৰা বন্ধু ছাড়ে না আৰো দিয়া যায় পীৰিতিৰ বায়না

□ ডঃ জয়শ্ৰী গোস্বামী মহন্ত

'বাপৰে বাপ, ঐ কথাটো উঠাইলেন। সেটা নিয়া পত্থম যা ফেক্ৰা বাজিল, তা কওৱায়ে নাচলে। ১৯৬০ চন। বাবাৰ নির্দেশত গেইলং গৌহাটী আৰ কি। তাৰ পৰ অনেক ফেক্খাটি বইসলং কণ্ঠ পৰীক্খাত (Audition)। গালা পৰীক্খাত পাছ ক'মু। পৰে হইল কি, উম্ৰা ক'ইল গোৱালপাৰী গানগুলা অচমীয়াত তৰ্জমা কৰিয়া গাওয়াখাইবে। মুই কথা শুনি মনোত চিন্তা কৰং -- এইটো ফিৰ্কোন দেশী কথা। গোৱালপাৰী গানেৰ অসমীয়া অনুবাদ! হ'ইল না। না হ'ইল তো নাই। গান যেই ভাষাত না গাইলেও গান। গানেৰে সুৰেৰ মূল্য, ভাষাৰ মূল্য নাই। চলি আইস্লং আৰ কি।'

এয়া হস্তীৰ কন্যা প্রতিমা পাণ্ডে বৰুৱা -- যাক আমি সকলে পৰা 'বড়দি' বা 'বুচুদি' বুলি মাতিছিলো-- তেখেতৰ নিজৰ অনুভৱ। পৃথিৱীৰ কোনোখন ক্ষেত্ৰতেই বিনা প্রতিদ্বন্দ্বিতাৰে জয়ী হ'ব নোৱাৰি, সেয়া লাগিলে কলা সংস্কৃতিয়ে হওক, সাহিত্য নাইবা অন্য সাধনাই হওক। অৰ্জুনৰ দৰে স্থিৰ লক্ষ্যৰে একাগ্ৰ হ'ব পাৰিলেহে সাধনাত সফল হ'ব পাৰি। সেয়াই হৈছিল বুচুদিৰ জীৱনত।

১৯৩০ চনত মানৰ কথা। সৰু হ'লেও সাংস্কৃতিক দিশত গৌৰীপুৰ চহৰখন আছিল মিশ্ৰিত সংস্কৃতিৰ থলী। তাত আগতে অসমীয়া মাধ্যমৰ বিদ্যালয় নাছিল যদিও পিছলৈ একেখন বিদ্যালয়তে অসমীয়া আৰু শিক্ষাদানৰ ব্যৱস্থা কৰা হৈছিল। চাৰিটা ৱাৰ্ডৰ ভিতৰত ঠাইবিলাকৰ নাম আছিল আমিন পট্টি, মাল্লাপট্টি, মাষ্টাৰপাৰা, মাঝিপাৰা, তেলানী ইত্যাদি। নামেই অঞ্চলবিলাকৰ পৰিচয় এটা সময়ত বহন কৰিছিল। তেলানী বোলা অঞ্চলটোক

পিছৰ পৰ্যায়ত উঠি অহা নতুন পুৰুষচামে সুভাষ চন্দ্ৰ বসুৰ নামেৰে সুভাষ পল্লী বুলি চিনাকি কৰি দিবলৈ ল'লে আৰু সেইটো নামেই পিছলৈ নিগাজী হ'লগৈ। 'তেলানী' নামটো সময়ৰ বুকুত মূৰ সুমুৱাই লুকাই পৰিল। গৌৰীপুৰৰ ৰাস্তাত তেতিয়া লেম্পপোষ্ট আছিল, গেছৰ লাইট জ্বলাইছিল জমিদাৰৰ ফালৰ পৰা। আমি ডাঙৰ হোৱাৰ পিছতো সেই পুৰণি লোৰ লেম্পপোষ্ট বিলাক দেখিছিলো। সেই সময়তে স্কটলেণ্ডৰ জে আৰ মেলহুইছ নামৰ চাহাব এজনে ৰাস্তাঘাট নিৰ্মাণ, মৰাপাটৰ ব্যৱসায় আৰু বিভিন্ন পণ্যদ্ৰব্য কিনাবেচা কৰা কোম্পানী এটাৰ কৰ্মচাৰী হিচাপে গৌৰীপুৰত বাস কৰিছিল। বৰ্তমানৰ প্ৰমথেশ বৰুৱা মহাবিদ্যালয়ৰ ওচৰতে তেওঁৰ ঘৰ আছিল। গৌৰীপুৰৰ চাৰি নম্বৰ ৱাৰ্ডৰ এটা অঞ্চলত বিহাৰী নাৱৰীয়া (মাঝি, মাল্লা) সকলে বাস কৰা বাবে অঞ্চলটোক ৰাইজে মাল্লাপট্টি বুলিছিল। মাল্লাপট্টিৰ ছোৱালী এজনীৰ সৈতে মেলহুইছ চাহাবৰ প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠে আৰু কালক্ৰমত দুয়োৰে বিবাহ হয়। মেলহুইছ চাহাবৰ নামটো কালক্ৰমত মানুহৰ মুখত পৰি মেলেছ চাহাব হৈছিল। কিছুমানে ক'বলৈ বিচাৰে যে, খ্ৰীষ্টধৰ্মী চাহাব সকলক সেই সময়ৰ সমাজত মেলেছ (ম্লেচ্ছ) বুলি গণ্য কৰা হৈছিল বাবেই তেখেতক মেলেছ চাহাব বোলা হৈছিল। যিয়ে নহওক, এনে বিতৰ্কিত বিষয় গৱেষকসকললৈ এৰি আমি ইমানতে থওঁ যে জে.আৰ. মেলহুইছৰ কন্যা হৈছে প্ৰতিমা বৰুৱাৰ মাক মালতী বৰুৱা। মালতী বৰুৱাই দেউতাকৰ নীলা চকুহাল পাইছিল উত্তৰাধিকাৰ সূত্ৰে। আমি অলপ অলপ বুজা হওঁতে বৰ কৌতুহলেৰে শান্ত মৰমিয়াল মুখৰ নীলা চকুৰ এই মহিলা গৰাকীক লক্ষ্য কৰিছিলো। তেখেতে কাৰো লগত বৰ বেছিকৈ কথা-বতৰা নাপাতিছিল। এক গাম্ভীৰ্যপূৰ্ণ ব্যক্তিত্বৰ এই গৰাকী ভদ্ৰ মহিলাক সকলোৱে সমীহ আৰু সন্মান কৰিছিল। বুচুদিৰ চকুহালো আছিল নীলা। ৰংটো পাইছিল ককাক মেলহুইছ চাহাব আৰু দেউতাক লালজীৰ পৰা। অতিপাত সুন্দৰী এই গাভৰু গৰাকীৰ বাবে বহুতো ডেকা বলিয়া আছিল কিন্তু চাৰিত্ৰিক দিশত বৰ দৃঢ়মনা আৰু ব্যক্তিত্বসম্পন্ন বুচুদিয়ে সেই সস্তীয়া ইংগিত সমূহ হেলাৰঙে দলিয়াই এগৰাকী সম্ৰাজ্ঞীৰ দৰে নিজৰ যাত্ৰা পথত আগবাঢ়ি গৈছিল তেওঁলোকৰ পৰিয়ালৰ বিবাহ সমূহত জাতকুল লৈ বৰ বেছি ৰক্ষণশীলতা প্ৰদৰ্শিত নহৈছিল। বুচুদিৰ মালতী বৰুৱাৰ বাহিৰেও আৰু দুগৰাকী মাতৃ আছিল। এগৰাকী আছিল শ্বিলঙৰ এটা খাচী পৰিয়ালৰ জীয়ৰী। তেওঁক গৌৰীপুৰৰ ৰাইজে বৰ ভাল পাইছিল। মুকলিমুৰীয়া স্বভাৱৰ ৰাংঢালী মহিলা গৰাকীয়ে পলকতে মানুহক আপোন কৰি ল'ব পাৰিছিল। আন গৰাকী মাতৃ শিৱানী বৰুৱাও আছিল মধুৰ স্বভাৱৰ। তেওঁলোক তিনিও গৰাকীৰ সকলো ল'ৰা-ছোৱালী আমি পঢ়ি থকা দিনলৈকে একেলগে মাটিয়াবাগৰ টিলাৰ ওপৰত থকা ৰাজহাউলীটোত আছিল। শ বছৰৰো অধিক পুৰণি এই হাউলীটোৰ কাৰুকাৰ্য সমূহ চাবলৈ সদায় দেশ বিদেশৰ দৰ্শনাৰ্থীৰ ভিৰ লাগি আছিল। সেই সময়ত চীনদেশৰ পৰা স্থাপত্যবিদ আৰু মিস্ত্ৰী আনি গৌৰীপুৰৰ কেবাটাও অনুষ্ঠান আৰু ৰাজ পৰিয়ালৰ পুৰণা আৰু নতুন বাসগৃহ বিলাক তেওঁলোকৰ উপৰি পুৰুষে সাজি উলিয়াইছিল। সৰু কালত সেই টিলাটোত

থকা ডাঙৰ ডাঙৰ লোৰ গঁৰালত বাঘ, অজগৰ আদি দেখা মোৰ মনত আছে। জীৱনত প্ৰথম ডাঙৰ ডাঙৰ জীয়া বাঘ, প্ৰকাণ্ড অজগৰ এযোৰ আৰু চালি ধৰি থকা কেবাযোৰাও মৰা চৰাই মই তাতেই দেখিছিলো।

বুচুদিৰ জন্ম হৈছিল ১৯৩৪ চনৰ অক্টোবৰ মাহৰ দুৰ্গাপূজাৰ দিনা। দুৰ্গাপূজাৰ দিনা জন্ম হোৱা বাবে দেউতাকে নাম থৈছিল প্ৰতিমা। প্ৰতিবছৰে খুব ধুমধামকৈ ৰাজপৰিয়ালে গৌৰীপুৰত দুৰ্গাপূজা পাতিছিল। বেলবৰণৰ দিনা কেবাটাও হাতীৰে শোভাযাত্ৰা কৰি ৰঙা ধূতি আৰু হালধীয়া উত্তৰীয় লৈ লালজীয়ে (প্ৰতিমা পাণ্ডে বৰুৱাৰ দেউতাক ঁপ্ৰকৃতিশ চন্দ্ৰ বৰুৱা) গদাধৰ নদীৰ পাৰেৰে আহি আমাৰ বিদ্যালয়ৰ সমুখত মূল মহামায়া মন্দিৰত পূজা আৰম্ভ কৰা মোৰ ভালদৰে মনত আছে। সেই কেইটাদিন সৰু চহৰখন আনন্দত উখল-মাখল হৈ থাকে। পেঁপা, বেলুন গৌৰীপুৰৰ বিখ্যাত চালে চকুৱোৱা ৰংচঙীয়া মাটিৰ পুতলা আৰু নানান ধৰণৰ মিঠাইৰে বজাৰ এখন বহি যায় মহামায়া মন্দিৰৰ সমুখৰ খেল পথাৰখনত। আমি মনৰ আনন্দেৰে হাতে হাতে পুতলা, বেলুন লৈ ঘূৰি ফুৰো তাত। বুচুদিৰ জন্ম পিছে পূজাৰ উখল মাখল পৰিবেশৰ মাজত গৌৰীপুৰত হোৱা নাছিল, হৈছিল কলকাতাৰ বালিগঞ্জত থকা তেওঁলোকৰ নিজা ঘৰত। তেওঁৰ নিজা ককায়েক নাছিল, মাহীমাক সকলৰ ফালৰ পৰা কেবাগৰাকীও ভায়েক ভনীয়েক আছিল। দুগৰাকী ভনীয়েকৰ এগৰাকী শ্ৰীমতী পূৰ্ণিমা বৰুৱা (নুচু) ৰ জন্ম হৈছিল ১৯৩৬ চনৰ ফেব্ৰুৱাৰী মাহত, আনগৰাকী শ্ৰীমতী প্ৰতিভা বৰুৱা (দুখু)ৰ জন্ম হৈছিল ১৯৩৯ চনৰ খুব সম্ভৱ নৱেম্বৰ নাইবা ডিচেম্বৰ মাহত। মাহীমাক দুগৰাকী, তেওঁলোকৰ ল'ৰা-ছোৱালী আটায়ে আৰু নিজৰ ভনীয়েক দুগৰাকীয়েও বুচুদিক বৰ মৰম আৰু সন্মান কৰিছিল। ভৰতবালা, শৰতবালা আৰু সোনাইবালা আদি আয়াসকল, মাক-দেউতাক আৰু পেহীয়েকহঁতৰ আদৰ যত্নৰ মাজত প্ৰতিমা বৰুৱা লাহে লাহে ডাঙৰ হ'ল আৰু কলকাতাৰ গোখলে মেম'ৰিয়েল গাৰ্লচ্ স্কুললৈ পঢ়িবলৈ গ'ল। সেই সময়ত গৌৰীপুৰৰ পৰা (পূৰ্ব বঙ্গ) বাংলাদেশৰ মাজেৰে কলকাতালৈ যাব পৰাকৈ ট্ৰেনৰ সুবিধা আছিল, ভাৰাও আছিল মাত্ৰ এটকা বাৰ অনা। আমাৰ খুৰা, দেউতা আৰু বৰদেউতাহঁতেও কেতিয়াবা কেতিয়াবা কিবা কাম থাকিলে, ফুৰিবলৈ বা চিনেমা চাবলৈও ট্ৰেনত উঠি কলকাতালৈ গৈছিল বুলি শুনিছিলো। পিছৰ কালত ট্ৰেনৰ সেই সুবিধা নাইকিয়া হ'ল। কিন্তু সাংস্কৃতিক দিশত উত্তৰবঙ্গ, পশ্চিমবঙ্গ আৰু গৌৰীপুৰৰ এক এৰাব নোৱাৰা সম্পৰ্ক আছিল।

প্ৰতিমা পাণ্ডে বৰুৱাৰ দেউতাক লালজী আছিল প্ৰখ্যাত হাতী চিকাৰী আৰু বংশৰ শেষ জমিদাৰ। হাতী চিকাৰলৈ যোৱা লালজীৰ সৈতে প্ৰায়ে পৰিয়ালৰ সদস্যসকল গৈছিল। উত্তৰ বঙ্গৰ বিভিন্ন ঠাইত লালজীয়ে কেম্প পাতি বনৰীয়া হাতী ধৰি বশ কৰিছিল। তেনে দিনবোৰত প্ৰায়ে প্ৰতিমা আছিল তেওঁৰ সঙ্গী। ওৰে দিনটো প্ৰচণ্ড পৰিশ্ৰম কৰা মাউত ফান্দী সকলে সন্ধিয়া ভাত পানীৰ আয়োজন কৰাৰ লগতে গানৰ মজলিছৰো আয়োজন কৰিছিল। সেই আয়োজন বাহ্যিকভাৱে আড়ম্বৰপূৰ্ণ নাছিল যদিও অন্তৰৰ

গহীনতম প্ৰদেশত লুকাই থকা শিল্পী মনৰ বহিঃপ্ৰকাশ ঘটিছিল। নিশাৰ গভীৰ অৰণ্যত, এন্ধাৰ পোহৰৰ লুকাভাকুৰ মাজত উতলি থকা দালি ভাতৰ সুগন্ধৰ সৈতে একেলগে ভয় আৰু আনন্দৰ পৰিবেশত ঘৰত এৰি থৈ যোৱা গাভৰু সদ্যবিবাহিতা পত্নী নাইবা প্ৰেমিকাক সুঁৱৰি সেই মাহুত, ফান্দীসকলে গায় বিৰহৰ গীত, প্ৰেমৰ গীত--

আইয়োক ছাড়িলং বাইয়োক ছাড়িলং,
ছাড়িলং সোনাৰ পুৰী
বিয়াও কৰিয়া ছাড়িয়া আসিলং ও,
সখী অল্প বয়সেৰ নাৰী সখীও...
ও মোৰ হায় হস্তীৰ কন্যাৰে,
খানিকো দয়া নাই মাহুতক লাগিয়া ৰে।।

লালজীয়ে ওচৰতে বৈ শুনি থকা কণমানি প্ৰতিমাক উৎসাহিত কৰিছিল 'যা ধৰেক, মাহুত গুলাৰ লগত গান ধৰেক, সুৰ ধৰেক'। কণমানি প্ৰতিমাৰ জীৱনৰ বাট যেন তেতিয়াই থিৰ হৈ গৈছিল। ৰজাৰ ছোৱালী-ৰাজকন্যাই কোনো অভিমান গৰ্ব নেৰাখি আগুৱাই গৈ গান শিকিছিল, সংগ্ৰহ কৰিছিল মানুহৰ মুখে মুখে যুগ যুগ ধৰি প্ৰচলিত হৈ অহা সেই অমূল্য সম্পদ। এইদৰেই 'দেশী গান'ক ধুই পখালি অশ্লীলখিনি বাদ দি সমাজত গাব পৰাকৈ গানবিলাক সংগ্ৰহ কৰাৰ ক্ষেত্ৰত, চৰ্চা কৰাৰ ক্ষেত্ৰত পেহীয়েক নীহাৰবালা বৰুৱা আৰু বৰদেউতাক যুগজয়ী শিল্পী ঁপ্ৰমথেশ বৰুৱাইও উৎসাহিত কৰিছিল প্ৰতিমাক।

১৯৫৫ চনত প্ৰতিমা বৰুৱাৰ বয়স প্ৰায় কুৰি বছৰ। পূৰ্ণ যৌৱনা ৰূপহী গাভৰু। আমাৰ ঘৰৰ লগত তেওঁলোকৰ যথেষ্ট ঘনিষ্ঠতা আছিল। সেইবাৰেই ড° হাজৰিকাই পত্নী প্ৰিয়মেৰে সৈতে গৌৰীপুৰলৈ আহিছিল। মাটিয়াবাগ টিলাৰ ওপৰত থকা ঘৰটোত যথাৰীতি গানৰ আচৰ বহিল। ভূপেন হাজৰিকাই গালে -

'এটি কলি দুটি পাত
ৰতনপুৰ বাগিছাত

আৰু গালে--

পৰহি পুৱাতে টুলুঙা নাৱতে
ৰংমন মাছলৈ গ'ল।

লালজীয়ে উৎসাহিত কৰিলে বুচুদিন -- 'বুচু, তুই আমাৰটায় ধৰেক। উম্‌ৰাও (তেওঁলোকো) নতুন মানসি (মানুহ) আমাৰ গান গুলাও শুনুক।' বুচুদিয়ে পিছত কৈছিল--

... শুনিয়া মোৰো গাও নাচি উঠিল। আৰম্ভ কম্নু
হস্তীৰ কন্যা হস্তীৰ কন্যা
বামোনেৰ নাৰী
মাতায় (মাথায়) নিয়া তাম কলসী ও

সখী হাতে সোনাৰ ঝাৰী সখীহে...
অ' মোৰ হায় হস্তীৰ কন্যা ৰে
খানিকো দয়া নাই মাহুতক লাগিয়া ৰে।

ড° হাজৰিকাই বৰ প্ৰশংসা কৰি ক'লে ঃ নহয় বঙালী, নহয় অসমীয়া, দুয়ো ভাষাৰে মাজত গানৰ কথা আৰু সুৰ। শুনিবলৈ বৰ মধুৰ। ছোৱালীজনীৰ মাতটোও বৰ মিঠা। মাক মালতী বৰুৱা আৰু জেঠীমাক মাধুৰী লতা বৰুৱাই এটা সময়ত আপত্তি কৰিছিল। এইগ্‌লা গ্ৰামেৰ গান। ভদ্দ সমাজে ইগ্‌লা গাওৱাও যাবাৰ নহয়...। মাকে কৈছিল 'লোক বিশ্বাস মতে দোতোৰা গান গায়া বেৰাইলে বিয়া বাধা (বিয়া বাৰু) নহয়। গতিকে তুই গান কৰি বেৰাটো ভাল নহয়।' কিন্তু আধুনিক মনৰ শিল্পীপ্ৰাণ লালজীৰ মত আছিল বেলেগ - 'সগাই না ভদ্দলোকেৰ গান কৰে, তাৰ মদ্দে একজন নাহয় অভদ্দলোকেৰ গান কৰিল্'। হওঁক্ না কোনটা হয়। দোতোৰাৰ গান কইৰ্‌লে যদি বিয়া বাধা নাহয়, না হওঁক না একজনকাৰ। তাতে আৰ্ কি হইবে? সগাৰে না বিয়া হবাৰ ধইচে।' ককাকৰো সন্মতি আছিল। কলাৰসিক সংস্কৃতিবান মানুহ আছিল। ' প্ৰমথেশ বৰুৱাই প্ৰতিমাৰ গান শুনি কৈছিল 'চেংৰীটাৰ গলা ভাল। লালজী বা উৱাৰ বাদে (তেওঁৰ কাৰণে) কি চেষ্টা কইচে?' এনেবোৰ উৎসাহ অনুৎসাহৰ মাজতে প্ৰেৰণা পালে উঠি অহা শিল্পী গৰাকীয়ে। একান্তমনে সাধনা আৰু অধ্যৱসায় চলিল। 'দেশী গান'ক তেওঁ নাম দিলে 'গোৱালপাৰীয়া লোকগীত'। চলি থাকিল সংগ্ৰহ - মদৰ দাফাদাৰ, হাতীৰ মাউত, ফান্দী, নাৱৰীয়া জনজীৱনৰ বিভিন্ন স্তৰৰ মানুহৰ অন্তৰৰ ফল্গুধাৰাই পূৰ্ণ কৰিলে শিল্পীৰ ভঁৰাল, চহকী কৰিলে সংস্কৃতি-- উজ্জীৱিত সঞ্জিৱীত হ'ল অৱহেলিত 'দেশী গান' -- ন সাজেৰে সাজি কাচি মৌলিকত্ব বিসৰ্জন নিদিয়াকৈ ওলাই আহিল ৰাইজৰ মাজলৈ।

(১) মোৰ ননদীৰা কয়
মোৰ ভাউজীৰা কয়
মুই সুন্দৰী ৰান্ধোন জানং না।

(২) আৰে ও মোৰ ভাবেৰ দেওৰা
থুইয়া আইসেক মোক,
বাপ ভাইয়েৰ দেশে।

(৩) সোনাৰ বৰণ পাখীৰে তোৰ
হেঙুল বৰণ আঁখি

(৪) দিনে দিনে খসিয়া পৰিবে
ৰঙিলা দালানেৰ মাটি

(৫) আৰি ও বন্ধু কাজল ভোমোৰাৰে
কোন দিন আসিবেন বন্ধু
কয়া যান কয়া যান ৰে।
যদি বন্ধু যাবাৰ চান,
ধাড়েৰ গামছা থুইয়া যান ৰে,
বন্ধু কাজল ভোমোৰা ৰে.. ।

(৬) বন্ধুৰ বাৰীতে তালগাছে ঢোলে
আৰি হেস্‌কা টানে পীৰিত খসে
মাঘমাসী শীতে
যাৰে বন্ধু যা, জ্বলেয়া গেইলেন মনেৰ আগুন
নিভেয়া গেইলেন না।
বন্ধু ধন ধন ৰে এ তই গোসা (অভিমান) কি তোমাৰ শৰীৰে।

(৭) একবাৰ হৰি বল মন ৰসনা
মানব্ৰ দেহেৰ গৈৰব্ৰ কইৰো না।
মানব দেহ মাটিৰ ভাণ্ড
ভাঙিলে হইবে খণ্ডৰে খণ্ড
ভাঙিলে দেহা যোৰা নিবে না।

(৮) কেন হে ৰাধে তোৰ বিৰস মন
তোৰ কানাইয়া বাজায় বাঁশী।

এই বিলাকৰ মাজেৰে ১৯৫৩ চনত তেওঁ কলকাতাৰ পৰা আহি ধুবুৰীত মেট্ৰিক পৰীক্ষা দি উত্তীৰ্ণ হয় আৰু পিছত দক্ষিণ কলকাতা কন্যা মহাবিদ্যালয় (South Calcutta Girls College )ত নাম ভৰ্তি কৰে। গানৰ প্ৰতি থকা দুৰ্বাৰ আকৰ্ষণে তাত তেওঁক থিৰেৰে থাকিবলৈ নিদিলে। বন্যপ্ৰাণীৰ মাজত, হাবিৰ মাজত থকা কেম্প, নাৱৰীয়া, ঘাটোৱাল, মহৰ দাফাদাৰ, হাতীৰ মাউত, ফান্দী আদিৰে ভৰা সুৰৰ মায়াজালৰ অপূৰ্ব জগতখনে আৰু প্ৰাণৰ আকূতি থকা মাটিৰ গানৰ, 'দেশী গান'ৰ মোহে তেওঁক দুবছৰৰ মূৰত পুনৰ লৈ আহিল গৌৰীপুৰলৈ। শিক্ষা অৰ্দ্ধসমাপ্ত কৰি তেওঁ পুনৰ 'অভদ্ৰলোকেৰ গান'ৰ ওখোৰা মোখোৰা কাইটীয়া আলিৰে আগুৱাই গ'ল 'ভদ্দ সমাজ'ত গাব পৰাকৈ এই গান সমূহক উলিয়াই আনিবলৈ। নতুন আবিস্কাৰৰ নিচা আৰু মোহে যুগে যুগে যেনেকৈ বৈজ্ঞানিক সকলক প্ৰচণ্ড পৰিশ্ৰমৰ কথা পাহৰাই পেলায়, ঠিক তেনেদৰে দোতোৰা সুৰেৰে জগত জিনিবলৈ ওলাই আহিল সেই ৰাজপৰিয়ালৰ ৰূপহী গাভৰু ছোৱালীজনী এক দৃঢ় মনেৰে প্ৰচণ্ড পৰিশ্ৰম আৰু বহু কষ্টক আকোঁৱালি ল'বলৈ। মই তেতিয়া সৰু।

বুচুদিনৰ লগত এদিন কথা পাতি আছো। আমাৰ চুবুৰীতে তেওঁৰ সৰু ভনীয়েকক বিয়া দিছে — দুখুদি প্ৰতিভা বৰুৱা। দুখুদিৰ ঘৰলৈ আহিছে তেওঁ। মোক বৰ মৰম কৰিছিল দুযো গৰাকীয়ে। মাতি আনি ওচৰতে বহুৱাই ল'লে। চুবুৰীৰে নবৌ এগৰাকীও আছিল লগতে বহি। ধেমালিৰ চলেৰে নবৌ গৰাকীয়ে ক'লে 'কি ৰে তুই এমন দশটাকা দামেৰ শাৰী পিন্ধিস? অত্ত ভাল শাৰী তোলা আছে ধৰেয়া কাইট্‌বে ওইগুলা।' (ধৰেয়া- নিগনি, তোলা আছে — থৈ দিয়া আছে) 'ৰাখেন তো বৌদি। শাৰী দিয়া কি হয় -- শাৰী কি ঐশ্বৰ্য? মোৰ বাপ ঠাকুৰ্দ্দাৰ তো কত ঐশ্বৰ্য ছিলেক, এলা তো বাৰো ভূতে লুটি খাবাৰ লাইগ্‌ছে। আসল ঐশ্বৰ্য তো থাকে অন্তৰত -- এটা কাইও লুটি নিবাৰ নাপায়।'

শ্ৰদ্ধাত মোৰ মূৰ দোঁ খাই গ'ল। সঁচাই 'দিনে দিনে খসিয়া পৰিবে ৰঙিলা দালানেৰ মাটি গোঁসাইৰে ...' 'মানব দেহেৰ গৈৰব কইৰো না' ইমান সহজ ভাষাত ইমান প্ৰাঞ্জলভাবে জীবনৰ পৰম সত্যটো আকোঁৱালি লৈ অনুধাৱন কৰিব পাৰিছিল বাবেই ৰাজপৰিয়ালৰ জ্যেষ্ঠা কন্যা হৈও হাতত মেটমৰা পাচলিৰ বোজা কঢ়িয়াবলৈ, দহটকীয়া শাৰী পিন্ধিবলৈ, ট্ৰেইনৰ তৃতীয় শ্ৰেণীত ঘুৰি ফুৰিবলৈ, মাইলৰ পিছত মাইল খোজকাঢ়ি আহি ঘৰত ভাত ৰান্ধি সঙ্গী সকলক, আলহী সকলক খুৱাবলৈ কেতিয়াও তেখেতৰ কোনো সংকোচ বা অভিমান নাছিল। A legend without pride আছিল তেখেত।

ষাঠিৰ দশকত লালজীয়ে এবাৰ গৌৰীপুৰৰ পৌৰসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। তাৰ আগতে এবাৰ তেওঁ গৌৰীপুৰ সমষ্টিৰ বিধায়কো আছিল। নিৰ্বাচনী প্ৰচাৰৰ সময়চোৱা বুচুদিয়ে তেওঁৰ সুযোগ্য নেতৃত্বেৰে সকলোকে সুন্দৰকৈ পৰিচালনা কৰিছিল। আমি তেতিয়া সৰু সৰু। কান্ধত এটা কাপোৰৰ হাতে বোৱা বেগ লৈ তেওঁ মানুহৰ ঘৰে ঘৰে দেউতাক লালজীৰ সমৰ্থনত প্ৰচাৰ কৰি ফুৰিছিল। নিৰ্বাচনৰ দিনাহে ঘটিল এটা ঘটনা। টিঙ্কুৱা নামৰ বিহাৰী মানুহ এজনে মদ পানী খাই মতলীয়া হৈ ভোট গ্ৰহণ কেন্দ্ৰৰ দুৱাৰ মুখত এক হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি কৰিলে। আমি সকলো আগবাঢ়ি আহিলো। আমাৰ পদুলিমুখৰ স্কুলখনতে ভোটগ্ৰহণ কেন্দ্ৰটো। মোৰ এতিয়াও মনত আছে বুচুদিয়ে কেনেকৈ টিঙ্কুৱাক অকলে ধৰি চোঁচৰাই উলিয়াই আনি বাটত থৈছিলহি। অদম্য শাৰিৰীক শক্তিৰ এজন প্ৰকাণ্ড মানুহক এগৰাকী গাভৰু ছোৱালীয়ে কেনেদৰে টানি আনি বাটত পেলাই দিছিল এতিয়াও ভাবিলে হতভম্ব হওঁ।

বিভিন্ন সময়ত তেওঁক লগ পাইছো বিভিন্ন ৰূপত। গৌৰীপুৰৰ মাজেৰে বৈ যোৱা গদাধৰ নদী, লাউখোৱা নদী এইবোৰৰ প্ৰেমত পৰি গীতৰ ভিতৰত থকা চৰিত্ৰৰ সৈতে একে হৈ পৰিছিল তেখেত। ১৯৮৮ চনত মোৰ বিয়া হ'ল প্ৰফুল্ল কুমাৰ মহন্তৰ সৈতে। বিয়ালৈ আহিছিল বুচুদি। মোক আকোঁৱালি ধৰি চুমাৰে ওপচাই দিছিল। বিয়াৰ পিছতো কেবাদিনো মোৰ নিমন্ত্ৰণত আমাৰ দিছপুৰৰ বাসভৱনলৈ আহিছিল। কেতিয়াবা কৈছিল 'তোৰ এত্তি থাকিম মুই।' 'থাকেন না, খুব ভাল লাইগ্‌বে। আমাৰও গান শুনিৰ পা'ইম্।' থকা নহ'ল তেখেতৰ। গুৱাহাটীলৈ আহিলে সময় পালে কেতিয়াবা সোমাই খবৰ লয়।

সাৰটি ধৰে দেখা পালেই। মোৰ ডাঙৰ বাইদেউৰ সহপাঠিনী আছিল তেখেত। গৌৰীপুৰৰ সকলোৰে 'বড়দি-বুচুদি'।

১৯৯৯ চনত সৰ্বমঙ্গলমৰ উদ্যোগত 'একাঁজলি শান্তিৰ বাবে' শিৰোনামাৰে সমগ্ৰ অসমৰ বিভিন্ন ঠাইত সঙ্গীত সন্ধিয়া অনুষ্ঠিত কৰা হৈছিল। তাত অংশ গ্ৰহণ কৰি আমাক উৎসাহিত কৰিছিল শ্ৰীযুত খগেন মহন্ত আৰু অৰ্চনা মহন্ত বাইদেউৱে, গণশিল্পী শ্ৰীযুত প্ৰভাত শৰ্মা ডাঙৰীয়া আৰু তেখেতৰ সঙ্গীবৃন্দই। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ দুশজনীয়া শিল্পীৰ দল এটা লৈ আমি গৈছিলো। সততে দৰ্শনকে জীৱনদৰ্শন হিচাপে লোৱা এই মহিয়সী মহিলা গৰাকীয়ে আমাক চিৰঋণী কৰি থৈ গ'ল তেখেতৰ অন্তৰৰ ঐশ্বৰ্যৰে।

১৯৬৯ চনত তেওঁৰ বিয়া হয় গৌৰীপুৰৰ প্ৰমথেশ বৰুৱা কলেজৰ ইংৰাজী বিভাগৰ প্ৰবক্তা শ্ৰী গংগা শঙ্কৰ পাণ্ডেৰ সৈতে। উত্তৰ প্ৰদেশৰ নৈষ্ঠিক ব্ৰাহ্মন পৰিয়ালৰ সন্তান পাণ্ডে ডাঙৰীয়াই অসমীয়া কয় অসমীয়া মানুহৰ দৰেই, 'দেশী' কয় 'দেশী' মানুহৰ দৰে। অসম আন্দোলনৰ সময়ত গৌৰীপুৰৰ গণ সংগ্ৰাম পৰিষদৰ সভাপতি লালজী। ছাত্ৰ সন্থাৰ ফালৰ পৰা দায়িত্বত থকা হেতুকে আমি তেখেতক লগত লৈ দিহিঙে দিপাঙে সংগঠনৰ কামত ঘুৰি ফুৰিবলগীয়া হৈছিল। অটব্য বেতৰ জাৰনি খোজকাঢ়ি পাৰ হৈ বড়ো আৰু ৰাভা জনজাতীয় গাওঁ সমূহলৈ যাওঁতে হাত ভৰি বখলাবখল হৈ তেজৰ তুমৰলি হৈছিল। কেতিয়াবা ট্ৰাকত উঠি, কেতিয়াবা নাৱঁত উঠি, কেতিয়াবা ৰাস্তা নাইকিয়া ঠাইত হাতীৰে আমি কিছুমান ঠাইলৈ গৈছিলো। 'আমাৰ অসমীয়া নাহই -- আম্‌ৰা তো দেশী মান্‌সী' সংগঠনৰ বাবে আন্দোলনৰ বাৰ্তা সকলোতে বিয়পাবলৈ বহুতো দুৰ্গম ঠাইলৈ যাওঁতে, গএগ্ৰা মানুহে আমাক সেইদৰে কৈছিল -- আমি বুজাইছিলো, 'কোন দেশেৰ দেশী -- অসম দেশী -- গোৱালপাৰীয়া ভাষা গোৱালপাৰাৰ জিলা অসমৰে অঙ্গ।' ক'ৰবাত আমি বাংলাদেশী খেদিবলৈ যোৱা বা বাংলাভাষী মানুহ খেদিবলৈ যোৱা বুলি ভুল পথে আমাক বাট দেখুৱাই হাতত দা কুঠাৰ লৈ ৰৈ থকা আক্ৰমণকাৰী দলকো পাইছিলো। এবাৰ ৰাতি এঘাৰ বজাত টিপকাইৰ ৰাস্তাত আমি বাট হেৰুৱাওঁতে হঠাতে বুচুদিৰ সৰু গৰাকী মাকক পাই আমি জীৱ ঘুৰাই পোৱাদি পাইছিলো। তেখেতৰ সৈতে বাছত উঠি আমি শেষ নিশা আহি গৌৰীপুৰ পাইছিলোহি। সকলোকে তেওঁ আহি নিজে আগবঢ়াই থৈ গৈছিলহি। তেওঁৰে ছোৱালী বুচুদিৰ সৰু ভনীয়েক পাৰ্বতী বৰুৱা এগৰাকী পাকৈত হাতী চিকাৰী। Elephant Girl বা 'হস্তীৰ কন্যা' বুলিও বহুতো প্ৰখ্যাত বাতৰি কাকত আৰু বিশ্ব বিখ্যাত আলোচনীয়ে পাৰ্বতী বৰুৱাৰ বিষয়ে লিখনি প্ৰকাশ কৰিছে।

বুচুদিৰ বিষয়ে ক'বলৈ লৈ পৰিয়ালৰ বহুকেইজনলৈকে মনত পৰিছে। জীৱন্তৰূপত যেন তেওঁলোকে আহি [illegible]পকা কৰি আছে এনে ভাব হৈছে। প্ৰতিমা পাণ্ডে বৰুৱাই জীৱনত বহুতো মৰ[illegible]ন্মান পাইছিল। সেই গোৱালপাৰীয়া লোকগীত অসমীয়া ভাষাত অনুবাদ ক[illegible]বোলা ধ্যান ধাৰণা সলাই অল ইণ্ডিয়া ৰেডিঅ'ই তেওঁক আমন্ত্ৰণ জনাইছিল[illegible]ৰ শিল্পী হিচাপে। বহুত দীঘল দিনৰ সংগ্ৰামৰ বাটত

নিচেই ওচৰত থাকি সময়তে স্বামী অধ্যাপক পাণ্ডে ডাঙৰীয়াই তেওঁক মৰম চেনেহ সাহস আৰু প্ৰেৰণা যোগাই আহিছিল। অসম তথা পশ্চিমবঙ্গৰ লগতে ভাৰতবৰ্ষৰ বহু ঠাইৰ আৰু বিদেশৰো বহু গুণী ব্যক্তিৰ সান্নিধ্যই তেওঁক প্ৰেৰণা যোগাইছিল। বিষ্ণু ৰাভা, হেমন্ত মুখোপাধ্যায, হেমাঙ্গ বিশ্বাস, বাপী লাহিড়ী, ঋত্বিক ঘটক, উত্তম কুমাৰ, সৌমিত্ৰ চেটাৰ্জী আদি ভাৰতীয় শিল্পীৰ উপৰিও ফ্ৰান্সৰ জোন জেক ফ্লুৰী, টম ব্লাল্টাৰ, জেয়নো নাজ আদি বন্য প্ৰাণীবিদকো তেওঁ নিজৰ ব্যক্তিত্বৰ বলত মুহি পেলাইছিল। ড ভূপেন হাজৰিকাৰ সৈতে তেখেতৰ যোগাযোগে যেন সোণত সুৱাগ চৰাইছিল -- 'এৰাবাটৰ সুৰ', 'মাহুত বন্ধুৰে', 'পলাশৰ ৰং', 'গজমুক্তা', 'বগলাৰ বঙ্গ দৰ্শন' আদি বিভিন্ন ছবিত তেখেত আছিল নেপথ্য কণ্ঠ শিল্পী। সেইসময়তে গৌৰীপুৰত তথা অবিভক্ত গোৱালপাৰা জিলাৰ সৈতে পশ্চিমবঙ্গৰ কলা সংস্কৃতিৰ ঘনিষ্ঠ সম্বন্ধ আছিল। মানুহে তাৰ পৰা যিকোনো কামতে গুৱাহাটীলৈ অহাতকৈ বাংলাদেশ (পূৰ্ববঙ্গ)ৰ মাজেৰে এটকা বাৰঅনা কেৰেয়া দি কলকাতালৈ যোৱাটো উজু বুলি ভাবিছিল। আনকি সেই সময়ত গৌৰীপুৰ, ধুবুৰীত অসমীয়া মাধ্যমত ছাত্ৰ-ছাত্ৰীয়ে বিদ্যালয়ত পঢ়াৰ সুবিধাও নাছিল। বিদ্যালয় সমূহত শিক্ষাৰ মাধ্যম আছিল বাংলা। ক'বলৈ গ'লে ১৯৬০ চন মানলৈকে গৌৰীপুৰ, ধুবুৰীকে আদি কৰি অবিভক্ত গোৱালপাৰা জিলাত ৰবীন্দ্ৰ সঙ্গীত, নজৰুল গীতি, বাউল গান আদিহে গীতৰ ভিতৰত আৰু বঙ্কিমচন্দ্ৰ, শৰৎচন্দ্ৰ, ৰবীন্দ্ৰ নাথ আদিৰ নাটক সমূহহে ৰাজহুৱা সাংস্কৃতিক অনুষ্ঠান সমূহত প্ৰধানকৈ পৰিবেশিত হৈছিল। মানুহে সুধী সমাজত বাংলা ভাষাত কথা বতৰা পাতি গৌৰৱ অনুভৱ কৰিছিল। পুৰণি অবিভক্ত কামৰূপ জিলাৰ পৰা তালৈ বিভিন্ন কৰ্মসূত্ৰে যোৱা কিছু লোকৰ এখন অসমীয়া সমাজ আছিল যদিও তেখেতসকলে সংখ্যাত তেনেই নগণ্য হোৱা বাবে বিশেষভাৱে অসমীয়া সংস্কৃতিৰ বহুল প্ৰচাৰ পৰিবেশ গঢ়াৰ ক্ষেত্ৰত সফল হ'ব পৰা নাছিল। মোৰ বৰদেউতা ঁৰঘুনাথ গোস্বামী তেতিয়া জিলা পৰিবহন বিষয়া হৈ আছিল। সেয়া আছিল ১৯৫৭ চন। সেই সময়ত ধুবুৰীত স্কুল পৰিদৰ্শক হিচাপে কাৰ্যনিৰ্বাহ কৰি থকা হৰিপ্ৰসন্ন তামুলী, ঁৰবি বৰুৱা, প্ৰতিমা পাণ্ডে বৰুৱাৰ দেউতাক লালজী ওৰফে ঁ প্ৰকৃতিশ চন্দ্ৰ বৰুৱা, ঁ প্ৰণবেশ বৰুৱা (লালজীৰ ভ্ৰাতৃ ঁ পুতলী বৰুৱা) মোৰ দেউতা ঁৰমেশ চন্দ্ৰ গোস্বামী, বৰদেউতা ৰঘুনাথ গোস্বামী আৰু কেইজনমানে লগলাগি গৌৰীপুৰৰ লাউখোৱা নৈৰ পাৰত প্ৰথমবাৰৰ বাবে অসমীয়া মাধ্যমৰ প্ৰাথমিক বিদ্যালয়খন স্থাপন কৰে। এই ক্ষেত্ৰত শিক্ষক মহাদেৱ শৰ্মাৰো যথেষ্ট অৱদান আছিল। ১৯৬০ চনত ঁৰঘুনাথ গোস্বামীৰ উদ্যোগত প্ৰথমবাৰৰ বাবে গৌৰীপুৰত ৰঙালী বিহু আৰু লগতে সাংস্কৃতিক সন্মিয়া পতা হয়। সেই সন্মিয়াৰ সাংস্কৃতিক অনুষ্ঠানত সদায় বাংলা নাটক উপভোগত অভ্যস্ত গৌৰীপুৰৰ ৰাইজে পোন প্ৰথমবাৰৰ বাবে অসমীয়া নাটক 'মণিৰাম দেৱান' উপভোগ কৰে। নাম ভূমিকাত আছিল শ্ৰী সত্যেন্দ্ৰ ভূষণ অধিকাৰীদেৱ, শ্ৰী অখিল জীৱন বৰুৱাই ৰবাৰ্ট ক্লাইভৰ, ঁগৌৰাঙ্গ চৰকাৰে পিয়লি ফুকনৰ আৰু শ্ৰী ৰত্নেশ্বৰ ৰায়ে হৰনাথ পৰ্বতীয়া বৰুৱাৰ অভিনয় কৰিছিল।

তাৰ পিছৰ চোৱা সময়ত দেউতা, শ্ৰী সত্যেন্দ্ৰ ভূষণ অধিকাৰী আৰু বহুকেইজনে লগলাগি গৌৰীপুৰৰ ˚তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ ওচৰত এটি নামঘৰ স্থাপন কৰে। নামঘৰৰ টিনপাত আৰু অন্যান্য সা-সামগ্ৰী দেউতাইঁতে নিজৰ মাজৰ পৰাই বৰঙণি হিচাপে আগবঢ়াইছিল। প্ৰতি বছৰে এতিয়াও তাত গুৰু দুজনাৰ তিথি উলহ মালহেৰে পালন কৰা হয়।

১৯৫৫ চনত প্ৰতাপ চন্দ্ৰ বিদ্যালয়ত দেউতা, তেতিয়াৰ ষ্টেটৰ মেনেজাৰ চণ্ডীচৰণ বৰ্মন, ˚ত্ৰৈলোক্য চৌধুৰী আদিৰ চেষ্টাত অসমীয়া মাধ্যমত শিক্ষাদানৰ ব্যৱস্থা প্ৰৱৰ্ত্তন হয়। প্ৰথম ছাত্ৰ-ছাত্ৰী আছিল তিনিগৰাকী -- এজন মোৰ ককাইদেউ ˚গিৰিশ চন্দ্ৰ গোস্বামী (তেখেত ১৯৮৫ চনত গুৱাহাটীৰ শিলপুখুৰীত থকা ইউকো বেঙ্কৰ শাখা পৰিচালক হৈ থকা অৱস্থাত বেঙ্ক ডকাইতি কৰিবলৈ অহা উগ্ৰপন্থীৰ গুলীত নিহত হয়।) এগৰাকী ডাঙৰ বাইদেউ ˚গায়ত্ৰী গোস্বামী আৰু আন এগৰাকী গৌৰীপুৰ মধ্যমখণ্ডৰ শ্ৰী ৰত্নেশ্বৰ ৰায় (ওৰফে মন্টু)। মোৰ ককাদেউতা ˚ তাৰনাথ গোস্বামী এগৰাকী প্ৰথিতযশা সংস্কৃতজ্ঞ পণ্ডিত আছিল। তেখেতে ঘৰতে আজুককা ˚নৰেশ্বৰ গোস্বামীৰ স্মৃতিত সংস্কৃত টোল খুলি তাত অসমৰ বিভিন্ন ঠাইৰ পৰা অহা দুখীয়া ছাত্ৰসকলক বিনামূলীয়াকৈ থকা-খোৱাৰ সুবিধা দি শিক্ষাদান কৰিছিল। তেখেতৰ সংস্কৃত পাঠদানৰ বৰ সুনাম আছিল আৰু দূৰ দূৰণিৰ বহুতো ছাত্ৰ তালৈ আহি কেবা বছৰলৈকে থাকি শিক্ষা লাভ কৰিছিল। ককাদেউতাৰ ওচৰত সংস্কৃত শিকিবলৈ ৰাতিপুৱাই ঘোঁৰাত উঠি আহিছিল লালজী। কাকাদেউতাই তেওঁক পুত্ৰবৎ স্নেহ কৰিছিল। সৰুকালত দাদা বাইদেউহঁতেও ঘৰতে থকা সংস্কৃত টোলত অৱসৰ সময়ত সংস্কৃত শিকিছিল আৰু কেতিয়াবা প্ৰতিমা পাণ্ডে বৰুৱা আহি সেই পাঠত যোগ দিছিলহি। ষাঠিৰ দশকত গৌৰীপুৰৰ সামাজিক সাংস্কৃতিক পৰিবেশৰ বিষয়ে এটি সামান্য আভাস দিবলৈহে এই কথাখিনি উনুকিওৱা হ'ল।

বৰ্ণময় ছন্দময় নানান অভিজ্ঞতাৰে সমৃদ্ধ প্ৰতিমা বৰুৱাৰ জীৱন আচলতে অসমৰ কেৱল পশ্চিম প্ৰান্তৰে নহয়, সমগ্ৰ অসমৰ কলা সাংস্কৃতিক বুৰঞ্জীৰ বাবে এক মূল্যবান উপাদান। তেখেতৰ কথা কৈ অন্ত কৰিব নোৱাৰি। তথাপি যেতিয়াই বাইদেউৰ কথা মনলৈ আহে, ক'ৰবাৰ পৰা যেন ভাহি আহে সেই সুৱদি অমৃতসনা কণ্ঠ --

দেখিতে দেখিতে গাবুৰ (গাভৰু) হনু
ৰবিবাৰেৰ দিন মাতা (মাথা) ধুনু
পাৰাৰ চেঙেৰায় কৰে হায়ৰে হায়
মুইতো পীৰিত কৰং না
চেঙেৰা বন্ধু ছাড়ে না
আৰো দিয়া যায় পীৰিতেৰ বায়না।
বন্ধু ধন ধন ৰে,
এতই গোসা (অভিমান) কি তোমাৰ শৰীৰে।

পদ্মশ্ৰী আৰু সঙ্গীত নাটক একাডেমী বঁটা বিজয়ী প্ৰতিমা পাণ্ডে বৰুৱাৰ বিষয়ে অসমৰ আজিৰ নতুন পুৰুষক জনোৱাৰ প্ৰয়োজন আছে বুলি ৰাইজেও অনুভৱ কৰে। দহ টকীয়া শাৰী নহয়, 'আচল ঐশ্বৰ্যৰ' অন্তৰ পোহৰাই ৰখা এই গৰাকী মহিয়সী নাৰীয়ে যেন অন্তৰৰ সেই অমূল্য পোহৰেৰে উদ্ভাসিত কৰিছে সকলোৰে অন্তৰ তেওঁৰ অমৰ গীতৰ মাজেৰে --

একবৰ হৰি বল মন ৰসনা
মানৱ দেহেৰ গৈৰৱ কইৰো না
মানৱ দেহা মাটিৰ ভাণ্ড
ভাঙিলে হইবে খণ্ডৰে খণ্ড
ভাঙিলে দেহা যোৰা নিবে না
টাকা পইসা ভিটাৰ বাৰী
জীৱন গেইলে সব ৰবেৰে পৰি
সঙ্গেৰে সাথী কেওঁ তোৰ হইবেনা।

সঁচাকৈয়ে 'সঙ্গেৰ সাথী' কাকো নোলোৱাকৈ এই মহান শিল্পী গৰাকী ২০০২ চনৰ ২৭ ডিচেম্বৰ তাৰিখে ৰাতিপুৱা সকলোকে বব নোৱাৰা বিষাদৰ বোজা দি আমাৰ মাজৰ পৰা আঁতৰি গ'ল। মোৰ কাণত তেওঁৰ সেই কথাষাৰ এতিয়াও বাজি থাকে, 'মুই তোৰ এত্তি থাকিব আসিম।' 'আইসেন না, খুব ভাল লাইগবে, আমাৰাও গান শুনিৰ পাইম্।' নহ'ল তেওঁৰ আৰু মোৰ সেই হেঁপাহ পূৰণ-- নিয়তি আহি থিয় হ'ল মাজত হেঙাৰ হৈ। অধ্যাপক পাণ্ডে ডাঙৰীয়াই সিদিনা টেলিফোনত ক'লে, 'তুমিতো বাইদেউৰাৰ বৰ ঘনিষ্ঠ আছিলা, কিবা অলপ লিখিলে ভাল পাম -- তেখেতৰ কথাই মোৰ দুচকুলৈ অশ্ৰুৰ ঢল বোৱাই আনিছিল -- কোনো শব্দই যে পূৰ্ণতাৰে প্ৰকাশ কৰিব নোৱাৰে এই বেদনা-- আমি যিসকলে তেখেতৰ সান্নিধ্য ঘনিষ্টভাৱে পাইছিলো, সেইসকলে কেতিয়াও পাহৰিব নোৱাৰো তেখেতক।



# লোকসংগীতৰ সুৰ সম্ৰাজ্ঞী প্ৰতিমা বৰুৱা পাণ্ডেৰ সোঁৱৰণত

❑ ড° জগদীশ পাটগিৰি

অসমৰ মাটিৰ পৰা সুৰৰ মণি মুকুতা বুটলি যিসকল স্বনামধন্য শিল্পীয়ে ভাৰত জননীক সুৰেৰে জিঞ্জিৰি পিন্ধাই জগাই তুলিবলৈ সক্ষম হৈছে, সেইসকলৰ ভিতৰত লোকগীতৰ সম্ৰাজ্ঞী অসমৰ জীয়াৰী প্ৰতিমা বৰুৱা পাণ্ডে অতুলনীয়। সোণৰ চামুচ হাতত লৈ জন্ম লোৱা গৌৰীপুৰীয়া এই গৰাকী ৰূপান্তৰৰ গণশিল্পীয়ে মাটিৰ সুৰৰ মোহত বন্দী হৈ আজীৱন সংগীত সাধনাৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সুৰৰ ঢল বোৱাই জনগণক মোহাচ্ছন্ন কৰি ৰাখিব পাৰিছিল। এইগৰাকী মানুহৰ শিল্পীয়ে বিশেষভাৱে লোক-সংস্কৃতিৰ ভূস্বৰ্গস্বৰূপ গোৱালপাৰীয়া জীৱনধাৰাৰ লগত সংপৃক্ত বিভিন্ন দিশৰ পৰা সমল বুটলি সাধাৰণ মানুহৰ হৃদয় মন্দিৰত সুৰৰ মায়া সৃষ্টি কৰি অসমৰ সংগীত জগতত এক নতুন মাত্ৰাৰ সংযোজন ঘটালে। 'হস্তীৰ কন্যা' অসম নন্দিনীয়ে বিশ্ব শিল্পী পল ৰবছনৰ সংগীতকো এক স্বকীয় ভংগীমাৰে পৰিৱেশন কৰি শ্ৰোতা-দৰ্শকৰ হৃদয় মন জয় কৰিবলৈ সক্ষম হৈছিল। বিভিন্ন ঘাত-প্ৰতিঘাত অতিক্ৰমী সংগ্ৰামী মাটিৰ শিল্পী প্ৰতিমা বৰুৱা পাণ্ডে অসমৰ বায়ু পানী আকাশ বতাহৰ লগত একাকাৰ হৈ গ'ল। তেওঁৰ অপূৰ্ব সংগীত পৰিৱেশনৰ শৈলী আৰু সুৰ সৃষ্টি উত্তৰ পুৰুষৰ বাবে এক অনুপম প্ৰেৰণাৰ থলী। চিৰসেউজীয়া গদাধৰৰ পাৰত 'হস্তী কন্যা'ৰ হয়তো আজি আৰু পদধ্বনি শুনিবলৈ পোৱা নাযায়। কিন্তু সেউজীয়া ঘাঁহনিত চৰি থকা মৈষ, মৈষালবন্ধুয়ে দূৰৈৰ পৰা ৰিণিকি ৰিণিকি ভাহি অহা সুৰ সম্ৰাজ্ঞীৰ সুৰৰ মূৰ্ছনাত প্ৰাণৰ শিল্পীৰ সংগীতত উতলা হৈ পৰে। গদাধৰৰ পানী অনন্তকাললৈ বৈ যাব, সুৰৰ ৰাণীৰ সুৰ বৈ থাকিব যুগ-যুগান্তৰলৈ।

অসমৰ মানচিত্ৰ অতিক্ৰমী সৰ্বভাৰতীয় পৰ্যায়তো এই গৰাকী স্বভাৱশিল্পীয়ে নিজৰ স্বকীয় বিশেষত্বৰ বাবে মৰ্যাদাৰ আসনত সমাহিত হ'বলৈ সক্ষম হৈছিল। আন্তৰ্জাতিক খ্যাতিসম্পন্ন অসমৰ মহান শিল্পী ড° ভূপেন হাজৰিকাৰ নিভৃত সান্নিধ্যই প্ৰতিমা বৰুৱা পাণ্ডেক গদাধৰৰ পাৰৰ পৰা ব্ৰহ্মপুত্ৰ-গংগা-মহানদীৰ পাৰৰ মানুহৰ কাষ চপাই শিল্পী গৰাকীক যশস্যাৰ বিজয় মাল্য পিন্ধাইছিল।



# প্ৰতিমা বৰুৱা পাণ্ডে ঃ এক বৰ্ণাঢ্য জীৱনৰ যৎকিঞ্চিৎ

□ ডঃ দ্বিজেন্দ্ৰ নাথ ভকত

লোকসংগীতৰ প্ৰখ্যাত শিল্পী আৰু গৌৰীপুৰ জমিদাৰ পৰিয়ালৰ কন্যা প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱন এক বৰ্ণাঢ্য জীৱন। তেখেতৰ জীৱনৰ বহুত কথাই আজিও অজ্ঞাত। তেওঁৰ জীৱনী লেখক গৌৰীপুৰ প্ৰমথেশ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাক্তন প্ৰবক্তা ডঃ ধীৰেণ দাসদেৱে লিখা 'ও মোৰ হায় হস্তীৰ কন্যাৰে' শীৰ্ষক গ্ৰন্থখনত শিল্পী গৰাকীৰ জীৱনৰ বহুত কথাই সংগ্ৰহ কৰিছে যদিও জীৱনৰ শেষ কাল ছোৱাৰ আগে আগে দাসদেৱক আৰু এখন গ্ৰন্থ লিখাৰ কাৰণে প্ৰতিমা বৰুৱাই অনুৰোধ কৰিছিল। কিন্তু দাসদেৱৰ বাবে সেয়া সম্ভৱ নহ'ল বুলি স্বয়ং দাসদেৱে উল্লেখ কৰে। তেওঁৰ লগত ডাঙৰ দীঘল হোৱা, তেওঁৰ লগত ঘূৰিফুৰা, তেওঁৰ লগত সংগীতত যন্ত্ৰ সংগত কৰা শিল্পীসকল, তেওঁলোকৰ ঘৰত কামবন কৰা লোক সকলৰ বহুতে এতিয়াও শিল্পীজনাৰ বিষয়ে বহুত কথা জানে। সেইবোৰ সময় থাকোতে সংগ্ৰহ কৰিব পাৰিলে উত্তৰ পুৰুষৰ বাবে এক ডাঙৰ সম্পদ সংগ্ৰহ হ'ব বুলি আমি আশা কৰোঁ। শিল্পী-জনাৰ আদ্য শ্ৰাদ্ধৰ দিনা 'শতজনৰ স্মৃতিত প্ৰতিমা বৰুৱা পাণ্ডে' শীৰ্ষক এখনি সৰু পুস্তিকা আমিও সম্পাদনা কৰিছিলো। তাত এশ জন বিভিন্ন শ্ৰেণীৰ ব্যক্তিৰ অনুভূতি তথা প্ৰতিমা বৰুৱা পাণ্ডেৰ প্ৰতি থকা শ্ৰদ্ধা, ভাল-পোৱা, তেখেতৰ সান্নিধ্য লাভ পোৱা ব্যক্তিসকলৰ অভিজ্ঞতাৰ কিঞ্চিৎ আভাস দিয়াৰ প্ৰয়াস কৰিছিলোঁ। কিন্তু কম পৰিসৰৰ কিতাপ হোৱা বাবে তাতো অনেক কথা সন্নিবিষ্ট কৰিব পৰা হোৱা নাই। ভবিষ্যতে তেখেতৰ গুণমুগ্ধ সকলে পোহৰলৈ নহা কথাবোৰ তুলি ধৰিব বুলি আশা কৰি শিল্পীজনাৰ বিষয়ে যৎ কিঞ্চিৎ কথা লিখিলো।

আমি সৰু কালৰ পৰাই প্ৰতিমা বৰুৱাৰ গান শুনি আহিছোঁ। তেওঁ গোৱা গানবোৰৰ লগত আমাৰ নাড়ীৰ সম্পৰ্ক। আমি নিবাস কৰা ঠাইখনৰ আকাশ, মাটি, পানী, বায়ু আদি সকলোবোৰ তেওঁৰ গানত বিচাৰি পাওঁ। তেওঁৰ গানবোৰে আমাক জীৱন আৰু শান্তি দুয়োটাই প্ৰদান কৰিছে। সেই গানবোৰতে আমি হাঁহিছো, কান্দিছোঁ, খেলিছো আৰু প্ৰতিপালিত হৈছো। আমাৰ জীৱনৰ সকলো পৰিচয় প্ৰতিমাই গোৱা গানবোৰত লুকাই

আছে। সৰুতে দূৰৰ পৰা শিল্পীজনাৰ গান শুনিছো যদিও প্ৰথম ওচৰৰ পৰা সাক্ষাৎ আৰু কথাবতৰা পতাৰ সুযোগ পাওঁ ১৯৭২ চনৰ পৰাহে। তেতিয়া আমি প্ৰমথেশ বৰুৱা কলেজৰ ছাত্ৰ। সেইসময়ত ডঃ ধীৰেণ দাস দেৱে 'গোৱালপাৰীয়া লোকগীত' গ্ৰন্থ লিখাৰ কাম আৰম্ভ কৰিছিল। ডঃ ধীৰেণ দাস দেৱৰ ঘৰত প্ৰতিমা বৰুৱা আৰু তেওঁ পিতৃ লালজী (প্ৰকৃতিশ চন্দ্ৰ বৰুৱা)ক প্ৰথম ওচৰৰ পৰা লগ পাইছিলো।

খলুৱা ভাষী হোৱা বাবে আমি খলুৱা ভাষাতে কথা পাতিছিলো। লালজী আৰু প্ৰতিমা বৰুৱাৰ মুখত গৌৰীপুৰৰ খলুৱা ভাষা বৰ শুৱলা লাগিছিল। গৌৰীপুৰ অঞ্চলৰ খলুৱা মাত কথাবোৰ আমি সদায় ব্যৱহাৰ কৰি থাকো। কিন্তু লালজী আৰু প্ৰতিমাৰ কণ্ঠত যেনে শুৱলা শুনিছোঁ, আনৰ কণ্ঠত এই ভাষা তেনে শুৱলা যেন লগা নাছিল বুলি আমাৰ অনুভৱ হৈছিল। পৰৱৰ্তী সময়ত বহুতে এই কথা স্বীকাৰ কৰা আমি শুনিছো। প্ৰতিমা বৰুৱাক নিচেই ওচৰৰ পৰা সাধাৰণ এগৰাকী মহিলা হিচাপে লগ পোৱাৰ পিছত আমাৰ সৰু কালৰ বহুত কথাই মনত পৰে। আমাৰ জিনাকাটা গাৱঁৰ ঘৰৰ ওচৰতে ধৰিয়াল ভাঙা গাৱঁত গৌৰীপুৰ নিবাসী শৈলেন বৰুৱা আৰু পাণ্ড বৰুৱাৰ 'হালধৰা'। এই 'হালধৰা' লৈ বছৰত বা ছমাহত গাৱঁৰ মানুহে মতা নাম 'লালজীৰ বেটী', 'ৰাজকুমাৰী' প্ৰতিমা বৰুৱা প্ৰায়ে গৈছিল আৰু গাৱঁৰ বিভিন্ন শিল্পীক মাতি আনি আবেলিৰ পৰা গধূলিলৈকে লোকগীতৰ জলসা বহুৱাইছিল। সেই 'জলসা'ৰ পৰা তেওঁ বিভিন্ন শিল্পীৰ গীত সংগ্ৰহ কৰিছিল আৰু নিজেও সুৰ শিকা আমি দেখিছো। তেতিয়াৰ ৰাজকুমাৰীক দেখি আমি সৰু ল'ৰাবোৰে ভেবা লাগি একান্ত মনে চাইছিলো।

আমাৰ গাৱঁৰ বয়োজ্যেষ্ঠ পুৰুষ মহিলা সকলোৱে কৈছিল যে, লালজীৰ লগত ৰাজকুমাৰী প্ৰতিমা বৰুৱাও খেৰবাৰী, ভিনকাটা, গোকালাগী, ধৰিয়াল ভাঙা আদি গাৱঁৰ অটব্য হাবিবোৰত বাঘ চিকাৰ কৰোঁতে লগত গৈছিল। হাতী লগত লৈ হাবি গছকি যাওঁতে গাৱঁৰ মানুহবোৰেও বাঘ চিকাৰ কৰাত সহায় কৰিছিল। সেই সময়ত উক্ত গাওঁবোৰত বাঘে বৰ উপদ্ৰব কৰিছিল বুলি শুনিছোঁ। ঘৰৰ হাঁহ-ছাগলী, গৰুৰ পোৱালী আদি বাঘে ধৰি লৈ যোৱাত গাৱঁৰ ৰাইছে বাঘ মৰাৰ কাৰণে লালজীক অনুৰোধ কৰিছিল বুলি শুনিছো। বাঘ মাৰি হাতীৰ পিঠিত ওলোমাই আনিলে গাৱঁৰ মানুহে জুম বান্ধি বাঘ চাইছিল।

আমাৰ গাৱঁৰে এজন মাহুত আছিল। তেওঁৰ নাম সুবল ভকত। তেওঁ প্ৰায় হাতী লৈ গাৱঁলৈ আহিছিল। কেতিয়াবা একেলগে চাৰি পাঁচটা হাতী গাৱঁলৈ আনিলে আমি ল'ৰাবোৰে সকলো কামবন এৰি হাতীৰ ৰেহ-ৰূপ চাই ফুৰিছিলো। হাতীৰ আহাৰ খোৱা, একাদশী বিলত গা ধোৱা, বিলৰ বনবোৰ হাতীৰ পিঠিত আহাৰৰ বাবে অনা দৃশ্যবোৰ আমাৰ আজিও মনত পৰে।

১৯৯৪ চনত ডঃ ধীৰেণ দাসদেৱৰ 'ও মোৰ হায় হস্তীৰ কন্যাৰে' গ্ৰন্থ প্ৰকাশ হৈ ওলায় যদিও ডঃ দাসদেৱে এই গ্ৰন্থখনৰ পৰিকল্পনা কৰিছিল ১৯৮১-৮২ চনৰ পৰাই। সেই সময়ত আমি প্ৰমথেশ বৰুৱা কলেজত কিছুদিনৰ বাবে প্ৰবক্তা হিচাপে কাম কৰিছিলো। তেতিয়াৰ পৰা সম্পূৰ্ণ গ্ৰন্থখন উলিওৱা সময়লৈকে আমি দাসদেৱৰ লগত থকাৰ সুযোগ

পাওঁ। প্ৰতিমা বৰুৱা, লালজী আৰু অন্যান্য ব্যক্তিসকলৰ পৰা সাক্ষাতকাৰ লওঁতে বহুত কথাৰ আলোচনাত আমিও প্ৰত্যক্ষদৰ্শী হিচাপে উপস্থিত থকাৰ সৌভাগ্য লাভ কৰিছিলো। প্ৰতিমা বৰুৱাই সাধাৰণ শ্ৰেণীৰ লোকৰ গানবোৰ শিকি থাকোতে কোনোবাই হেনো লালজীক কৈছিল - 'বাপু, তোম্‌ৰা, তোমাৰ বেটীক অসভ্য ভাষাণ গান গুলা কেনে শিকান, ভাল গান শিকাবাৰ পান না?" তাৰ উত্তৰত লালজীয়ে কৈছিল-- "সবায়তো ভাল গান গুলা শেকে, প্ৰতিমায নাহয় বযা গান গুলাকে শিকুক।" এই কথাৰ পৰা এটা কথা স্পষ্টকৈ বুজিব পাৰি যে, প্ৰতিমাই গান শিকাৰ সময়ত সাধাৰণ শ্ৰেণী লোকে গোৱা লোকগীতবোৰ অৰ্থাৎ প্ৰতিমাই শিকা গানবোৰ মধ্যবিত্ত পৰিয়ালৰ লোকসকলে ভাল পোৱা নাছিল। গোৱালপাৰাৰ লোকগীতবোৰক অশ্লীল বা অসভ্য গানবুলি অবজ্ঞা কৰিছিল। ভাষাণৰ অৰ্থ পাতল বা লঘু অথবা শৃংগাৰ ৰসাত্মক গান। গোৱালপাৰাৰ লোকগীতবোৰৰ বেছিভাগেই শৃংগাৰ ৰসাত্মক। সেয়ে ৰক্ষণশীল মধ্যবিত্ত পৰিয়ালৰ লোকে এইবোৰক ভাল পোৱা নাছিল।

প্ৰতিমাই গান শিকাৰ সময়ত গোৱালপাৰা অঞ্চলৰ লোকগীতবোৰৰ কোনো নাম নাছিল। কলকাতা, ঢাকা, শিলিগুৰি আদি অনাতাঁৰ কেন্দ্ৰবোৰত গীতবোৰক দেহিয়া পল্লীগীত বুলি প্ৰচাৰ কৰা হৈছিল। বঙ্গতে ইয়াক ভাওযাইয়া গান বুলিও কয়। ভাওযাইযা শব্দৰ অৰ্থ বহুত। বিভিন্ন জনে ইয়াৰ ভিন ভিন অৰ্থ কৰা দেখা যায়। ভাবৰ গান কাৰণে ভাওয়াইয়া। ভাব শব্দটোৱে পশ্চিম অসম আৰু উত্তৰ বঙ্গ অঞ্চলত প্ৰেমক বুজায়। ভাবৰ গান অৰ্থাৎ প্ৰেম-পীৰিতিৰ গান বাবে ইয়াক ভাওয়াইয়া বুলি কেবা হয়। আন কিছুমানে কয় 'ভাওযা'- এটি বড়ো ভাষাৰ শব্দ। ইয়াৰ অৰ্থ হ'ল পথাৰ। 'ভাওযা' শব্দৰ লগত ইযাৰ প্ৰত্যয় লগলগাই ভাওয়াইয়া কৰা হৈছে। ভাওয়াইয়া শব্দটোৱে 'পথাৰৰ গান'ক বুজায। কোচসকলে আৰ্য ভাষা গ্ৰহণ কৰাৰ পূৰ্বতে বহুতদিনলৈকে বড়ো ভাষা কৈছিল। নামনি অসমৰ আৰু উত্তৰবংগৰ ৰাজবংশী লোকসকল মূলতঃ কোচ জনগোষ্ঠীৰ লোক। সেয়ে বহুতে কোচসকলে হিন্দুধৰ্ম আৰু আৰ্য ভাষা গ্ৰহণ কৰাৰ কালতে ভাওয়াই শব্দটোৰ উৎপত্তি হৈছি বুলি ভাবে। ভাওয়াইয়া আচলতে ৰাজবংশী লোকগীতৰ এটি ভাগৰ নাম। সম্প্ৰতি বংগদেশত প্ৰতিবছৰে চৰকাৰী পৃষ্ঠপোষকতাত ভাওয়াইয়া অনুষ্ঠিত হোৱা দেখা যায়। অনেকে ইয়াক দেশীগান বুলিও কয়।

প্ৰতিমা বৰুৱাই ১৯৫৬ চনত ড° ভূপেন হাজৰিকাৰ 'এৰা বাটৰ সুৰ' ছবিখনত নেপথ্য কণ্ঠ শিল্পী হিচাপে লোকগীত গাইছিল --

(ক) ডাং নৰি ডাং
দৰী দিয়া বান্ধ
গুণ গুণ সৰকাৰ
গান শুনি নাৰে।।

.....................

(খ) ও বিৰিক্ক শিমিলাৰে
গগনে মেলে ডাল
নাৰী হয়া ৰসেৰ যৈবন
ৰাইকপো কতো কালৰে।।

পঞ্চাশৰ দশকৰ শেষৰ ফালে ড° ভূপেন হাজৰিকাই 'ৰং সবুজেৰ গান' নামৰ এখন ছবি কৰাৰ বাবে অলকেশ চন্দ্ৰ বৰুৱাৰ (প্ৰমথেশ বৰুৱা মহাবিদ্যালয়ৰ দৰ্শন বিভাগৰ প্ৰবক্তা আৰু প্ৰমথেশ বৰুৱাৰ জ্যেষ্ঠ পুত্ৰ) পৰা ছবিৰ প্লট লৈছিল। কিন্তু প্ৰতিমা বৰুৱাৰ পৰা 'মাহুত বন্ধু'ৰ গীত শুনি মুগ্ধ হৈ নাম সলাই ছবিৰ নাম ৰাখে 'মাহুত বন্ধুৰে'। ছবিখনত প্ৰতিমাই ৪-৫ টা লোকগীত গাইছিল।

১৯৫৮ চন মানৰ পৰা ড° ভূপেন হাজৰিকা, পুৰুষোত্তম দাস, ডঃ বীৰেন্দ্ৰ নাথ দত্ত আদি স্বনামধন্য ব্যক্তি সকলৰ প্ৰচেষ্টাত এই লোকগীতবোৰক গোৱালপাৰীয়া লোকগীত বুলি নামকৰণ কৰা হয়। প্ৰতিমা বৰুৱাৰ কণ্ঠত অনাতাঁৰ কেন্দ্ৰযোগে গীত শুনাৰ পিছত বহুত্তে অৱহেলিত লোকগীতবোৰক সমাদৰ কৰা হ'ল। ৰাজকন্যা প্ৰতিমা বৰুৱাই সাধাৰণ লোকৰ গীতবোৰক ৰাজমৰ্যদা পোৱাত সহায় কৰে। অৰ্থাৎ প্ৰতিমা বৰুৱাৰ কাৰণে গোৱালপাৰাৰ লোকগীতবোৰে চৰকাৰী ভাৱে স্বীকৃতি লাভ কৰি ঠন ধৰি উঠিবলৈ ধৰে। এই প্ৰসংগত ১৯৭৯ চনৰ ৪ মে-ৰ 'যুগান্তৰ' নামৰ বাংলা বাতৰি কাকতৰ উক্তি মন কৰি বলগীয়া। "গৌৰীপুৰৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ বংশধৰসকল প্ৰত্যেকেই শিল্প সংস্কৃতিৰ কোনো নহয় কোনো এটি দিশত যিকোনো প্ৰকাৰেই হওক নিজৰ বৈশিষ্ট্যৰ ছাপ ৰাখিছে। সেই পৰম্পৰা দুই যুগ ধৰি গৌৰীপুৰৰ লগত বহন কৰিছে প্ৰতিমা বৰুৱাই। কলকাতাৰ স্কুল কলেজত জীৱন কটালেও অসমৰ নীলা পাহাৰ, তেজবৰণীয়া নদী আৰু সেউজীয়া উপত্যকাৰ প্ৰতি আছিল তেওঁৰ নাড়ীৰ টান। পাঁচ-ছয় বছৰ বয়সৰ পৰাই নানা জনৰ পৰা শুনি শুনি তেওঁ গাইছিল গোৱালপাৰীয়া গান।"

দহ এঘাৰ বছৰ বয়সৰ পৰা মঞ্চত গান গাবলৈ আৰম্ভ কৰি বহুত স্বনামধন্য ব্যক্তিৰ প্ৰশংসা আৰু প্ৰেৰণা লাভ কৰি লোকগীতৰ অনুশীলন অটুট ৰাখিলেও প্ৰতিমাই গীত গোৱাৰ ক্ষেত্ৰত অনেক বাধাৰ সমুখীন হৈছিল। লোকগীত গোৱাৰ ক্ষেত্ৰত তেওঁৰ মাতৃ আৰু জেঠিমা প্ৰধান অন্তৰায় হৈ পৰিছিল। তেওঁলোকে বিশ্বাস কৰিছিল, প্ৰতিমাই দোতোৰাৰ গানবোৰ গালে বিয়া নহ'ব। কিন্তু পিতৃ লালজীয়ে এই অন্তৰায় আঁতৰ কৰি তাইক উৎসাহ যোগাই কৈছিল — "দোতোৰাৰ গান কৰি যদি একজনেৰ বিয়াও নাহয়, নাই। তাতে কি হৈল্। সগাৰেতো বিয়াও হবাৰে ধৈচে।" পিতৃৰ এনে সাহসী অভিমতেই আছিল প্ৰতিমাৰ শিল্পী জীৱনৰ উন্নতিৰ সঁচাৰ কাঠি। ককা প্ৰভাত চন্দ্ৰ বৰুৱাইও যে এই গানবোৰ ভাল পাইছিল প্ৰতিমাই তাক অকপটে স্বীকাৰ কৰিছিল।

১৯৬২ চনৰ পৰা ১৯৮৮ চনৰ ভিতৰত প্ৰতিমা বৰুৱাই ৩২০ টা গান ৰেকৰ্ড কৰিছিল বুলি জনা যায়। শিল্পী গৰাকীয়ে বহুত বছৰ সাধাৰণ শিল্পীৰ দৰে গীত পৰিবেশন কৰাৰ পিছত ক্ৰমান্বয়ে উচ্চ পৰ্যায়ৰ শিল্পী হিচাপে স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হয়।

১৯৮৮ চনত তেওঁ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা 'এ' গ্ৰেড্ শিল্পী হিচাপে স্বীকৃতি লাভ কৰে।

প্ৰথম অৱস্থাত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত গীত পৰিবেশন কৰিবলৈ গৈ নিৰাশ হ'বলগীয়া হৈছিল। গোৱালপাৰাৰ লোকগীতবোৰ বাংলা ভাষাৰ গান বুলি বৰ্জনীয় হৈছিল। পৰবৰ্তী কৰ্মকৰ্তা সকলৰ চকু মুকলি হোৱাত ১৯৬০ চনৰ পিছৰ পৰাহে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ যোগে নিয়মিয়াকৈ গোৱালপাৰাৰ লোকগীতবোৰ প্ৰচাৰ হ'বলৈ ধৰে। এই ক্ষেত্ৰত কেইজনমান স্বনামধন্য ব্যক্তিৰ উক্তি মন কৰিব লগীয়া। ১৯৭৪ চনত ডঃ মহেশ্বৰ নেওগদেৱে অসম সাহিত্য সভাৰ মঙলদৈ অধিবেশনৰ সভাপতিৰ ভাষণত উল্লেখ কৰিছে -- "গোৱালপাৰীয়া ভাষা কি? যাক গোৱালপাৰীয়া বা ৰাজবংশী নাম দিয়া শুনিছোঁ, সেয়া অসমীয়া ভাষা নহয়জানো? প্ৰতিমা বৰুৱাই আকাশবাণীত গান গাবলৈ আহোঁতে তেওঁক গানৰ ভাষা অসমীয়া কৰিবলৈ কোৱা হৈছিল। কিন্তু আজি আকাশবাণীয়েও গোৱালপাৰীয়া ভাষা গ্ৰহণ কৰি লৈছে। আমি সকলোৱে লৈছো।"

ডঃ নবীন শৰ্মাদেৱৰ মতে "গোৱালপাৰীয়া লোকগীতৰ ভাষা শংকৰীযা ভাষা।" "আজিও বিদ্যমান এই ভাষাটোৱে অসমীয়াৰ লগতে বাংলা ভাষাৰো আদিস্তৰ বুলিহে বিবেচিত হয়। পশ্চিম অসমত কিছুদিন থাকি এই ভাষাৰ সোৱাদ নল'লে ই যে বাংলা ভাষা নহয়, তাৰ স্বৰূপ বুজা নিশ্চয় টান হ'ব" বুলি ডঃ ধীৰেণ দাসদেৱেও উল্লেখ কৰিছে।

১৯৭৫ চনৰ পৰা অসমৰ বাহিৰত কলকাতাত প্ৰতিমাৰ গান ৰেকৰ্ড আৰু প্ৰচাৰ হয়। পিছত দিল্লী, চিমলা, শিলিগুৰি, তেজু, শিলচৰ, কাৰ্চিয়াং, গেংটক, ডিব্ৰুগড়, আগৰতলা, ইম্ফল আদি ঠাইৰ অনাঁতাৰ কেন্দ্ৰ যোগে ৰেকৰ্ড আৰু প্ৰচাৰ হয়। পৰবৰ্তী সময়ত মধ্যপ্ৰদেশ, চেন্নাই, গোৱা আদিতো সম্প্ৰসাৰিত হয়।

জীৱনৰ শেষ বয়সত বহুতৰ অনুৰোধত তেওঁ নিজৰ আত্ম-জীৱনী লিখাৰ কাম আৰম্ভ কৰিছিল বুলি শুনিছোঁ। সেইখন সম্পূৰ্ণ কৰিব পৰা নাছিল। তেওঁ গোৱালপাৰীয়া সংস্কৃতিৰ এটি স্বতন্ত্ৰ প্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰাৰ বাবে ইচ্ছা প্ৰকাশ কৰিছিল। তেওঁৰ মতে স্বতন্ত্ৰ প্ৰতিষ্ঠান নাথাকিলে ইয়াৰ মৌলিকতা ৰক্ষা কৰা সম্ভৱ নহ'ব। লোকগীতৰ ক্ষেত্ৰত তেওঁৰ ধাৰণা আছিল এনে ধৰণৰ — "মুই মাটিৰ মানশী, মাটিৰ গান গাং, সাধাৰণ মানশীলাৰ মাজত মিশোং। কাৰণ মুই জানং ইমা ছাৰা সমাজ বাছিবাৰ নাহয়। সমাজ মানে কি? ভাল পোশাক-আশাক, মিষ্টি ৰাওকথা আৰু মুখেৰ ভদ্ৰতা। এইলা মুই নামানোং। মুই গাং সাধাৰণ মানুশেৰ গান, যে গানেৰ কোনো স্বৰলিপি নাই, সেইলায় আমাৰ লোকগীত।"

তেওঁক লগপোৱাৰ পিছৰ পৰা জীৱনৰ অন্তিম সময়ছোৱালৈকে মাজে সময়ে লগ পাই যি অনুভৱ হৈছিল, তাৰ পৰা আমি ক'ব পাৰো, প্ৰতিমা বৰুৱা আছিল স্বৰূপাৰ্থত এগৰাকী সম্ৰাজ্ঞীৰো ওপৰত মহান শিল্পী। তেওঁৰ শৰীৰৰ প্ৰতিটো শিৰা উপশিৰাতে প্ৰকৃত শিল্পীৰ তেজৰ ধমনি প্ৰৱাহিত হৈছিল। তেওঁ বিচাৰিছিল — দেশ-কাল, জাত পাত হীন এখন মানৱ সমাজ। আমাৰ স্মৃতিত আজিও ভাঁহে গৌৰীপুৰৰ ভাষাত তেওঁৰ শুৱলা কথাবোৰ— "মুই অসমীয়া, মুই বাঙালী, মুই বিহাৰী, মুই গাৰো, মুই বড়ো, মুই হিন্দু, মুই

মুছলমান, মুই ৰাভা — এগিলা মুই নামানোং। আমৰা ভাৰতবাসী। আমৰা একে মাৰ সন্তান। মুই অসম, বঙ্গ, বিহাৰ, উত্তৰ প্ৰদেশ, উৰিষ্যা, বাংলাদেশ, নাবোজোং, মুই জানোং আম্‌ৰা একে মাটিৰ মানশী, একে জল-বায়ু সেৱন কৰি।"

সামাজিক বান্ধোনৰ উৰ্দ্ধত আছিল তেওঁৰ জীৱনৰ দৰ্শন। সৰু সৰু সাধাৰণ মানুহবোৰৰ কথা তেওঁ ভাবিছিল -- "মুই কোনো সমাজ নামানোং। মুই কেনো ধৰ্মকে নামানোং। মুই মানোং একমাত্ৰ আন্ধাৰত থাকা ভগবানক। মুই সমাজহীন। মুই ভাল পাং মানুশক। মোৰ প্ৰিয় মানশী কোন গুলা? মোৰ সাথত গান গাইতে যায়, ঢোল-সাৰিন্দা বাজায়। কিন্তুক ভদ্ৰ সমাজে ইমাক ভাল চৌকে নাদেখে।"

প্ৰতিমা বৰুৱাই গৌৰীপুৰৰ থলুৱা ভাষাৰ লগতে অসমীয়া, বাংলা, ইংৰাজী ভাষা ক'ব পাৰিছিল। যিকোনো মানুহৰ লগতে সহজে মিলিব পৰা গুণ তেওঁৰ আছিল। তেওঁৰ জীৱনৰ আদৰ্শলৈ লক্ষ্য কৰিলে আমাৰ ধাৰণা হয় যে, শিল্পী জনাই জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা আৰু ড' ভূপেন হাজৰিকাৰ আদৰ্শেৰে বাৰুকৈ অনুপ্ৰাণিত হৈছিল।



# তোমালৈ মনত পৰে

□ কাছেমা খাতুন

এই দুনীয়া এখনতো আৰ
সেই দুনীয়া নাই
মানুষ নামেৰ মানুষ আছে
সেই মানুষ নাই।
এই মানুষেৰ ভীড়ে আমাৰ
সেই মানুষে কো-ই.... .....

সচাকে পৃথিৱীত অজস্ৰ মানুহ আছে কিন্তু মনুষ্যত্ব থকা মানুহনো কেইজন আছে? হেজাৰ মানুহৰ মাজত সেই মনুষ্যত্ব থকা মানুহক বিচাৰি পোৱা টান।

আজিকালি লোকগীত সকলোৱে গায়। লোকগীত গোৱা লোকশিল্পীৰ অভাব নাই। কিন্তু প্ৰতিমাদিৰ দৰে হিয়া উজাৰি প্ৰাণৰ পৰশ ঢালি দৰদী কণ্ঠেৰে কেইজনেনো গায়? লোকগীত গাওঁকেন্দ্ৰিক, সেয়েহে প্ৰতিমাদি মাটিৰ গীত গাবলৈ গৈ শ্ৰমজীৱি নিৰক্ষৰ চহা প্ৰাণৰ চোতালৰ স'তে ওতঃপ্ৰোতভাৱে জড়িত আছিল। ড° ভূপেন হাজৰিকাই তেখেতৰ প্ৰথম গীত শুনি কৈছিল, "ছোৱালীজনীৰ সুৰত এটি নিজা বিশেষত্ব আছে। অন্যৰ লগত নিমিলে। গানবোৰ ছোৱালীজনীৰ কণ্ঠত ৰজিতা খায়। গান গাই থাকিলে ভৱিষ্যতে ডাঙৰ শিল্পী হোৱাৰ সম্ভাৱনা আছে।" ড° ভূপেন হাজৰিকাৰ মুখত প্ৰশংসা শুনি তেতিয়াই সংকল্প ল'লে গীত গাই থকাৰ। ড° হাজৰিকাৰ ভৱিষ্যত বাণী ফলিয়ালে। প্ৰতিমাদি পদ্মশ্ৰী, সংগীত নাটক একাডেমী, ডি, লিট্ উপাধিৰে বিভূষিতা হ'ল। ধুবুৰীৰ পৰা সদিয়ালৈকে গদাধৰৰ পৰা কৰ্ণফুলিলৈকে, ব্ৰহ্মপুত্ৰৰ পৰা পদ্মালৈকে লোকগীতৰ বিস্তৃত পথাৰত গোৱালপাৰীয়া দেশী গানৰ জনপ্ৰিয়তা বাঢ়িল। দিদিৰ নাম, যশ চৌদিশে বিয়পি পৰিল।

ৰাজকীয় ঐশ্বৰ্যৰ মাজত লালিত পালিত হোৱা প্ৰতিমাদিৰ বালিকা বেলাত তিনি গৰাকী আয়া আছিল। সেই তিনি গৰাকী হ'ল -- ভৰতবালা, সৰতবালা আৰু সোণাইবালা।

প্ৰতিমাদিৰ থুনুক-থানাক মাত আৰু থৰক বৰক খোজ দিয়াৰ সময়তে সোণাই বালাই নাচি নাচি তলত দিয়া গীতটি দিদিক গাই শুনাইছিল সেই সৰু কালতে --

"আমাৰ মাইয়োঁ ভাল
পিন্ধে ফাৰা জাল,
ঘৰে ঘৰে বিছৰি বেৰায়
কোন বুঢ়াটো ভাল।"

সেই অবুজ কালতেই প্ৰতিমাদিৰ কাণত দিয়া হৈছিল সেই সুৰ। সোণাই বালা বৰ শকত - আৱত দেহাৰ মহিলা আছিল। পিছৰ কালত অৱশ্যে ডঃ ভূপেন হাজৰিকাই - 'মাহুত বন্ধুৰে' কথাছবিত গাৱঁলীয়া পৰিবেশত ধৰি ৰাখিছিল।

শিল্পীৰ কোনো জাত নাথাকে। এই কথাৰ প্ৰমাণ প্ৰতিমাদিয়ে দি গৈছিল কাৰণ তেখেতৰ বন কৰা মহিলা কাশেমেৰ মা, আম্মীজান মুছলমান আছিল । তেখেতে অতি সাধাৰণ স্তৰৰ মানুহৰ পৰাও শিকিবলগীয়া কথাবোৰ শিকিছিল বা জানি লৈছিল। মুছলমান সমাজৰ বিয়াগীতৰ শুদ্ধ উচ্চাৰণবোৰৰ বাবে তেখেতে বনকৰা ছোৱালী, খৰি বেচা তিৰোতা, শাকৱালী আদিৰ পৰাও সংগ্ৰহ কৰিছিল। গোৱালপাৰীয়া লোক সংস্কৃতি হ'ল - প্ৰবাদ, পটন্তৰ, কেচ্ছাবন্দি, সাঁথৰ, নিন্দালী ইত্যাদি সকলোবোৰকে সামৰি লৈ লোকগীতৰ সহায়েৰে গীতৰ কথা আৰু ভাৱক হস্তমুদ্ৰা, দেহভংগীক -- চাইলন বাতি, কুলা, ডালা, চোঁৱৰ আৰু তেনে সামগ্ৰী লৈ নিত্য গীতৰ মাধ্যমৰে প্ৰকাশ কৰে। এই সকলোখিনিৰ সংযোগত জুমুঠিটো বহু চেষ্টাৰ ফলত প্ৰতিমাদিয়ে বাহিৰৰ ৰাইজৰ মাজত প্ৰতিষ্ঠা কৰিব পাৰিছে। সেয়েহে ১৯৮৮ চনত পলাশবাৰী মিৰ্জাত 'ড" হাজৰিকা সংগীত সন্ধিয়া'ত প্ৰতিমাদিয়ে গান গোৱাৰ পিছত ভূপেন হাজৰিকাই মঞ্চত উঠি কৈছিল -'Pratima's voice and tune is exceptionally imcompletable. The Goalparia Song will end with her কথাষাৰ অৱশ্যে মানি ল'বলৈ টান পাইছোঁ। কাৰণ আমি তেখেতক জীয়াই ৰাখিব বিচাৰছোঁ কিন্তু কিদৰে? তাৰ বাবে মই যোৱা ২৮ ডিচেম্বৰ তাৰিখে গৌৰীপুৰ মহামায়া খেল পথাৰত দিদিৰ শ'ৱ দেহৰ ওচৰত যেতিয়া শাৰীবদ্ধ জনতাই মাইকত ঘোষণা কৰা মতে এজন এজনকৈ পুষ্পাঞ্জলি দি আছিল, সেই সময়ত মই সমুজ্জ্বল ভট্টাচাৰ্যক মোৰ পৰিচয় দি মোৰ দুটা প্ৰস্তাবৰ কথা কৈছিলো। মোৰ ধাৰণা হৈছিল মই হয়তো পিছত তেখেতক লগ নাপাম। তেখেতে যদি মনত ৰাখিছে তেন্তে প্ৰস্তাৱ দুটা কাৰ্যকৰী হ'লে প্ৰতিমাদি সদায় আমাৰ মাজত জীয়াই থাকিব। অন্যথাই প্ৰতিমাদিক পাহৰি যাব অনাগত ভৱিষ্যই। কালৰ বুকুত লীন হ'ব আজিৰ এই প্ৰতিমাদিক ভালপোৱাৰ কথা, তেখেতৰ দৰদী কণ্ঠৰ গীতৰ ভাষা।

সি যি কি নহওক, প্ৰতিমাদিয়ে প্ৰথম গীত গাবলৈ লওঁতে আনহে নালাগে তেখেতৰ জেঠীমা ' মাধুৰী লতা বৰুৱাৰ ঘোৰ আপত্তি আছিল। তেখেতে কৈছিল সেইবোৰ ভদ্ৰ সমাজৰ গীত নহয়। অশ্লীল অবাইচ অভদ্ৰ সমাজৰহে গীত। সেইবোৰ গীত ভদ্ৰ সমাজত গোৱা উচিত নহয়। প্ৰতিমাদিৰ মাকৰো এটা সংস্কাৰ আছিল । লোকবিশ্বাস মতে হেনো

দোতোৰাৰ গীত গোৱা ছোৱালীৰ বিয়া-বাৰু নহয়। হস্তীপিতৃ প্ৰকৃতিশ চন্দ্ৰ বৰুৱা (লালজী) ই তেতিয়া কৈছিল - 'সবাই না ভদ্দলোকেৰ গান কৰে তাৰ মইদ্দে একজন নাহয় অভদ্দ লোকেৰ গান কৰিল। হউক না কোনটা হয়। দোতৰাৰ গান কইলে যদি বিয়া-বাদা নহয়, না হউকনা একজনকাৰ। তাতে আৰ কি হইবে? সবাৰে না বিয়া হবাৰ ধইচ্চে।" প্ৰতিমাদিয়ে নিজেই কৈছিল - আমাৰ ঠাকুৰদাৰ এই গুলে গানেৰ পোতি ঝোক ছিলেক। উমৰা নিজেও দোতৰা ডাঙাইছিল আৰু এইগুলে গানেৰে একজন বৰ পিষ্টপোষক আছিল।"

সেই সময়ৰ পৰা এই সময়লৈকে বহুতো বছৰৰ ব্যৱধান। যোৱা দুহেজাৰ চনৰ ১৪ ছেপ্টেম্বৰ তাৰিখে প্ৰতিমাদিয়ে মোক দুপুৰীয়া মাতিছিল আড্ডা দিবলৈ। ছাৰ ছোৱালীৰ ঘৰলৈ (হাপুৰ) গৈছিল। মই গৈ তেখেতৰ পাকঘৰৰ সংলগ্ন বেৰবোৰ উৱলি যোৱা আৰু মজিয়া এৰাই যোৱা কোঠাটোৰ আৰাম কেদাৰাত তেখেতে এফালে মই এফালে বহি (তেখেতৰ মুখত চিগাৰেট, মোৰ মুখত পান) লাগ বান্ধ নোহোৱা পুৰণি দিনৰ কথা পাতি আছিলো। তেখেতে সিফালৰ কোঠালৈ গৈ হাতত এখন ৩৬ পৃষ্ঠাৰ খাঁকী বেটুপাত থকা কিতাপ এখন দি ক'লে - "দ্যাখৰে কাশেমা মোৰ গানগুলে-- সউগ Roman Script আৰ Free Translation ইংৰাজীত সাংঘাতিক ব্যাপাৰৰে। কাজিৰঙাৰ Wild Grass এ Publish কইৰছে"। কিতাপখনৰ নাম A Few Folk songes of Old Goalpara 1999 কিতাপখনৰ একাষে সৰুকৈ লিখা আছে For private circulation. Not for Sale। কিতাপখনত বহুতো গীত আছিল। গীতবোৰ তলত দিয়া ধৰণে লিখা হৈছিল -

"Din-ey-ey

Din-ey-ey

Khoshiya-pori-be-rangila-dala-ner

Mati go-shy-jay kaun rong-ay

FREE TRANSLATION :

Day by day

The mud plaster from this colourful building will wear off, O God, for what pleasure?

In this song there is reference to the body as a colourful house, the mud plaster of which is falling apart day by day. কিতাপখনত গীতবোৰে সম্পূৰ্ণ আৰু ট্ৰেন্সলেচ্‌নো সম্পূৰ্ণকৈ দিয়া আছে। গোৱালপাৰীয়া ভাষা আৰু সংস্কৃতিৰ Web Site এটা ইতিমধ্যে গুৱাহাটীত এজন স্নাতকৰ ছাত্ৰ আৰু গুৱাহাটীৰ IIT ৰ System Administrator এ খুলিছে যদিও কাম সম্পূৰ্ণ হোৱা নাই, অহা জুলাই মাহত শেষ হোৱাৰ সম্ভাৱনা আছে। তেখেতৰ উপন্যাসখন (প্ৰান্তৰৰ পিয়াসা) তেখেতে কৈ যোৱা মতে মই চুচুড়াৰ জাতীয় কবি অৰুণ কুমাৰ চক্ৰৱৰ্তীৰ স'তে আলোচনা কৰিম। তেখেতৰ লগত কত ঘটনা জড়িত আছে। ভাবিলে এতিয়া মনটো গধুৰ গধুৰ লাগে। যোৱা ২০০১

চনৰ জুন মাহত চুচুড়াত 'দিনান্তের অন্বেষণ' সাহিত্য সংস্কৃতি গোষ্ঠীৰ আমন্ত্ৰণক্ৰমে তিস্তা তোর্ষা ৰেলযোগে এটা সঁজাতি দল গৈছিলো। দলটোত এদল কবি সন্মিলনৰ বাবে (প্ৰতিবেশী ৰাজ্য আসাম) আনটো প্ৰতিমাদিৰ দল লোক সংগীতৰ বাবে। চুঁচুড়াত ৰেলৰ পৰা নামোতে দিদিয়ে ভাৰসাম্য ৰাখিব নোৱাৰি পৰি যাব ধৰাত মালদাৰ উৰ্দ্দু কবি নুৰুল ইছলামে বাইদেউক দাঙি নি প্লেটফৰ্মত থিয় কৰাই দি কৈছিল- 'আল্লাহ্‌ৰ ইচ্ছা আপনাক বাচাতে পেরে আমি একটা পুণ্যের কাজ করলাম' তেতিয়া দিদিয়ে কৈছিল 'উপৰৱালাৰ যখন হুকুম হবে তখন কেউ আর আমাকে বাচাতে পাৰবেনা।' সঁচাকৈ আমি দিদিক ধৰি ৰাখিব নোৱাৰিলো

মনত পৰে ধুবুৰী হস্পিটালৰ পৰা ভাল চিকিৎসাৰ বাবে তেখেতে গুৱাহাটীলৈ যাবই বিচৰা নাছিল। ডিচেম্বৰৰ সেই শনিবাৰে দুপৰীয়া ডেৰ বজাত ধুবুৰী হস্পিতালৰ ২০২ নং কেবিনত তেখেতক চাবলৈ যোৱা লোকৰ ভীৰ। কোঠাটোতপ্ৰবীৰ দাদা, দুখুদি (প্ৰতিমাদিৰ সৰুভনী) খুৰায়েক, টুকু, ৰিংকু, ৰাজা, গীতাদি, অভিজিত, ৰূপম ডিহিদাৰ, পম, মান্নাকে ধৰি ছাত্ৰ সন্তা আৰু বহুতো আত্মীয় স্বজনৰ ভিৰ। মই কোবাকুবিকৈ কোঠাটোলৈ সোমাই গৈ তেখেতৰ কপাল স্পৰ্শ কৰাত তেখেতে এখন হাতেৰে মোক চুই ক'লে- 'আৰে কত সময় লাইগবেৰে ছেলাইন শেষ হইতে। কতো একটা কবিতা, ছেলাইন দেখি। মই দেখিলো ওঁঠ শুকাই গৈছে। মই নাৰ্চক সুধি গৰম পানীত কপাহ তিয়াই ওঁঠ তিয়াই দিওঁ। তাৰ পিছত অলপ চিন্তা কৰি গালো--

তুমি মোৰ ছেলাইনৰ ৰিজাৰ্ভাৰ
টোপে টোপে ছেলাইন
মোৰ শৰীৰৰ প্ৰতিটো শিৰাই শিৰাই
প্ৰবেশ কৰিছে
মোক সুস্থ কৰাৰ বাবে।

কবিতাটো শুনি চকুযুৰি চলচলীয়া হৈ পৰিছিল। ইয়াতকৈ অধিক আৰু ক'ব পৰা নাছিলো, কাৰণ তেতিয়াই আহিছিল চৰ উন্নয়ম মন্ত্ৰী ওৱাজেদ আলী চৌধুৰী। ডঃ ওৱাৰিস, অতিৰিক্ত উপায়ুক্ত শ্ৰীমতী ৰহিলা ব্ৰহ্ম আৰু বহুতো। ৰহিলা ব্ৰহ্ম বাইদেৱে তেখেতক কৈ আছে গুৱাহাটীলৈ নিয়াৰ কথা, ভাল চিকিৎসা হ'ব বুলি, তেখেত মান্তি নহয় তেখেত শেষত মান্তি হ'ল যদিও মন্ত্ৰীক ক'লে এদিন পাছত যাব, মন্ত্ৰীয়ে ক'লে আজিয়ে যাব লাগিব বুলি। শেষত ৰহিলা বাইদেৱে বহুত বুজাই মেলি মান্তি কৰালে। তেতিয়া মোৰ পিনে চাই ক'লে - "কিৰে কাশেমা তুমি যাবুতো মোৰ সাথে? তুই না গেইলেতো মুই যাইমা না।" মই ক'লো - দিদি যান। ওটি মোৰ বান্ধৱী ডৰিণ হাজৰিকা আছে আপোনাৰ খেদমত কৰাৰ জৈন্নে।' মোজাযোৰ পিন্ধাই দিয়াত কৈছিল, উতপাত কৰিস নে। গুৱাহাটীত হোনো ডৰিণক বাৰে বাৰে সুধিছিল মোৰ কথা। ডৰিণে অবশ্যে শেষলৈকে আছিল তেখেতৰ ওচৰত। মোৰ আইৰ মৃত্যুৰ দুবছৰ হ'ল। এই দুবছৰে মই তেখেতক চাইয়ে দিন অতিবাহিত কৰিছিলো। তেখেতৰ মুখখনৰ স'তে আমাৰ আইৰ সাদৃশ্য আছিল। মোৰ

সৰু ভাইটী ছৈয়দ আলী আহমেদে আইৰ কথা মনত পৰিলেই দিদিৰ তালৈ গৈ কান্দে, দিদিয়ে মৰম কৰি মূৰে কপালে হাত বুলাই দিয়ে। কাৰণ দিদিয়ে কথাটো জানিছিল। দিদিয়ে ছৈয়দৰ ল'ৰা ধাহিলক বৰ ভাল পাইছিল। আজি দিদি নাই। কাৰ সতে আড্ডা দিম? কাৰ বাবে যাম যেতিয়াই তেতিয়াই মাটিয়াবাগলৈ? ৰাপুজনীওতো গুচি গ'ল শিলিগুৰিলৈ। নিসংগ বেদনাৰে কিমান দিন জীয়াই থাকিব পাৰিম মই নাজানো। এই মুহূৰ্তত শুনিবা পোৱা সেই গীতটোৱে মোৰ মনকে মনত পৰিছে। সেই গীতটোৰ এটা পংক্তিৰে সামৰণি মাৰিছো মোৰ প্ৰবন্ধৰ -

গুপুতে গুপুতে অকলে এৰি থৈ
ক'লৈনো থাকা গৈ তুমি
হিয়াৰে কোণতে অশ্ৰু বাগৰে
এতিয়া নিৰৱ হৈ তুমি
জ্বলি জ্বলি জীৱনত পুৰি পুৰি সপোনক
এতিয়া এন্ধাৰকে ল'লা সাৱটি।



# প্ৰতিমা বৰুৱা পাণ্ডেৰ সোঁৱৰণত

□ ডৰিণ হাজৰিকা

আমি নগাঁৱত থকা সময়ৰ কথা। শিশু অৱস্থাৰে পৰা আকাশবাণী গুৱাহাটী কেন্দ্ৰ যোগে কেইটামান গীত শুনি গীতৰ প্ৰথম শাৰীকেইটা মুখস্থ হৈ গৈছিল। কোনে গাইছে কি সেইবোৰ নাজানো। শীতকালত দমকলৰ পাৰত গা ধোওঁতে পটাপট গাত পানী ঢালি গাইছিলো — 'একবাৰ হৰি বলো মন ৰসনা'। আৰু এটা মনত থকা গীত আছিল —'হস্তী কন্যা হস্তী কন্যা...।' অলপ ডাঙৰ হোৱাৰ পাছত নিজে মঞ্চৰ সৈতে জড়িত হৈছিলো প্ৰথম নৃত্যৰ যোগেদি। শংকৰী নৃত্য, বিহু নৃত্য নাচিছিলোঁ। কিছুমান শিল্পীক দেখাৰ সৌভাগ্য নহ'লেও লাহে লাহে বহুতৰে নাম জানিছিলোঁ — 'একবাৰ হৰি বলো মন ৰসনা' গোৱা গায়িকাগৰাকীৰ নাম হৈছে প্ৰতিমা বৰুৱা। তেখেত বোলে গোৱালপাৰীয়া লোকগীতৰ সম্ৰাজ্ঞী। ৰাজ পৰিয়ালৰ জীয়ৰী। হাতী ধৰে, বাঘ চিকাৰ কৰে। এইবোৰ শুনি সাধুকথাৰ দৰে লাগিছিল। পিছত বিভিন্ন সাংস্কৃতিক অনুষ্ঠানত তেখেতক গীত গোৱা দেখিছিলোঁ। ওচৰলৈ যাবলৈ কিন্তু সাহস কৰা নাছিলোঁ। বিহু নাচিবলৈ যাওঁ, শংকৰী নৃত্য নাচিবলৈ যাওঁ, এটা চুকত গ্ৰীণৰুমত নাচনীবোৰ বহি থাকোঁ। দূৰৈৰ পৰাই চাওঁ — সেইয়া প্ৰতিমা বৰুৱা।

১৯৭৪ চনত আমি গুৱাহাটীলৈ আহোঁ। গুৱাহাটীতো আহি বিহু নাচিবলৈ আৰম্ভ কৰোঁ। ভাৰতৰ বিভিন্ন ঠাইলৈকো নাচিবলৈ গৈছোঁ, নাটকত অভিনয় কৰিবলৈ গৈছো, কিন্তু গীত গাব নাজানো। গীতৰ অ,আ,ক,খ, মই একোৱেই নাজানো. গীত শুনি বৰ ভাল পাওঁ। সেয়ে বিহুৰ বতৰত বিহু নাচিবলৈ গ'লে গায়ক-গায়িকাসকলক গীত পৰিবেশন কৰা দেখিলে বৰ আনন্দ পাওঁ। তেনে এটি পৰিবেশতে চিনাকি হৈছিল প্ৰতিমা বৰুৱা পাণ্ডেৰ লগত বৃহত্তৰ দিছপুৰ ৰঙালী বিহুৰ মঞ্চত। মোৰ নিজৰ দাদা প্ৰয়াত ৰকী হাজৰিকাই মোক তেখেতৰ লগত চিনাকি কৰি দিছিল। দাদা আছিল বৃহত্তৰ দিছপুৰ ৰঙালী বিহু উদ্‌যাপন সমিতিৰ প্ৰতিষ্ঠাপক সম্পাদক। গায়ক চাৰু গোহাঁই, স্বৰ্গীয় ৰিদিপ দত্ত, সমৰ হাজৰিকা, জ্যোতিপ্ৰকাশ দাস — এইসকল দাদাৰ বন্ধু। প্ৰতিমা বৰুৱা পাণ্ডেক দাদাই

প্ৰত্যেক বছৰৰ বিহু ফাংচনলৈ নিমন্ত্ৰণ কৰিছিল। তেখেতেও দাদাৰ অনুৰোধ ৰক্ষা কৰি প্ৰতি বছৰেই ফাংচনলৈ আহিছিল। দাদাক খুব মৰম কৰিছিল। দেখিছিলোঁ দাদাৰ তেখেতৰ প্ৰতি থকা অসীম শ্ৰদ্ধা। ১৯৮৯ চনত বিহুৰ বিচাৰকক আমন্ত্ৰণ কৰিবলৈ দাদা গোলাঘাটলৈ গৈ তাতে এক দুৰ্ঘটনাত পতিত হৈ মাৰ্চ মাহৰ ২৬ তাৰিখে আমাক সকলোকে কন্দুৱাই এই সংসাৰৰ পৰা চিৰবিদায় মাগিলে। তাৰ কেইদিনমানৰ পিছতেই বিহু। গীত পৰিবেশন কৰিবলৈ আহি প্ৰতিমা বাইদেৱে গ্ৰীণৰুমতে খুব কান্দিছিল। তাৰ পাছত মঞ্চত উঠিয়েই হুকহুকাই কান্দি কৈছিল - 'ৰকী নাই, এইখন বিহুতলীত মই কেনেকৈ গীত গাম?' আৰু কৈছিল —'মৃত্যুত কাৰো হাত নাই, তথাপিতো কিছুমান বিশেষ ব্যক্তিৰ মৃত্যুৱে অন্তৰত কি যে দুঃখ দি যায়!'

একেই দুঃখ দি গুচি গ'ল প্ৰতিমা বাইদেউ। অসমৰ আকাশে-বতাহে দুঃখৰ কুঁৱলি ফালি উৰি গ'ল বিষাদৰ এক ৰাগিনী - 'গেইলে কি আসিবেন।'

নভবাকৈয়ে তেখেতৰ লগত মোৰ এটি সম্পৰ্ক গঢ় লৈ উঠিছিল। পৰিচয় হোৱাৰ পাছত গুৱাহাটীলৈ আহিলে তেখেতে মোক ফোন কৰি মাতি পঠায়। সদায় থাকে 'সুৰদেৱী হোটেল'ত। বাইদেউক লগ কৰিবলৈ গৈ 'সুৰদেৱী হোটেল'ৰ মালিক বৰ্মনদাও আপোন মানুহৰ দৰে হৈ পৰে। বাইদেউ আৰু মোৰ সম্পৰ্ক ঘনিষ্ঠ হ'বৰ ২৫ বছৰৰো বেছি হ'ল। তেওঁ মোক ভনী বুলি কয়। মই চাকৰি কৰাৰ পাছত গুৱাহাটীলৈ আহিলে মোৰ ওচৰত মৰমৰ আব্দাৰ ক'ৰে -- 'লাল কাঁচেৰ চুড়ি (বেশি কৰে), লাল বিন্দি, কয়েকটা ব্লাউজ।' কেতিয়াবা নিজেই মোৰ লগত ফাঁচীবজাৰলৈ যায়। হাৱাই চেণ্ডেল পিন্ধি তাঁতৰ শাড়ীৰে বাইদেউ যেতিয়া মোৰ লগত ওলাই যায়, মই নিজেই ভাবি অবাক হওঁ—এইগৰাকীয়েই গোৱালপাৰীয়া লোকগীতৰ সম্ৰাজ্ঞীনে? অথচ কিমান সহজ-সৰল। কথা-বতৰাতো কোনো অহংকাৰ নাই। ভাবিলে আচৰিত লাগে, ৰঙা চুড়ি (খাৰু) পিন্ধা ডাঙৰ ৰঙা ফোট লোৱা, পিন্ধনত তাঁতৰ শাড়ী, ৰঙা ব্লাউজ পিন্ধি ভাল পোৱা বিৰল প্ৰতিভাৰ এইগৰাকী মহীয়সী নাৰীয়ে সলসলীয়াকৈ ইংৰাজী ভাষা ক'ব পাৰে। ৰাজ-পৰিয়ালত জন্ম, জমিদাৰৰ দুহিতা হ'লেও তেখেতে ভাল পাইছিল আড়ম্বৰহীন, সহজ-সৰল এটি স্বাধীন জীৱন।

সৰুৰে পৰা গীত শুনি ভাল পাওঁ। শিল্পীসকলৰ প্ৰতি অন্তৰত আছে গভীৰ শ্ৰদ্ধা। কাৰোবাৰ সান্নিধ্যলৈ আহিলে (সেয়া যি কোনো মানুহৰ ক্ষেত্ৰতে) অথবা সম্পৰ্ক গাঢ় হ'লে তাক পৰাপক্ষত স্থায়ী কৰিবলৈ চেষ্টা কৰোঁ। আপোন কৰি লোৱা মানুহৰ ক্ষেত্ৰতহে সেয়া সম্ভৱ হয়। কোনো কথাই কেতিয়াও একপক্ষীয় নহয়। প্ৰতিমাদিৰ ক্ষেত্ৰতো মোৰ তেনে হৈছিল যিহেতু তেখেতেহে মোক আপোন কৰি লৈছিল। মই তেখেতৰ হাজাৰ হাজাৰ গুণমুগ্ধ শ্ৰোতাৰ মাজৰহে এজন আছিলো।

বিয়াৰ পিছত মোৰ স্বামীয়ে প্ৰায়ে কয় — তোমাক গৌৰীপুৰলৈ লৈ যাম। তুমি খুব ভাল পাবা। মানুহবোৰ সহজ-সৰল, খুব ভাল। আমি গৌৰীপুৰত থাকি আহিছোঁ বহুবছৰ।

হঠাতেই সুযোগ আহিল। যেৱা ২১ অক্টোবৰত আমি গৌৰীপুৰলৈ গ'লো। মোৰ স্বামীয়ে তেখেতৰ চিনাকি মানুহবোৰৰ ঘৰলৈ লৈ গ'ল। মানুহবোৰে কৰা আতিথ্যত মই আপ্লুত হৈ পৰিলো। ভবাতকৈ মানুহখিনিক বেছি ভাল লাগিল। ঠাইখনো ভাল লাগিল। সৰু এখন টাউন। প্ৰত্যেকৰে আহল-বহল ঘৰ-দুৱাৰ। আগফালে-পাছফালে চোতাল। গছ-গছনিৰে ভৰপূৰ -- যিটো মই ভাল পাওঁ। নিজৰ শৈশৱ পাৰ কৰি আহিছোঁ নগাঁৱত সেই ধৰণেৰে। তাৰে এগৰাকী মহিলাই মোক সুধিলে -- গৌৰীপুৰলৈ আহি কেনে লাগিছে?

মই উত্তৰ দিলো -- ভবাতকৈ বহু বেছি ভাল। তথাপিতো মনত এটা দুঃখ লৈ আছোঁ।

মহিলাগৰাকীয়ে সুধিলে - দুঃখটো ক'ব পাৰিনে? যদি পাৰি কওক, মই পূৰাবলৈ চেষ্টা কৰিম। গৌৰীপুৰৰ পৰা মই মনত দুঃখ লৈ যাবলৈ নিদিওঁ।

মই ক'লো - মোৰ ইযাত দুগৰাকী ঘনিষ্ঠ মানুহ আছে। তেওঁলোকক লগ পালেহে গৌৰীপুৰলৈ অহা সাৰ্থক হোৱা যেন লাগিব। তাৰে এগৰাকী কাছেমা খাতুন, মোৰ প্ৰিয় বান্ধৱী আৰু আনগৰাকী প্ৰতিমা বৰুৱা পাণ্ডে - মোৰ বাইদেউ।

মহিলাগৰাকী গৌৰীপুৰৰ বোৱাৰী। শিৱসাগৰৰ জীয়াৰী। তেখেতৰ নাম পদ্মাৱতী (ফুকন) বৰ্মন। তেখেতে লগে লগে তেখেতৰ গাড়ীত উঠাই মোক কাছেমাৰ ঘৰলৈ লৈ গ'ল। সেইদিনা ২২ অক্টোবৰ।

২৩ অক্টোবৰত কাছেমাই মোক প্ৰতিমা বাইদেউৰ ঘৰলৈ লৈ গ'ল। যোৱাৰ আগতে মোক লৈ যাব বুলি কাছেমাই ফোন কৰি থৈছিল। সময়তকৈ আমি যোৱাত পলম হৈছিল মাটিযাবাগৰ ৰাজহাউলিৰ আগফালে চিৰিৰ এটাতে বাইদেউ অকলে বহি আছিল। তেতিয়া কাৰেন্ট নাছিল। মাটিযাবাগৰ টিলাটোৰ নামনিত ডাঙৰ টৰ্চলাইট এটা হাতত লৈ মানুহ এজন ৰৈ আছিল। কাছেমাই সুধিলে - 'তুই ধৰেয়া নাকি হাতে টৰ্চ লৈয়া? মুই ভাবলুং তুই ধৰেযাই হবি।' ভাষাটো শুনি ভাল লাগিল। গোৱালপাৰীযা দেশী ভাষা। ভূপেনদাই কোৱাৰ দৰে, অসমীযাও নহয়, বাংলাও নহয়।

ওপৰলৈ উঠি গ'লো। আন্ধাৰতে বাইদেউ অকলে বহি আছে। আমাক দেখি থিয় হ'ল। মই ভৰিত ধৰি প্ৰণাম কৰিব খোজোঁতে ক'লে - 'না না, তুমি ভৰিত ধৰিবা কিয়? তোমাৰ ঠাই মোৰ বুকুৰ মাজত।' -- এইবুলি সাৱটি ধৰিলে। মোৰ ছোৱালীজনী আৰু মোৰ স্বামীও আছিল আমাৰ লগত। বাইদেৱে মোৰ মাজনীক চুমা খাই মৰম কৰিলে। এওঁক কেনেকৈ ক'ত লগ পালো সুধিলে। মই ক'লো, --'এওঁৰ দেউতাকৰ কথা ক'লে আপুনি ভালকৈ চিনি পাব। এওঁ ডাঃ অনিল ফুকনৰ ল'ৰা। গৌৰীপুৰত যে আছিল।' বাইদেৱে অবাক হৈ সুধিলে -- 'অনিল ফুকনৰ দুজন ল'ৰা। এওঁ কোনজন?'

মই সৰুজন বুলি ক'লো। তেখেতে ক'লে -- আপুনি নকওঁ, তুমি ক'ম। ডাক্তৰ ফুকনৰ ল'ৰা হ'লেও তুমি মোৰ জোঁৱাই। কাৰণ তুমি মোৰ ভনীক বিয়া কৰাইছা। তোমাৰ

দেউতাৰাৰ কথা কওঁ শুনা — মোৰ সৰু ছোৱালীজনী জন্মৰ সময়ত তোমাৰ দেউতা নোহোৱা হ'লে মই মৰিলোহেঁতেন। তেখেতৰ হাততে তাইৰ জন্ম হৈছিল। তাইৰ নাম হাপো। ডাঙৰজনীৰ নাম তুকু। মোৰ ভালকৈ মনত আছে তোমালোকৰ দুটা ল'ৰা, মোৰ দুজনী ছোৱালী। তোমাৰ দেউতা কি যে ভাল মানুহ আছিল, গুণী ডাক্তৰ আছিল। আজিকালি এনেকুৱা ডাক্তৰ পাবাৰ নাই। ৰোগী চাই কেতিয়াও ফীজ লোৱা নাছিল। তোমাৰ শহুৰ দেউতা তেখেতেও পুতেকৰ লগত আছিল গৌৰীপুৰত। সকলোৱে শ্ৰদ্ধা কৰিছিল। তেখেতৰ নাম আছিল লক্ষ্মীনাথ ফুকন। 'আসাম ট্ৰিবিউন' কাকতৰ প্ৰথম সম্পাদক আছিল।

ইতিমধ্যে কাৰেন্ট আহিল। মোৰ ফালৰ পৰা সামান্য উপহাৰ বুলি তাঁতত বোৱা শাড়ী এখন বাইদেউৰ হাতত তুলি দিলো। শাডীখন হাত পাতি লৈ ক'লে— শাডীখানা ভিতৰে লুকাইয়া ৰাখ। এইটো কাকো নিদিওঁ। নিজে পিন্ধিম। মোৰ ভনীয়ে আনিছে।

বুজি পাইছিলোঁ, ধৰেয়াই তেওঁৰ সকলো আলপৈচান ধৰে। বাইদেৱে আমি যোৱাত খুব আনন্দিত হৈছিল। ক'ত যে কথা পাতিছিল। মন কৰিছিলো, মানুহগৰাকী আগতকৈ খীণাইছে। মই কৈছিলো - গৌৰীপুৰত পতা প্ৰমথেশ বৰুৱা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতিয়ে মোক চলচ্চিত্ৰ অভিনেত্ৰী হিচাপে সম্বৰ্ধনা জনাব খুজিছে।

বাইদেউ খুব আনন্দিত হৈছিল আৰু কৈছিল বৰ ভাল কথা। গৌৰীপুৰতহে তোমাক আচল স্বীকৃতি দিছে। মোকো সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰিবলৈ মাতিছে। গুৱাহাটীৰ 'ৰবীন্দ্ৰ ভৱন'ত পতা প্ৰমথেশ বৰুৱা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতিয়ে মোক অনুষ্ঠানলৈ মুখ্য অতিথি কৰি মাতিছিল বুজিছা? কি ডাঙৰ বেনাৰ — মুখ্য অতিথি প্ৰতিমা বৰুৱা পাণ্ডে। দেখিয়েই মনটো ভাল লাগি গৈছিল। শিল্পীযেনো আৰু বিচাৰে কি?

ঘৰখনলৈ চকু ফুৰাইছিলো। ৰাজহাউলিৰ আভিজাত্য কিছু ম্লান পৰিছে। এচুকত শ্বেলফ এখনত তেখেতৰ পুৰস্কাৰ, মানপত্ৰ, নিজে চিকাৰ কৰা বাঘৰ মূৰ ধুনীয়াকৈ সংৰক্ষিত কৰি থৈছে। মোৰ এনে লাগিছিল, শেষৰ ফালে যেন বাইদেউৰ কিছু আৰ্থিক সংকটে দেখা দিছিল। ধৰেয়াৰ বাহিৰে ঘৰত কাকো নেদেখি সুধিছিলো -- ভিনদেউ ক'ত? কৈছিল — ডাঙৰ ছোৱালীৰ লগত আছে। তাই ওচৰতে থাকে। এই প্ৰকাণ্ড ঘৰটোত মই আৰু ধৰেয়া। ওপৰতলাত মা থাকে। বিখ্যাত হাতী চিকাৰী পাৰ্বতী বৰুৱাৰ মা থাকে। নাম বীণা বৰুৱা। পিছফাললৈ ঘৰুৱা কথা সোধাত তেখেতৰ মাতটো থোকাথুকি হৈছিল। সেয়ে তেখেতৰ মনটো ভাল লগাবলৈ ভূপেন হাজৰিকাৰ কথা উলিয়ালো। কিছু দেৰি থমকি ৰৈ তেখেতে ১৯৫৭ চনৰে পৰা আৰম্ভ কৰি বহু কথা ক'লে। মই জোকালো — ভূপেনদাৰ গীতৰ 'গৌৰীপুৰীয়া গাভৰুজনী' আপুনি নহয় জানো? 'ধুৰ পাগলী' বুলি শাড়ীৰ আঁচলেৰে মুখখন ঢাকি খুব হাঁহিলে। গীতটো গালে —'গৌৰীপুৰীয়া গাভৰু দেখিলোঁ হাতী ধৰিবলৈ গৈ' বুলি। ৰৈ ক'লে - ভূপেনদা হাতী ধৰিব পৰা মানুহ

নেকি। ইমান সাহস আছে? গীতটো ভূপেনদাই আমাৰ গোৱালপাৰীয়া গীত এটাৰ সুৰতহে গাইছে বুলি আচল গীতটো গাই শুনালে। লগতে নিজৰ গীত কেবাটাও গালে। আহিবৰ সময়ত চুমা এটা খাই ক'লে - আকৌ আহিবা মাটিয়াবাগলৈ।

২১ ডিচেম্বৰ। বাতৰি কাকতত দেখিলোঁ প্ৰতিমা বৰুৱা পাণ্ডে অসুস্থ। লগে লগে গৌৰীপুৰলৈ ফোন কৰিলো। পাণ্ডে ছাৰে ফোন ধৰিলে। ক'লে -- ধুবুৰীৰ হস্পিটালত আছে। ছেলাইন দি আছে। খুব দুৰ্বল। অলপ ভাল পালেই গুৱাহাটীলৈ লৈ যাম।

ৰাতি কাছেমা খাতুনে ফোন কৰিলে -- ডৰিণ, গধূলি আঠ বজাত ধুবুৰী ছাত্ৰ সন্থাৰ ল'ৰাখিনিয়ে বাইদেউক গুৱাহাটীলৈ লৈ গৈছে। নিউৰ'লজিকেল ৰিৰ্চাছ চেন্টাৰলৈ। বাইদেৱে যাব খোজা নাই। ঠাগুাত ভৰিত মোজা পিন্ধাই দিব খোজোতে কৈছে--- 'জীৱনে হাৱাই চেণ্ডেল পিন্ধিয়া গেল। অখন, মোজা পিন্ধুম।' মোজা নিপিন্ধিলে। কৈছে -- 'ইয়াত মোক ৰিক্সাৱালা-ঠেলাৱালায়ো চিনে। গুৱাহাটীত ডৰিণ আছে নহয়, ডৰিণ আহিব, আপুনি যাওঁক। প্ৰতিমা বাইদেৱে সুধিছিল -- সঁচাকৈয়ে ডৰিণ আহিবতো?

গোটেই নিশা মই শুব নোৱাৰিলো। ৰাতিপুৱাই উঠি নিউৰ'লজিকেল ৰিৰ্চাছ চেন্টাৰ পালোগৈ। গৈয়েই ৰিচেপ্চন কাউন্টাৰত বাইদেৰ কথা সোধাত আছুৰ কামৰূপ শাখাৰ সভাপতি নিৰ্মল বৈশ্যই আগবাঢ়ি আহি ওচৰৰে 'মাখন ল'জত থকা পাঁচ নম্বৰ ৰূমলৈ লৈ গ'ল। তাতে পাণ্ডে ছাৰ আছিল। মই ডৰিণ বুলি কোৱাৰ লগে লগে তেখেতে ওলাই আহি মোক বাইদেউৰ ওচৰলৈ লৈ গ'ল। বাইদেউক আলট্ৰাছাউণ্ড কৰিবলৈ সাজু কৰিছিল। মই বাইদেউক দেখা এটা দি ওলাই আহিছিলো, কাৰণ তাত দুজন মানুহ থাকিবলৈ নিদিয়ে। গতিকে পাণ্ডে ছাৰক ভিতৰত থৈ আহিছিলো। বাহিৰত আহি দেখিছিলো ধুবুৰী ছাত্ৰ সন্থাৰ কেবাজনো ল'ৰা। 'আমাৰ অসম' কাকতৰ ফটোগ্ৰাফাৰ মনোজ ডেকা, গৌৰীপুৰ সমষ্টিৰ বিধায়ক বলেন্দ্ৰ কুমাৰ মুছাহাৰী আৰু তেখেতৰ পত্নী। ইতিমধ্যে চিকিৎসকসকল তৎপৰ হৈ উঠিছিল বাইদেউক আই.চি.ইউলৈ নিবৰ বাবে। বাইদেৱে অলপ ভয় খোৱা যেন লাগিছিল। মই ওচৰলৈ গৈ আশ্বাস দি কৈছিলো -- বাইদেউ, ভয় নাখাব। মই আপোনাৰ ওচৰতে আছোঁ।

বাইদেৱে ক'লে -- তোমাৰ বাবে বাটচাই আছোঁ। কিয় ইমান দেৰি হ'ল?

ৰোগী নিয়া বিছনাখনত ধৰি আই.চি.ইউলৈ নিয়ালৈকে লিফ্টত বাইদেউৰ লগত মই গৈছিলো। আই.চি.ইউ. পোৱাৰ পাছত কাকো সোমাবলৈ দিয়া নাছিল। ডাক্টৰ এজনক সুধিছিলো -- অৱস্থাটো কেনে? তেখেতে কৈছিল - ফিফ্টি ফিফ্টি চান্সেছ। বৰ বেয়া লাগিছিল বাইদেউক অকলে পঠাব লগা হোৱাত। ওচৰতে বৈ আছিলো। গম পাইছিলো -- ছাত্ৰ সন্থাই বাইদেউৰ সকলো দায়িত্ব লৈছে। মই ওপৰত বৈ থাকোঁতেই দৌৰাদৌৰিকৈ তাত আহি উপস্থিত হৈছিলহি বাইদেউৰ ভনীয়েকৰ ল'ৰা শীকান্ত। তেখেতে বাইদেউক দেখা নাপাই কান্দি দিছিল। 'মাখন ল'জ'ত গৌৰীপুৰৰ মানুহ, আত্মীয় স্বজন আৰু গুৱাহাটীত

থকা গৌৰীপুৰৰ মানুহ অনবৰতে ভৰি আছিল। দেখিছিলো নিখিলেশ বৰুৱা, ৰূপম বৰুৱাক। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিলো বাইদেউৰ ভাল হয় যেন। বাইদেউক হস্পিটালত ভৰ্তি কৰাৰ দিনাই দুপৰীয়া একমান বজাত ড° ভূপেন হাজৰিকাই বিশেষ অনুমতি লৈ তেখেতক দেখা কৰে। বাইদেউৰ লগত কি কথা পাতিছিল সেইয়া পিচদিনা বাতৰি কাকতত ফটোৰে সৈতে আমি দেখিছিলো। পিছদিনা আবেলি পাওে ছাৰৰ পৰা এটেনডেন্টৰ কাৰ্ড দুখন লৈ মই আৰু মোৰ স্বামী দিৱস ফুকনে তেখেতক চাবলৈ গৈছিলো। আগদিনাতকৈ চেহেৰাৰ বহুত পৰিবৰ্তন দেখিছিলো। গোটেই মুখমণ্ডল আৰু চকুকেইটাত যেন কোনোবাই হালধি সানি থৈছে। মনটো মোৰ সেমেকি উঠিল। এওঁক কৈছিল -- 'জীৱনে কোনোদিন হাস্পতাল থাকি নায়। এখন দুইখান হাত বান্ধিয়া থৈছে। মুই কি কৰোং।'

আমি ভূপেনদাৰ লগত তেখেতৰ ফটো ওলোৱা বুলি ক'লো।'

ঃ আহা। - শুনি যে বাইদেৱে কি এটা হাঁহি মাৰিলে। তেখেতৰ জীৱন যেন ধন্য হৈ গ'ল। এওঁৰ আগত গৌৰৱ কৰি ক'লে-- অল আছামৰ যে, হে'ড সমুজ্জ্বল ভট্টাচাৰ্য আহিছে মোক চাবলৈ, মোৰ চিকিৎসাৰ দায়িত্ব লৈছে।

মোক কৈছিল মোৰ হাতৰ মুৰ্গীৰ চুপ খাব। দুটা ইলাচি, দুটা তেজপাত দি বনালেই হ'ল। এখন গামোচা, এটা কাঁচৰ গিলাছ আৰু দুখন পাণ লাগে। জৰ্দা দিব নালাগে। ডাক্তৰে খাবলৈ নিদিব।

পিছে, বাইদেউক মই একো বস্তু দিবলৈ যাব নোৱাৰিলো। চুপ বনাই নি বহুত অনুনয় বিনয় কৰিলোঁ আই.চি.ইউৰ দুৱাৰমুখত থকা ৰখীয়াজনৰ পৰা ডাক্তৰলৈকে। সেয়ে যে শেষ দেখা হ'ব ভবা নাছিলো। বাইদেৱে মোক ঋণী কৰি থৈ গ'ল। মৰমৰ ধৰুৱা কৰি থৈ গ'ল। মুম্বাইৰ পৰা ডাক্তৰ অনাই বাইদেউৰ স্বাস্থ্যৰ পৰীক্ষা কৰোৱা হৈছিল। ধুবুৰীৰ পৰা ফইজল হক শে্খে কৈছিল -- বাইদেৱে কৈ থৈছে, তেখেতৰ যদি মৃত্যু হয়, পাছৰ সকলো দায়িত্ব ছাত্ৰ সন্থাই ল'লে তেখেতে বৰ ভাল পাব। সুখী হ'ব। মই সেই কথা সমুজ্জ্বল ভট্টাচাৰ্যক নিজে লগ পাই কৈছিলো 'মাখন ল'জ'ত। বাইদেউ নাৰ্চিং হোমত থকা কেইদিন অসংখ্য গুণমুগ্ধৰ ভিৰ হৈছিল। কোনোবাই দেখা কৰিব পাৰিছিল, কোনোবাই নোৱাৰিছিল। ধুবুৰী জিলা ছাত্ৰ সন্থাৰ সভাপতি আৰু তেওঁৰ লগৰ কেবাজনো ল'ৰা সদৌ অসম ছাত্ৰ সন্থাৰ নেতৃবৰ্গকে ধৰি কামৰূপ জিলা ছাত্ৰ সন্থাৰ সভাপতি,সম্পাদক সকলোৱেই অনবৰতে নাৰ্চিং হোমত আছিল।

২৭ তাৰিখে পুৱা মিঠু বৌয়ে (মনীষা হাজৰিকা) ফোন কৰি ক'লে-- ডৰিণ, খবৰটো পালিনে? প্ৰতিমা বাইদেউ আৰু নাই। ভাবিবলৈকে বেয়া লাগিছে অ'। বহুত পুৰণা কথা মনত পৰিছে।

বাইদেউ হস্পিটালত থকাৰে পৰা সদায় নাৰ্চিং হোমলৈ গৈছিলো। ২৬ তাৰিখে ৰাতি নটালৈকে আছিলো, কিন্তু দুঃখ লাগিছে বাইদেউৰ কাৰণে, একোৱেই কৰিব

নোৱাৰিলো। মিঠু বৌৰ ফোনটো পোৱাৰ পাছত মোৰ হাত-ভৰি কঁপিছিল। যেনেকৈ আছিলো তেনেকৈয়ে নাৰ্চিং হোম পালোগৈ।

গৈয়ে দেখিলো এগাল নাৰ্জি ফুলৰ মাজত শুই আছে প্ৰতিমা বাইদেউ। এই নিদ্ৰা যে চিৰনিদ্ৰা। বাইদেৱে যে আৰু কথা নকয়, গান নাগায়। এনেকুৱা লাগিছিল বুকুখন যেন ফাটি চিৰাচিৰ হৈ গৈছে। গৌৰীপুৰৰ পৰা অহা পম, প্ৰবীৰ বৰুৱা দাদাই কান্দি কান্দি কৈছিল -- বাইদেউক জীৱিত অৱস্থাত দেখাই নাপালোঁহি। গৌৰীপুৰ শূন্য হৈ গ'ল। বাইদেউৰ মাতৃ (প্ৰকৃতিশ বৰুৱাৰ দ্বিতীয়া পত্নী) বীণা বৰুবাই মোক ধৰি কান্দি কান্দি কৈছিল -- দেখিছা তাই কেনেকৈ আমাক ফাঁকি দি গুচি গ'ল। যাব লাগিছিল মই, গ'ল তাই। প্ৰতিমা অবিহনে গৌৰীপুৰত কেনেকৈ থাকিম? গদাধৰ নদীত একেলগে সাঁতুৰি-নাদুৰি গা ধুইছিলো। তাই মোৰ বান্ধবীৰ দৰে আছিল। মই তাইতকৈ মাত্ৰ তিনিবছৰৰ ডাঙৰহে আছিলো। মাটিয়াবাগ শূন্য হৈ গ'ল।

অসমৰ মুখ্যমন্ত্ৰী তৰুণ গগৈ সাংস্কৃতিক বিভাগৰ মন্ত্ৰী প্ৰণতি ফুকন, ড ভূপেন হাজৰিকা, ড বীৰেণ্দ্ৰ দত্ত, সমুজ্জ্বল ভট্টাচাৰ্যকে আদি কৰি অসংখ্য গুণমুদ্ধ লোকে গীতৰ শীতলতাকো নেওচি নিউৰ'লজিকেল ৰিচাৰ্চ চেন্টাৰলৈ আহি বাইদেউৰ নশ্বৰ দেহত পুষ্পমালা প্ৰদান কৰি শেষ শ্ৰদ্ধা জনাইছিল। বাইদেউৰ বুকুত জিলিকি আছিল এখন বগা পতাকা -য'ত লিখা আছিল 'সদৌ অসম ছাত্ৰ সন্থা'। পিচত চৰকাৰে বাইদেউৰ চিকিৎসাৰ দায়িত্ব ল'লেও আচল দাযিত্ব কান্ধপাতি লৈছিল সদৌ অসম ছাত্ৰ সন্থাই। তেওঁলোকৰ তত্ত্বাবধানতে বাইদেউৰ নশ্বৰ দেহ 'স্বৰ্গৰথ'ত তুলি এটি শোভাযাত্ৰা আৰম্ভ কৰিছিল। মোকো কোনাবাই 'স্বৰ্গৰথ'ত উঠিবলৈ কৈছিল। মই কথাটো ভালেই পালো। গৌৰীপুৰৰ পৰা অহা প্ৰবীৰদাক কৈযে থৈছিলো - বাইদেউৰ নশ্বৰ দেহৰ লগত মহিলা কোনো নগ'লে ময়েই যাম। মোক গাড়ীত উঠা দেখি আৰু দুগৰাকী প্ৰতিমা বাইদেউক ভাল পোৱা মহিলা গাড়ীত উঠিলহি। তেওঁলোক হ'ল - গায়িকা অঞ্জু দেৱী আৰু অভিনেত্ৰী চেতনা দাস। মই প্ৰবীৰদাকো উঠি ল'বলৈ দিলো। তেখেতো উঠিল। সমুজ্জ্বল ভট্টাচাৰ্য প্ৰমুখ্যে ছাত্ৰ সন্থাৰ নেতৃবৰ্গ আৰু ভূপেনদাও উঠিল 'স্বৰ্গৰথ'ত। কাৰো মুখত মাত নাই। কেৱল ধূপ-ধূনাৰ গোন্ধ। মৃত্যু চিৰন্তন সত্য হ'লেও বে'তিয়াবা ই মানুহৰ মনত অসহনীয় বেদনাৰ বোজা দি থৈ যায়। কিছুমান লোক মৰিও অমৰ হয়। গাড়ীত বহি যাওঁতে তেখেতৰ মুখলৈ চাই ভাবিছিলো — শিল্পীৰ মৰণ নাই। পাৰ্থিব দেহটোৰ পৰা আঁতৰি গ'লেও সকলোৰে মনৰ মাজত সদায় জীয়াই থাকিব গাই থৈ যোৱা অলেখ গীতৰ মাজেৰে প্ৰতিমাদি। গাড়ীৰ সমুখত এখন বেনাৰ — 'প্ৰতিমা বৰুৱা পাণ্ডে অমৰ হওক।' 'স্বৰ্গৰথ'ৰ পিছত বহুতো গাড়ী আৰু মটৰ চাইকেল। প্ৰথমেই তেখেতৰ নশ্বৰ দেহ 'ছহিদ ভৱন'লৈ নিয়া হয়। তাৰপাছত অগপৰ কাৰ্যালয়, ৰবীন্দ্ৰ ভৱন, কটন কলেজ, সুৰদেৱী হোটেল আৰু শেষত আকাশবাণী গুৱাহাটী কেন্দ্ৰত অগণন ৰাইজে তেখেতক শেষ শ্ৰদ্ধাঞ্জলি আগবঢ়ায়।

প্ৰতিমা বাইদেউৰ আশা পূৰ্ণ হ'ল। প্ৰচণ্ড শীতকো নেওচি সদৌ অসম ছাত্ৰ সন্থাই এই গধুৰ দায়িত্ব বহন কৰি গুৱাহাটীলৈ আনি তেখেতৰ চিকিৎসা কৰোৱাৰ পৰা তেখেতৰ নশ্বৰ দেহ গৌৰীপুৰলৈ নি অন্ত্যোষ্টিক্ৰিয়া কৰালৈকে গোটেইখিনি কৰি এই মহান শিল্পীগৰাকীক প্ৰকৃত মৰম আৰু শ্ৰদ্ধা দেখুৱাই তেখেতৰ আশা পূৰ্ণ কৰাত মই ব্যক্তিগতভাৱে সমুজ্জ্বল ভট্টাচাৰ্য প্ৰমুখ্যে সদৌ অসম ছাত্ৰ সন্থাক ধন্যবাদ জনালো।

গোৱালপাৰীয়া লোকগীতৰ সম্ৰাজ্ঞী 'পদ্মশ্ৰী' প্ৰতিমা বৰুৱা পাণ্ডে - যিগৰাকীয়ে ডি.লিট উপাধি পোৱাৰ পিছতো হাঁহি হাঁহি বোলে কৈছিল -- 'উপাধিৰে কি হ'ব ? মাটিৰ মানুহ মই, মানুহৰ লগতে মোৰ সম্পৰ্ক।' গাইছিল - 'মানৱ দেহা মাটিৰ ভাণ্ড, ভাঙিলে হৈবে খণ্ডৰে খণ্ড।'

প্ৰতিমা বাইদেৱে মানুহে তেখেতক প্ৰতিমা পাণ্ডে অথবা প্ৰতিমা পাণ্ডে বৰুৱা বুলিলে খুব বেয়া পাইছিল। কৈছিল - মই প্ৰথমে প্ৰতিমা বৰুৱা, তাৰ পিছতহে পাণ্ডে। লেখিকা মঞ্জুলা হাজৰিকা (ভন বা) আৰু মই কথা পাতিছিলো - বাইদেউৰ লগত বাদ্যযন্ত্ৰত সংগত কৰা কেইজনৰ অৱস্থা এতিয়া কি হ'ব ? প্ৰকৃত অৰ্থত তেওঁলোকহে ঘাট-মাউৰা হ'ল। বাদ্যযন্ত্ৰৰ সংগী এজন বাইদেউৰ নিজৰ ডাঙৰ জোঁৱায়েক। তেখেতৰ নাম অভিজিত। প্ৰতিমা বৰুৱা পাণ্ডে নিজেই এটি অনুষ্ঠান আছিল। শুনিবলৈ পাইছোঁ, তেখেতৰ গীতৰ কোনো শিক্ষাগুৰু নাছিল আৰু নাছিল তেখেতৰ গীতৰ কোনো শিষ্যও। হাতীৰ পিঠিত উঠি দেউতাকৰ সংগী হিচাপে চিকাৰলৈ যাওঁতে মাউতৰ মুখে শুনা 'দেশী গীত'ৰ মিঠা সুৰ আৰু মাছমৰীয়াসকলে সুৰ লগাই গোৱা গীতৰ সুৰে প্ৰতিমা বৰুৱাৰ মনত পুলক জগাইছিল। মন হৈছিল আকৃষ্ট। ক'ব নোৱাৰাকৈয়ে তেওঁৰ কণ্ঠৰ পৰা ওলাই আহিছিল দেশী গীতৰ সুৰ।

প্ৰতিমা বৰুৱা পাণ্ডেৰ অবিহনে গৌৰীপুৰ শূন্য হৈ গ'ল। গোৱালপাৰীয়া লোক-সংগীতৰ এক সোণালী অধ্যায়ৰ সমাপ্তি ঘটিল।

তেখেতে বোলে কৈ গৈছিল -- চিৰবিদায় বেলিকা তেখেতক যেন উৰুলি দি বিদায় দিয়া হয়। সেয়ে এটি শোকাকুল পৰিবেশত আকাশবাণী গুৱাহাটী কেন্দ্ৰত উৰুলি দি চিৰবিদায় দিছিলোঁ প্ৰতিমা বাইদেউক। ভগবানৰ কি লীলা, আকাশবাণী গুৱাহাটী কেন্দ্ৰ যোগে তেখেতৰ গীতৰ লগত পৰিচয় হৈছিলোঁ, আকৌ আকাশবাণী গুৱাহাটী কেন্দ্ৰতেই শেষ বিদায় দিলোঁ। কোনোদিনে লগ নোপোৱাৰ প্ৰতিশ্ৰুতিৰে গ'লগৈ তেওঁ -- কপালত ৰঙা ফোট জিলিকাই, কাকো মাত নলগোৱাকৈ, এবুকু বেদনা দি শীতৰ এটি সেমেকা পুৱাত।

ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ, তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক। স্মৃতিৰ পাপৰিৰে গাঁথা মালাধাৰিৰে তেখেতলৈ যাচিছোঁ অশ্ৰুঅঞ্জলি।



# ৰাজ পৰিয়ালৰ পৰা গণমঞ্চলৈ...

□ মেঘালী চক্ৰৱৰ্তী ফুকন

অসমৰ প্ৰসিদ্ধ গৌৰীপুৰ চহৰৰ মহামায়া খেলপথাৰত সদৌ অসম ছাত্ৰ সন্থাৰ উদ্যোগত আৰু বৃহত্তৰ ধুবুৰী-গৌৰীপুৰ অঞ্চলৰ বিভিন্ন সামাজিক সংগঠনসমূহৰ সহযোগিতাত ১৯৮৮ চনত এখন গণ সম্বৰ্ধনা অনুষ্ঠান অনুষ্ঠিত হৈছিল। উদ্দেশ্য উক্ত বছৰটোত সংগীত নাটক অকাডেমী পুৰস্কাৰ পোৱা প্ৰতিমা পাণ্ডে বৰুৱা তথা সাহিত্য একাডেমী পুৰস্কাৰ পোৱা প্ৰসিদ্ধ সাহিত্যিক-শিক্ষাবিদ শীলভদ্ৰক (ৰেবতী মোহন দত্ত চৌধুৰী) তেখেতসকলৰ জন্মস্থান গৌৰীপুৰ চহৰত সম্বৰ্ধনা জ্ঞাপন কৰা! একে ঠাইৰ বাসিন্দা দুগৰাকীয়ে নিজা নিজা কৰ্মক্ষেত্ৰত পাৰদৰ্শিতা দেখুওৱা বা যশস্যা লাভ কৰাটোত নতুনত্ব নাথাকিব পাৰে। কিন্তু একেটা বছৰতে সংগীত তথা সাহিত্যৰ দৰে দুটা দিশত অকাডেমী পুৰস্কাৰৰ দৰে যশস্যা কঢ়িয়াই আনোতা দুগৰাকী একেখন ঠাইৰে লোক হোৱাটোহে বিৰল। গোৱালপাৰীয়া মানুহৰ বাবে ই আছিল এটা উত্তেজনাপূৰ্ণ আনন্দৰ বতৰা। ব্যক্তিগতভাৱে এনে এটা অনুষ্ঠানৰ আয়োজনৰ সমভাগী হ'বলৈ পাই উৎসাহবোধ কৰিছিলো। আমাৰ পৰিয়ালটোৰ সৈতে গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ এটা নিবিড় সম্বন্ধ আছিল। সেই সূত্ৰে প্ৰতিমা পাণ্ডে বৰুৱা (পিসি)ৰ যাদুকৰী সুৰত একাত্ম হোৱাৰ সুযোগ মনত নপৰা দিনৰ পৰা পাইছিলো আৰু বিভিন্ন সময়ত তেখেতৰ কণ্ঠৰ সুৰত তাল মিলাই মঞ্চত নৃত্য পৰিবেশনৰো সুযোগ মিলিছিল।

গোৱালপাৰীয়া গীত-নৃত্যক শ্ৰদ্ধেয়া প্ৰতিমা পাণ্ডে বৰুৱাই ভাৰতৰ সংগীত জগতত সুখ্যাতিৰে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। প্ৰতিমা পাণ্ডে বৰুৱা 'এক বলিষ্ঠ ব্যক্তিত্ব'... মাটিৰ সুৰ, গ্ৰাম্য হোজা দেশী শব্দৰ ব্যৱহাৰেৰে গোৱালপাৰীয়া প্ৰাণৰ ভাষাক সুৰলৈ ৰূপান্তৰিত কৰা চহা খাটিখোৱা মানুহৰ (মানুষ) মনত গভীৰ সাঁচ পোলোৱা 'গণশিল্পী' প্ৰতিমা পাণ্ডেৰ জন্ম এটি ৰাজ পৰিয়ালত। 'ৰাজদুহিতা' মাটিৰ সুৰৰ মূৰ্চ্ছনাৰে মানৱ প্ৰাণ আকৰ্ষণ কৰা শক্তিৰ অধিকাৰিণী প্ৰতিমা পাণ্ডেৰ পূৰ্বপুৰুষৰ প্ৰতিষ্ঠিত এক অতি দীঘলীয়া অতীত আছে। যি ইতিহাসৰ পটভূমিত শিল্পীগৰাকীৰ প্ৰতিভাই পূৰ্ণাংগ ৰূপ পাইছিল।

ৰঙামাটি বা গৌৰীপুৰৰ ৰাজ পৰিয়াল (জমিদাৰী) বুলিলে কেইবা শতিকাজোৰা এক দীঘলীয়া ইতিহাস...। এই ইতিহাস অনেক দীঘলীয়া কাহিনীৰে পৰিপূৰ্ণ, উত্থান-পতন আৰু সংঘাতেৰে ভৰা। এই ইতিহাসৰ বুকুতে জন্ম হৈছিল সুশাসক কবীন্দ্ৰ পাত্ৰ, সমাজকৰ্মী কৰ্তা ৰায়বাহাদুৰ প্ৰতাপ চন্দ্ৰ বৰুৱা, ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, প্ৰথিতযশা নাবোন্মেষাশীল প্ৰতিভামণ্ডিত শিল্পী প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ।

ইংৰাজ শাসনৰ কালৰ সদৰ চহৰ (১৯০৩ চন) ধুবুৰী আৰু গৌৰীপুৰ চহৰৰ বিভিন্ন অনুষ্ঠান, সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠান এই ৰাজ পৰিয়ালৰ অৱদানেৰে গঢ় লৈ উঠে। অসমৰ এই প্ৰখ্যাত ৰাজ পৰিয়ালটোৰ আদি পুৰুষ হ'ল মণ্ডখ দাস। তেওঁক অষ্টম শতিকাৰ লোক বুলি ধৰা হয়। মণ্ডখ দাসৰ বংশৰ ২১তম পুৰুষ কবীন্দ্ৰ পাত্ৰ। তেওঁৰ ককাক নৰহৰি ৰায়ে কোচবিহাৰৰ ৰজা বিশ্বসিংহৰ মন্ত্ৰিত্ব পদ লাভ কৰি 'ৰায়' উপাধি পৰিত্যাগ কৰি বৰুৱা উপাধি গ্ৰহণ কৰিছিল। এই নৰহৰি (ৰায়) বৰুৱাৰ নাতি কবীন্দ্ৰ পাত্ৰৰ শাসনাধীন চাৰি চিৰকাভুক্ত অঞ্চল ৰংপুৰ বৰ্তমানৰ বাংলাদেশৰ পৰা গুৱাহাটীলৈ বিস্তৃত আছিল। এই বিস্তীৰ্ণ অঞ্চলৰ ৰাজহ, শাসন, শান্তিৰক্ষা, অপৰাধ, দেৱানী আৰু অসামৰিক শাসন ব্যৱস্থাৰ কৰ্তৃত্ব এই জমিদাৰীয়ে লাভ কৰিছিল। তেওঁৰ পুত্ৰ 'ৰঘুনাথ'-এ (পৰীক্ষিত নাৰায়াণৰ মন্ত্ৰী আছিল) অসীম জ্ঞান আৰু পাণ্ডিত্যৰ বাবে 'কবিশেখৰ' উপাধি পাইছিল। গৌৰীপুৰৰ ৰাজ পৰিয়ালত সাহিত্য-সংগীতৰ সংযোজনাত এইগৰাকী ব্যক্তিৰ নাম নল'লৈ এই ইতিহাস আধৰুৱা হৈ থাকিব।

১৮৮৫ চনত কৰ্তা ৰায়বাহাদুৰ প্ৰতাপ চন্দ্ৰ বৰুৱাৰ দিনত ৰঙামাটিৰ পৰা ৰাজধানী গৌৰীপুৰলৈ উঠাই অনা হয়। তেওঁৰ দিনতে ১৮৬৯ চনত ধুবুৰী চহৰখন চৰকাৰক দান কৰে। ১৮৮০ চনত কৰ্তা ৰায়বাহাদুৰৰ মৃত্যু হয়। তেখেত নিঃসন্তান হেতু গৌৰীপুৰৰ ৰাজ পৰিয়াল উত্তৰাধিকাৰহীন হৈ পৰিছিল। তেওঁৰ চাৰিগৰাকী পত্নীৰ তিনিগৰাকী ঘুল্লা অঞ্চলৰ (আগমনি-ৰংপুৰ অঞ্চলৰ অংশবিশেষ) আছিল। বৰৰাণী ভবানী প্ৰিয়াই ঘড়িয়ালডাঙা (বৰ্তমানৰ হালাকুৰা, সীমান্তবৰ্তী আগমনি অঞ্চলত অধিষ্ঠিত) দশৰথ বসুৰ বংশৰ 'বুদ্ধিকান্ত'ক পোষ্যপুত্ৰ হিচাপে দত্তক গ্ৰহণ কৰিছিল । বুদ্ধিকান্তই ১৯০১ চনত 'ৰাজা' প্ৰভাত চন্দ্ৰ বৰুৱা নামেৰে ৰাজ পদবী লাভ কৰে। ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাই দলগোমা সত্ৰৰ জীয়াৰী ৰাণী সৰোজবালাক বিয়া কৰাইছিল। তেওঁলোকৰ তিনিজন ল'ৰা আৰু দুজনী ছোৱালী ।

**ৰাজকুমাৰ প্ৰমথেশ বৰুৱা, ৰাজকুমাৰী নীহাৰবালা বৰুৱা, ৰাজকুমাৰী নীলিমা বৰুৱা, ৰাজকুমাৰ প্ৰকৃতিশ বৰুৱা (লালজী) আৰু ৰাজকুমাৰ প্ৰণৱেশ বৰুৱা - যিসকলৰ উত্তৰাধিকাৰীয়ে আজি গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ বংশ ইতিহাসৰ স্বাক্ষৰ বহন কৰি আছে।**

**এনে এটা বংশত ১৯৩৪ চনৰ ৩ অক্টোবৰ (২০ আহিন), কৃষ্ণ চতুৰ্দশী, দেওবাৰ, মহালয়া তিথিত বিখ্যাত হাতী চিকাৰী প্ৰকৃতিশ চন্দ্ৰ বৰুৱা (লালজী)ৰ প্ৰথমা কন্যা**

প্ৰতিমা বৰুৱাৰ জন্ম হয়। প্ৰতিমাৰ মাতৃৰ বংশটোৰ ইতিহাসো অকণমান বেলেগধৰণৰ। সেই সময়ত গৌৰীপুৰৰ জমিদাৰীৰ মৰাপাট ব্যৱসায়ৰ ডাঙৰ কোম্পানী আছিল। কোম্পানীটোৰ কাৰিকৰী দিশৰ পৰিচালনা কৰিছিল এজন খ্ৰীষ্টান স্কটলেণ্ডবাসীয়ে - নাম জে আৰ মেলহুইছ চাহাব। এই চাহাবজনে মৰাপাট কলত কাম কৰা মজদুৰ মাল্লাৰ জীয়ৰী এগৰাকী বিয়া কৰাইছিল। তেওঁলোকৰ পাঁচগৰাকী সন্তানৰ দ্বিতীয়গৰাকী কন্যা মালতীক প্ৰকৃতিশ চন্দ্ৰ বৰুৱাই বিয়া কৰাইছিল। শুনামতে জেদী লালজীৰ বিৰুদ্ধে নগৈ ৰাজা প্ৰভাত চন্দ্ৰই কলকাতালৈ লৈ গৈ মেনহুইছক সপৰিয়ালে হিন্দু ধৰ্মত দীক্ষিত কৰি মালতীৰ সৈতে পুত্ৰ লালজীৰ বিয়া সম্পন্ন কৰিছিল। প্ৰতিমা বৰুৱাৰ পিচত লালজী আৰু মালতী বৰুৱাৰ আৰু দুটি কন্যা সন্তান ক্ৰমে পূৰ্ণিমা বৰুৱা (হাতী চিকাৰী) আৰু প্ৰতিভা বৰুৱা (তেখেত ত্ৰিপুৰাৰ ৰাজ পৰিয়াললৈ বিয়া হয়)ৰ জন্ম হয়।

'মাটিয়াবাগ'ৰ ঐতিহ্যমণ্ডিত ৰংঘৰটোৰ পৰা সুৰৰ মূৰ্চ্ছনা তোলা গণশিল্পী প্ৰতিমা পাণ্ডেৰ গীত- 'দিনে দিনে খসিয়া পৰিবে ৰংগিলা দালানেৰ মাটি গোসাইজী -- কোন ৰঙে...' সত্যতা শিল্পীগৰাকীৰ চিৰ নিদ্ৰাৰ লগে লগে অনুভৱ কৰিছে। ইমান দিনে ৰাজহাউলী (দাল্যান)ৰ মাটি খহি পৰি পৰি ভগ্নাৱশেষ আছিলগৈ, তথাপি শিল্পী প্ৰতিমাই বৰ্তমান ৰংবিহীন দালান পোহৰাই আছিল - য'ত আছিল তেখেতৰ ব্যক্তিত্ব আৰু মাতৃসুলভ আবেগ। যি প্ৰতিমাই নিজৰ বংশলৈ, গৌৰীপুৰ আৰু অবিভক্ত গোৱালপাৰা জিলা তথা ৰংপুৰ অঞ্চলৰ লোক-সংস্কৃতিলৈ যি অৱদান আগবঢ়ালে সি অতুলনীয়।

গোৱালপাৰীয়া লোক-সংস্কৃতিৰ এটি অধ্যায়ক গতিশীল ৰূপ দি সংগীত দৰবাৰত স্বীকৃতি লভাৰ যোগ্যতা আনি দিছিল তেখেতৰ নীৰব একান্ত সাধনাৰে। আজি মাথোন মনত পৰিছে তেখেতৰ এটি গীতৰ কলিলৈ - 'ৰাধাৰা বাঁশেৰ মাঝে / উৰাইল ভম্ৰাৰে'....। ৰাধাৰূপী ৰাজকুঁৱৰী মাটিৰ মানুহৰ সৈতে মিলি (বাঁহৰ আঁৰত) থকা ভোমোৰা আজি উৰি গ'ল কোনোবা অজান দেশলৈ।



# অসমীয়া সংস্কৃতিলৈ প্ৰতিমা পাণ্ডে বৰুৱাৰ অৱদান

□ শংকৰ দাস

'তোমৰা গেইলে কি আসিবেন,
মোৰ মাহুত বন্ধু ৰে"
.............
..........
সত্য কৰিয়া কনৰে মাহুত,
কোনবা দেশে বাৰী ৰে।'

সুকুমাৰ কলাকে ধৰি জীৱনৰ মান আৰু কৰ্ম বিভাজনৰ বিভিন্ন প্ৰণালীৰ প্ৰতিটো অংগক লৈ সংস্কৃতি। ইয়াৰ পৰিধি সীমাহীন। প্ৰতিজন মানুহৰ আবেগ-অনুভূতিৰে পৰিচালিত চিন্তা চৰ্চ্চাই ইয়াক বহন কৰি লৈ ফুৰে। সংস্কৃতিৰ বিশালতাৰ মাজত ইয়াক ভৌগোলিক সীমাৰেখাৰে চিহ্নিত কৰিব নোৱাৰি। কিন্তু স্বকীয়তাৰ মহিমামণ্ডিত গুণৰ বাবেহে ইয়াক ভৌগোলিক পৰিসীমাৰ আয়ত্বলৈ অনা সম্ভৱ হয়। অসমীয়া সংস্কৃতি বুলিলেও আমি ইয়াকে বুজিব লাগিব। হেজাৰ বছৰ জোৱা ভাৰতীয় সংস্কৃতিৰ মহানতাৰ মাজত অসমীয়া সংস্কৃতি বুলি বেলেগ সীমাৰেখা টানিব নোৱাৰি। বিশাল ভাৰতীয় সংস্কৃতিৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অংশ। স্বকীয় গুণ ৰাজিৰ বাদে সংস্কৃতিক ভৌগোলিক পৰিসীমালৈ অনাটো ঠিক নিৰপেক্ষ বিচাৰ বুলি মনে নধৰে। ভাৰতীয় বিশাল সংস্কৃতিক মূলৰ পৰাও কেতিয়াও বিছিন্ন ভাৱেও চাব নোৱাৰি। সংস্কৃতিৰ প্ৰক্ৰিয়াটোৱে সংকুচিত হৈ পৰাৰ সম্ভাৱনা থাকে। মানৱতাৰ বিশ্বজনীনতা সংস্কৃতিৰ মূল আধাৰ। গতিকে ইয়াৰ জৰিয়তে সংস্কৃতিয়ে যিটো ঐতিহ্যৰ ধাৰা প্ৰৱাহিত কৰি ৰাখে, তাক খণ্ড খণ্ডকৈ বিচাৰ কৰাটোয়েই যুগুত নহয়। ঐতিহ্যবাহী বিশ্বজনীন মানৱতাৰ আবেদন ভাৰতীয় সংস্কৃতিৰ এক মহান লক্ষ্য আৰু পথ-ইতিহাসে ইয়াকে কয়।

অসমীয়া সংস্কৃতিয়ে এই সু-মহান ঐতিহ্য বহন কৰি আহিছে। "অসমীয়া জাতিৰ জাতীয় জীৱনৰ ধাৰা – এই সংস্কৃতি সমন্বয়ৰ সংস্কৃতি, সংহতিৰ সংস্কৃতি। অসমৰ বিভিন্ন জনগোষ্ঠীৰ এক সংমিশ্ৰিত প্ৰভাৱ প্ৰতিফলিত হৈছে— অসমৰ সংস্কৃতিত। অসমৰ বিভিন্ন প্ৰান্তৰেদি অসমত আহি থিতাপি লোৱা বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰিত ভাষা, সাহিত্য, দৰ্শন, ধৰ্ম, গীত-মাত, নৃত্য-বাদ্য, সভ্যতাই ৰচনা কৰিলে মহান অসমীয়া জাতি আৰু অসমীয়া সংস্কৃতি। অসমীয়া সংস্কৃতিত বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন উপাদান প্ৰছন্ন ৰূপত নিহিত হৈ আছে।"

গোৱালপাৰীয়া সংস্কৃতি অসমীয়া সংস্কৃতিৰ এটি অবিচ্ছেদ্য অংগ। গোৱালপাৰীয়া বা কামৰূপী এই নামাকৰণ কেৱল ভৌগোলিক পৰিসীমাত বসতি কৰা মানুহ খিনিক বুজোৱা হৈছে। এই আটাইবোৰ মহান ভাৰতীয় সংস্কৃতিৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ একোটি অংশ। সংস্কৃতিৰ মূল উপাদান - ঐতিহ্য, ধৰ্ম, পৰম্পৰা, নানান লোকাচাৰ আদিৰে পৰিপুষ্ট এই বিশাল সংস্কৃতিৰ প্ৰৱাহিত ধাৰা। এইবোৰ সুঁতি-প্ৰসুঁতি। এইবোৰ নিজনিজ স্বকীয় গুণেৰে বিভূষিত। গোৱালপাৰীয়া সংস্কৃতিও নিজ মহিমা মণ্ডিত। কিছু প্ৰসঙ্গই উত্তৰণৰ দিশলৈ লৈ গৈ বিশালতাৰ আবৰ্তত সোমাই পৰিছে। অসমীয়া সংস্কৃতিক উজ্জ্বলাই তোলাৰ গুৰিতে এইবোৰ পৰিমণ্ডলে ন-ন সাজত বিভূষিত হৈছে।

গোৱালপাৰীয়া সংস্কৃতিৰ এক অপৰাজেয় সম্ৰাজ্ঞী হ'ল প্ৰয়াত প্ৰতিমা বৰুৱা পাণ্ডে। যাৰ নামেই সংস্কৃতিৰ প্ৰবক্তা বুলি ঠাৱৰ কৰিব পাৰি। ৰাজপৰিয়ালত লালিত পালিত ৰাজকন্যা– সুৰৰ জগতত এক স্থান দখল কৰিবলৈ সক্ষম হোৱাটো যেনেকৈ শিল্পীগৰাকীৰ একনিষ্ঠ প্ৰচেষ্টা, তেনেকৈ সংস্কৃতিৰ বিশালতাই তেওঁক আকোৱালি ল'লে। আৰু জীৱনৰ শেষ মুহূৰ্তলৈ এই সাধনাত ব্ৰতী হৈ যি অনবদ্য অৱদান আগবঢ়ালে, সেয়ে তেওঁক মহীয়ান কৰাৰ লগতে অমৰ কৰি ৰাখিব।

প্ৰতিমা বৰুৱা পাণ্ডে লোকজীৱনৰ এক বিমূৰ্ত প্ৰতীক হৈ জীৱদ্দশাত প্ৰমাণ কৰি থৈ গ'ল। সকলো ভোগ-লিপ্সা পৰিহাৰ কৰি কেৱল সংগীতৰ পাছে পাছে উন্মাদৰ দৰে গীদাল, মইসালৰ কাষ পালে আৰু সেই সকল মাটিৰ শিল্পীৰ লগত একাত্মতা গঢ়ি সুৰৰ মায়াজালেৰে গোৱালপাৰীয়া লোক সংগীতক এক সুকীয়া আসন প্ৰদান কৰিলে। অসমীয়া সংস্কৃতিৰ ভঁৰাল টনকিয়াল কৰিলে। সৰুৰে পৰা এক সু-সংস্কৃত পৰিয়ালত ওপজি সংগীত জীৱনৰ ছন্দৰ লগত বিলীন কৰি - তাৰ স্বকীয়তা সুন্দৰৰ ৰূপত তুলি ধৰিলে বিশ্বৰ প্ৰতিটো স্থানত। গোৱালপাৰীয়া লোক সংগীতৰ মূৰ্চ্ছনাই জগত মুহিলে আৰু লোকসংগীতে ধ্ৰুপদী ৰূপ পৰিগ্ৰহণ কৰিবলৈ সজাগ হ'ল। প্ৰাণ ঢালি গোৱা লোক সংগীত এখন মইসালৰ চিত্ৰ বা গীদালৰ কাহিনী অথবা মাহুতৰ জীৱন জিজ্ঞাসাক তুলি ধৰিলে মঞ্চই মঞ্চই। ইয়াৰ সুৰ আৰু লয়ত মিহলি হৈ ৰ'ল মাটিৰ জীপাল গোন্ধ — যিটোৱে শত সহস্ৰ শ্ৰোতাক বিমুগ্ধ কৰিলে অৰ্ধ শতিকা জুৰি। তাৰ বোৱতি সুঁতি অসম তথা ভাৰতবৰ্ষত চিৰ প্ৰবাহমান হৈ থাকিব।

গোৱালপাৰীয়া লোক সংগীত, যাৰ লগত এক অভিন্ন প্ৰাণ আছিল-- সেই আদিৰস ভাৰতীয় তথা অসমীয়া সংস্কৃতিৰ ৰূপ লাৱন্যত ৰঞ্জিত কেৱল মাটিৰ সুৰৰ লগত সু-মহান কৰি তুলিলে সুৰ-সম্ৰাজ্ঞীয়ে। পুৰ্বভাৰতত ভক্তি আন্দোলনত টৌকে বিধৌত কৰি ৰখাৰ বাবে ইয়াৰ সংগীত শিল্প সমূহ উচ্চ স্থানলৈ অতিক্ৰম কৰাৰ সুবিধা অতি সহজে হ'ল।

গোৱালপাৰীয়া লোকসংগীতে এফালে হাতী, মাউত, মইসাল, নাৱৰীয়া আদি জনজীৱনক সামৰিছে, আনফালে তেনেদৰে ৰাধা-কৃষ্ণ (কানা)ক সামৰি সিহঁতৰ প্ৰশস্তিৰে লোক জীৱনৰ আবেগ অনুভূতিক জাগাই তুলিছে ধৰ্মীয় চেতনাৰে। বহুৰূপী কৃষ্ণৰ নানান কৌশল আৰু চাতুৰ্যক লৈ জনজীৱনক আকৰ্ষণ কৰিছে। সংগীতৰ সুৰ ভাটিয়ালী ৰূপ বা ছন্দ আৰু ধৰ্মীয় ভাবাবেগৰ সানমিহলি ভক্তি পৰম্পৰাৰ স্বাক্ষৰ। এই আটাইবোৰ বিশাল অসমীয়া সংস্কৃতিৰ মূল আধাৰ। ইয়াক কেৱল ঘহি পিহি নতুন সাজত উজ্জ্বলাই তুলিছে। সংগীতৰ লগত গোৱা বাদ্য সমূহ বিভিন্ন জনগোষ্ঠীয় মূলৰ পৰা অনা সু-সংহত ৰূপত তুলি ধৰি লোকসংগীতক এক নতুন সাজোন-কাচোনেৰে জনজীৱনৰ প্ৰাণৰ অংশ বুলি তুলি ধৰিলে। সংস্কৃতি এনে এক পৰিসৰ যি জনজীৱনৰ প্ৰতিটো মুহূৰ্ত স্পন্দিত বা উদ্বেলিত কৰি ৰাখে। এই সুৰ, লয়, ছন্দ, বাদ্য আৰু নৃত্য আদিৰে দেশ বিদেশৰ ইমূৰৰ পৰা সিমূৰলৈ কঢ়িয়াই লোক সংগীতৰ ধাৰাত এক উন্নত ধাৰা আৰু ধ্ৰুপদী ধাৰা প্ৰবৰ্তন কৰি অসমীয়া সংস্কৃতিলৈ বিশেষ অৱদান আগবঢ়াই গ'ল, গোৱালপাৰীয়া লোকসংস্কৃতিক অসমীয়া সংস্কৃতিৰ এক সু-মহান কলাৰূপে স্থাপিত কৰিলে। এগৰাকী মহিলা শিল্পীয়ে সুৰ বুটলি কৃষ্টিৰ কঠিয়াৰে এখনি নতুন শষ্য-শ্যামলা দেশ আৰু জাতিৰ কল্যাণৰ বাবে সংস্কৃতিলৈ অনবদ্য অবদান আগবঢ়ালে --তাৰবাবে প্ৰয়াত প্ৰতিমা বৰুৱা পাণ্ডে চিৰপূজ্য হৈ ৰ'ব। দোতাৰাক জীৱন সঙ্গী হিচাপে লৈ ইয়াৰ উৎকৰ্ষ সাধন কৰি নতুন ৰসৰ সৃষ্টি কৰি লোক-সংস্কৃতিৰ পথাৰখনত এটি নতুন ৰূপ দি গোৱালপাৰীয়া লোকসংগীতক আপুৰুগীয়া সম্পদ ৰূপে প্ৰতিষ্ঠিত কৰিলে। সংস্কৃতিৰ মহান বাণীৰে কামৰূপী, ভাটিয়ালী, লোকসংগীতৰ সুৰৰ মূৰ্চ্চনাৰে সুউচ্চ স্থান দি গ'ল। বিভিন্ন জনগোষ্ঠীয় উপাদানেৰে মহিমামণ্ডিত অসমীয়া সংস্কৃতিক নতুন মাত্ৰা প্ৰদান কৰি বিশ্ব বিজয়নী ৰূপে সুৰৰ জগতত খিয়তি ৰাখিলে। অসমীয়া সংস্কৃতিলৈ অৱদানৰ বাবে গোৱালপাৰীয়া লোক সংগীতৰ সম্ৰাজ্ঞী প্ৰতিমা বৰুৱা পাণ্ডে চিৰপূজ্য হৈ ৰ'ব। এইগৰাকী নাৰীৰ চিকাৰ জীৱনৰ পৰা সুৰৰ জগতলৈ গোটেই জীৱন পৰিক্ৰমাত কনকলতা, মূলাগাভৰুৰ জীৱনৰে উদ্বুদ্ধ মহীয়সী নাৰী এগৰাকীৰ উজ্জ্বল চানেকি অসমৰ সমাজ জীৱনত স্পষ্ট ৰূপত জিলিকি উঠে।



# যি স্মৃতি অবিস্মৰণীয়

□ পাৰ্ব্বতী বৰুৱা

**গো**ৱালপাৰাৰ পৰা হাতী খেদা অপাৰেশ্যনটোৰ প্ৰায় সামৰণি মাৰি গুৱাহাটীস্থিত ঘৰত আহি ভাগৰে-জোগৰে সোমালো। মনে মনে ভাবি আহিছো, কেইদিনমান বিশ্ৰাম ল'ম। ৰাতি ভাতৰ টেবুলত ভন্টি প্ৰণতিয়ে ক'লে, পুলিচ বিভাগৰ পৰা প্ৰফুল্ল বৰ্ম্মনে আমাৰ ডাঙৰ বাইদেউ অৰ্থাৎ ৺প্ৰতিমা পাণ্ডে বৰুৱা বাইদেউৰ বিষয়ে এখন কিতাপ আকাৰে লিখা উলিয়াব। আমাকো কিবা লেখা এটা দিবলৈ অনুৰোধ কৰিছে। সেই মুহূৰ্তত মই একো কোৱা নাছিলো। কাৰণ মোৰ নিচিনা লেখনিত অনভিজ্ঞাই নো কি লিখিম? এনেকুৱা ব্যক্তিত্বৰ বিষয়ে লিখাটো বৰ টান কথা। তাতে তেওঁ মোৰ নিজৰ বাইদেউ। তথাপিও লিখিম বুলি ক'লো।

আমাৰ দেউতা ৺প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ (লালজী) ন টা সন্তানৰ প্ৰথমজনী হ'ল ৺প্ৰতিমা বাইদেউ আৰু মই হ'লো পঞ্চম। আমি পাঁচজনী ছোৱালী আৰু চাৰিটা ল'ৰা। সৰুৰে পৰা ক'বলৈ গ'লে একেলগে ডাঙৰ হৈছো। গতিকে তেওঁৰ লগত হোৱা অভিজ্ঞতাও বহুত। মই তেনেকৈ লিখামেলা কৰা মানুহ নোহোৱা বাবে সেই Adventure মই নকৰো। মাথো কেইটামান অভিজ্ঞতাৰ কথাহে উল্লেখ কৰিম বুলি ভাবিছো।

প্ৰতিমা বাইদেউৰ লগত মোৰ বয়সৰ পাৰ্থক্য বহুত। মোৰ মাৰ তেওঁ আছিল প্ৰায় সমনীয়া। মোক তেওঁ মৰমতে 'বুদবুদ' বুলি মাতিছিল। মোৰ জন্মবাৰ বুধবাৰ। কোলাত লৈ ফুৰিছিল। খুবেই মৰম কৰিছিল। পৰৱৰ্তী কালত মোক বহুত Function লৈ লগত লৈ গৈছিল। আমাৰ হাতীধৰা camp বিলাকত তেওঁৰ উপস্থিতি আছিল। তেওঁৰ হাতী শিক্ষাৰ গান আদিত খুবেই আগ্ৰহ আছিল। মাহুত - ফান্দীবোৰে গান গাই থাকিলে খুব মনোযোগ দি সেইবোৰ গান শুনিছিল। মোৰ আগ্ৰহ আছিল মাহুত- ফান্দীবোৰৰ পৰা তেওঁলোকৰ হাতীধৰা, শিকোৱা, আদিৰ কলাটো শিকাৰ। হাতীৰ বিষয়ে খুটিনাটি জনাৰ আগ্ৰহ। পিছে আমাৰ দুয়োৰে মাজত হাতী আৰু মাহুত-ফান্দী আছিল Common।

আমাৰ পৰিয়ালটো চিকাৰৰ (hunting) কাৰণেও জনাজাত আছিল। বৰদেউতা প্ৰমথেশ, দেউতা প্ৰকৃতিশ, খুড়া প্ৰণবেশ, ডাঙৰ জেঠাই নীহাৰবালা; সৰু জেঠাই নীলিমা সুন্দৰী আদি সকলোৱে চিকাৰত পাৰ্গত আছিল। প্ৰতিমাদি, আমি হ'লো next generation। গতিকে আমাকো চিকাৰ বিদ্যাৰ Training দিয়া হৈছিল। প্ৰতিমাদি বন্দুক চালনাত খুবেই ভাল আছিল। নিচানত তেওঁ অব্যৰ্থ আছিল। প্ৰতিমাদিয়ে সৰু-সুৰা চিকাৰৰ পৰা আদি কৰি নাহৰফুটুকী (Leopard) আৰু ঢেকিযাপতীযা (Bengal Tiger) বাঘো মাৰিছিল। দেউতাৰ পৰা শুনিছিলো, প্ৰতিমাদিয়ে মৰা নাহৰফুটুকী বাঘটো হেনো আমাৰ game record ৰ ভিতৰত one of the biggest leopard আছিল। বাঘৰ ছাল দুখন এতিয়াও তেওঁৰ ঘৰত যতনে ৰখা আছে।

প্ৰতিমাদিয়ে বাগান কৰি খুবেই ভাল পাইছিল। বিভিন্ন ঠাইৰ পৰা ফুলপুলি আনি ঘৰত ৰুইছিল। মোৰ মনত আছে, যিমান ঠাইলৈ আমি একেলগে Function কৰিবলৈ গৈছো, প্ৰায ঠাইৰ পৰা এডাল ফুলপুলি কিম্বা ডাল খুজি হ'লেও আনিছিল। আৰু ফুল পুলি লোৱা ঠাইৰ পৰা ঘৰলৈ লৈ অনাৰ দায়িত্ব সদায মোৰ ওপৰতে আছিল। সুদূৰ কাশ্মীৰৰ পৰাও তেওঁ ফুল পুলি ঘৰলৈ আনিছিল। ঘৰত থকা সময়খিনি তেওঁ ফুল বাগানতে কটাইছিল ফুলৰ আলপৈচান ধৰি। তাৰ মাজে মাজে গুণগুণাইছিল গানৰ সুৰ। আমি তেওঁক বেলেগে ৰেয়াজ কৰা তেতিয়া দেখা নাই।

আমাৰ পৰিয়ালটো নাচ, গান, অভিনয়, সংগীত আদিৰ কাৰণেও আছিল বিখ্যাত। গোৱালপাৰীয়া লোকগীতক আজি সুধীজনে বহুত উচ্চমান আৰু স্থান দিয়ে। গোৱালপাৰীয়া লোকগীতৰ আজিৰ এই উচ্চস্থান মান পোৱাত আমাৰ পৰিয়াল আৰু প্ৰতিমাদিৰ বহুত অবদান আছে বুলি মই ভাবো। শ্ৰোতাৰ মাজত এই লোকগীতক জনপ্ৰিয় কৰাত তেওঁৰ সুৰেলা কণ্ঠৰ অবদানো কম নহয়। নহ'লে আমাৰ গোৱালপাৰীযা গীত নাচ অসমতে সীমাবদ্ধ হৈ থাকিলহেঁতেন। আজিৰ দৰে অসমৰ বাহিৰত সিমান সমাদৰ লাভ নকৰিলেহেঁতেন। লোকগীত গাবলৈ হ'লে দৰদ, অনুভূতি, মাত, উশাহ, আদিৰ সমন্বয়ৰ বৰ প্ৰযোজন। লোকগীত গাব লাগিলে গোৱা মানুহজনে গীতটোৰ প্ৰতিটো শব্দ হৃদয়ৰ পৰা উপলব্ধি কৰি গাব লাগিব। নহ'লৈ গীতটো শ্ৰুতিমধুৰ বা হৃদয়স্পৰ্শী নহয। প্ৰতিমাদি, যাক আমি 'বড়দি' বুলি মাতিছিলো, যেতিয়া গীত গাইছিল, তেতিয়া তেওঁ পৃথিৱীৰ যাবতীয় কথা পাহৰি গৈছিল। তেওঁ তেতিয়া গীততে লীন হৈ গৈছিল। সেইকাৰণেই হয়তো তেওঁ গোৱালপাৰীয়া লোকগীতৰ 'সম্ৰাজ্ঞী' আৰু শ্ৰোতাৰ মাজত বন্দিত।

প্ৰতিমাদিৰ লগত মই সৰুৰে পৰা বহুত ফাংশ্বন কৰিছো। আমাৰ ট্ৰুপটোৰ নাচনীখিনি সাধাৰণতে আমি বাইভনী বা আত্মীয়-স্বজনক লৈয়ে গঠিত হৈছিল। আমি অবসৰ সময়খিনি নিজৰ ভিতৰত আনন্দ ফূৰ্তি কৰি কটাইছিলো। প্ৰতিমা[illegible] Group leader আছিল। যদিও তেওঁ আমাতকৈ বহুত ডাঙৰ, তথাপি নিজকে বেলেগ কৰি ৰখা নাছিল। প্ৰতিটো

মুহূৰ্তত আমাৰ লগত হাঁহি তামাচা কৰি আমাক অৰিহণা দিছিল। পিচে তেওঁৰ এটাই মূল কথা আছিল —We should perform best, দলৰ কাৰোবাৰ ভুলৰ কাৰণে গোটেই দলটোৰ যাতে বদনাম নহয়। নিজে কষ্ট কৰি হ'লেও দলটোৰ প্ৰতিজনৰ সুবিধা তেওঁ কৰি দিছিল।

প্ৰতিমাদিৰ এটা ডাঙৰ গুণ আছিল যে, তেওঁ যিকোনো গান এবাৰ শুনিয়ে ততালিকে গানটোৰ সুৰ আয়ত্ব কৰি লৈছিল। আমি এবাৰ Assam Government ৰ Cultural Exchange programme ত কাশ্মীৰ আৰু ৰাজস্থানলৈ গৈছিলো। অসমৰ গুৱাহাটী, যোৰহাট আৰু গোৱালপাৰাৰ দল গৈছিল। কাশ্মীৰত তাৰে থলুৱা শিল্পীসকলে আমাক লগ ধৰিবলৈ আহিছিল। তাতে প্ৰতিমাদিয়ে কাশ্মীৰি লোকগীত শিল্পীৰ পৰা গীত এটা তৎক্ষণাৎ শিকি ল'লে এবাৰ শুনিয়েই। তেনেকৈ ৰাজস্থানত গৈ ৰাজস্থানী লোকগীত এটাও শিকি ল'লে। তেওঁ কেৱল গানেই শিকা নাছিল, লগতে প্ৰতি শব্দৰ অৰ্থও জানিছিল। কাৰণ তেতিয়াহে গানটো তেওঁ উপলব্ধি কৰিব পাৰিব। তেনেকৈ দিল্লীত 26th January ত perform কৰোতে তেওঁ হিমাচল প্ৰদেশৰ লোকগীত শিকিলে। পৰবৰ্তী কালত সেই গীতবোৰ তেওঁ নিজে বেলেগ মঞ্চত গাইছিল আৰু তাৰ লগত আমাক নাচিবলৈ দিছিল। তেওঁ যেনেকৈ মন দি গাইছিল, আমিও সিমান আগ্ৰহত নাচিছিলো।

তেওঁ মোৰ গোৱালপাৰীয়া লোকনৃত্য চাই খুব ভাল পাইছিল। আমাৰ ঘৰত নাচ-গানৰ মজলিছ প্ৰায়েই হৈছিল। আমি আটাই কেইজনী বাই-ভনীয়ে নাচিছিলো। যিহেতু, মোৰ নাচ চাই তেওঁ ভাল পাইছিল – সেইকাৰণে মই ঘৰত থাকিলে তেওঁ প্ৰায়েই কৈছিল -- 'আয় বুদবুদ এক পাক ঘুড়ি দে'। অৰ্থাৎ মই এপাক নাচিব লাগে। বাজনাদাৰ বিলাকে সদায়ে এপাক তেওঁক লগ কৰি যায়। সেই সুবাদতে বাজনাদাৰৰো অসুবিধা নাই। মই মাত্ৰ নাচিব লাগে - গাব লগাও হৈছিল। মোক গান গাবলৈ তেওঁ সদায় জোৰ দিছিল। কিন্তু তেওঁৰ আগত গান গোৱাৰ নিচিনা ধৃষ্টতা কৰিবৰ মোৰ সাহ নাছিল। মই তেওঁক সদায় কৈছিলো - 'বড়দি তুই গান কৰিয়া বেড়াইস মাইন্‌সেৰ বাদে আৰ মুই হাতী খেদাং মাইনসেৰ বাদে। সেইটায় ভাল - গান কবাৰ না কইস।' অৰ্থাৎ তেওঁ গান গায় মানুহৰ মনোৰঞ্জনৰ কাৰণে আৰু মই হাতীখেদো মানুহক ৰিলিফ দিবৰ কাৰণে। মানুহক আনন্দ দিয়াটো দুয়োৰে উদ্দেশ্য। ক'বলৈ গ'লে উদ্দেশ্য একে, কিন্তু পৃথক পৃথক উপায়।

প্ৰতিমাদি অসুস্থ হোৱাৰ এমাহ মান আগত মই গৌৰীপুৰৰ ঘৰলৈ গৈছিলো। মই অসমৰ বাহিৰত সুদূৰ ছত্তিশগড় ৰাজ্যত হাতী খেদিবলৈ যাব লাগিব বুলি নিমন্ত্ৰণ এটা পাইছিলো। যাম বুলি ঠিৰাংও কৰিলো। সেইবাবে ঘৰৰ সবকে মাত এষাৰ লগাই যাও বুলি ঘৰলৈ গৈছিলো। এয়া আমাৰ এটা নিয়ম। কাৰণ মোৰ এই কামটো বৰ বিপদজনক। মোৰ লগত ভন্টি প্ৰণতি, ভনী জোৱাই, জোৱাইৰ এজন সহকৰ্মী আৰু তেওঁৰ পত্নীও আমাৰ তালৈ গৈছিল। তেওঁলোক প্ৰতিমাদিৰ গুণগ্ৰাহী। তেওঁলোকৰ কাৰণে আমি ঘৰত জলসাৰ আয়োজন কৰিলো। কিন্তু তেওঁলোকৰ দুৰ্ভাগ্য বুলিয়ে মই কম যে, তেওঁলোক

কিবা কাৰণত গুচি আহিব লগীয়া হয় আৰু প্ৰতিমাদিৰ গীত তেওঁলোকে শুনিব নোৱাৰিলে। কিন্তু মই তেওঁৰ গান শুনিলো আৰু তেওঁৰ কাৰণে নাচিলো। প্ৰতিমাদিৰ গীতত এই নচাই মোৰ শেষ নচা হ'ল। তেতিয়া কি ভাবিছিলো — মই ঘূৰি আহি 'বড়দি' বুলি মাতিবলৈ তেওঁক আৰু নেপাম। মই গুৱাহাটীলৈ পিছদিনাই গুচি আহিলো।

এসপ্তাহৰ ভিতৰত মই মোৰ হাতী আৰু মানুহ লৈ যাত্ৰা কৰিলো। দিল্লীত বন্ধু এজনে ক'লে, দিদি হেনো অসুস্থ। মই ক'লো -- তেনেকুৱা নহয়। তেওঁ বাতৰি কাকত পঢ়া বুলি ক'লে। মই মোৰ কামৰ ঠাইৰ পৰা ভন্টি প্ৰণতিলৈ ফোন কৰি সোধাত গম পালো - প্ৰথমতে ধুবুৰী আৰু পিছত G N R C Hospital ত তেওঁক ৰখা হৈছে। মন গৈছিল তৎক্ষণাৎ গুচি আহো। কিন্তু কৰ্তব্যৰ খাতিৰত আহিব নোৱাৰিলো। অৱশ্যে সদায় ফোন কৰি খবৰ লৈ আছিলো। আহিল ২৭ ডিচেম্বৰৰ দিনটো। মই ৰাতিপুৱা বনৰীয়া হাতী খেদি কেম্পলৈ আহি পোৱাৰ লগে লগে তাৰে বনকৰ্মী এজনে ক'লে - মোৰ কাৰণে হেনো জৰুৰী খবৰ আছে। মই তৎক্ষণাৎ দহ কিলোমিটাৰ দূৰত থকা পি ছি অ' এটাত গৈ ঘৰলৈ ভন্টিক ফোন কৰিলো। ধৰত মাত্ৰ ভন্টিৰ ডাঙৰ ল'ৰা দেবজ্যোতিক পালো। খবৰ সোধাত সিয়ে মোক দুঃসংবাদটো দিলে। মুহূৰ্তৰ বাবে মই স্তব্ধ হৈ গ'লো। কি কম, কি কৰিম, মূৰটো বেয়া লাগি গ'ল। পি চি অ'ৰ পৰা ওলাই কেম্পলৈ উভতি আহি কথাটো সবকে ক'লো। মাহুত-ফান্দীবোৰে সংবাদটো শুনাৰ লগে লগে কেম্পত শোকৰ ছায়া নামি আহিল। যোৱা জন গুচি গ'ল, এৰি থৈ গ'ল স্মৃতি। ঈশ্বৰক প্ৰাৰ্থনা কৰিলো- তেওঁৰ বিদেহী আত্মাই যেন শান্তি লভে। তেওঁৰে গোৱা এটা গীত মনত পৰিল -

'ৰাজাৰবাড়ী চুৰি গেইলেক ৰে-
ৰে-পাগেলাৰ মন নদীৰ পাড়তে
খাট-পালং শুকানত থুইয়া
পানীত পাড়ে নিন্দৰে-
কাও নাই সংসাৰেৰ মাজতে।
ভজ মন আপনা আপনি
কেউ নাই সংসাৰেৰ মাজতে।।



# মনত পৰে

□ প্ৰণতি বৰুৱা ফুকন

হঠাতে এদিন গধূলি টেলিফোনটো উঠাই অচিনাকি মাত এটা শুনিলো। তেওঁ নিজৰ পৰিচয় প্ৰফুল্ল বৰ্মন বুলি কৈ মই প্ৰতিমা পাণ্ডে বৰুৱাৰ ভনী হয়নে বুলি সোধাত মই হয় বুলি ক'লো। তেওঁ ফোন কৰাৰ উদ্দেশ্যটো ক'লে-- তেওঁ প্ৰতিমাদিৰ ওপৰত এখন কিতাপ উলিয়াব আৰু তাত বহুতৰ Article থাকিব। তেওঁ মোক অনুৰোধ কৰিলে, মইও যেন তাত বাইদেউৰ বিষয়ে দুলাইন মান লিখো।

প্ৰখ্যাত গোৱালপাৰীয়া লোকগীত শিল্পী প্ৰতিমা পাণ্ডে বৰুৱা মোৰ ডাঙৰ বাইদেউ। আমাৰ নজনী বাইভনী আৰু ককাইদেউৰ ভিতৰত মই আটাইতকৈ সৰু আৰু বাইদেউ সকলোতকৈ ডাঙৰ। আমাৰ দুজনীৰ মাজত বয়সৰ পাৰ্থক্য বহুত। আমি প্ৰতিমাদিক 'বড়দি' বুলি মাতিছিলো।

প্ৰতিমাদিহঁত আগতে ৰাজবাড়ীত আছিল আৰু আমি মাটিয়াবাগত আছিলো। তেওঁলোক ১৯৬৪ ত মাটিয়াবাগলৈ আহে। তেতিয়াৰ ১৯৮০ লৈ আমি একে লগে আছিলো। কিন্তু বড়দিহঁত ৰাজবাড়ীত থকা অৱস্থাতে আমি School tiffin time ত তাত গৈ tiffin খাইছিলো। আমাৰ ডাঙৰ মায়ে (প্ৰতিমাদিৰ মা) খুব ভাল ৰান্ধিছিল আৰু মানুহক খুৱাই ভাল পাইছিল।

বড়দিৰ বিষয়ে লিখিবলৈ যাওঁতে মনত পৰে মেজদিৰ (মাজুবাইদেউ) দ্বিতীয় ছোৱালীজনীৰ জন্মৰ কথা। কোচবিহাৰৰ হস্পিটালত তাইৰ জন্ম হৈছিল। কেচুৱা চাবলৈ বাবাৰ লগত মই, বড়দি, পাৰু বাইদেউ, অলকেশদাৰ শাহুৱেক, সবিতাবৌ আৰু বহুতে আমাৰ চেভৰলেট্ (Chavarlate) গাড়ীত উঠি কোচবিহাৰলৈ গৈছিলো। তাত দুদিন থকাৰ পিছত বাবাই ক'লে -- ব'ল, সবে আমি ফুল-শিলিং ঘূৰি আহো। ফুল শিলিং ভূটানৰ এখন সৰু চহৰ। হাসিমাৰাৰ পৰা ফুলিশিলিং যোৱাৰ ৰাস্তাটো খুবেই বেয়া আছিল। আমি সবেই চেভৰলেট্ গাড়ীৰ পিছফালে বহিছিলো। বাবাই দুইকিলো লাড্ডু কিনিলে। ৰাস্তা মাজে মাজে বেয়া থকাৰ বাবে আমি জোকাৰণি খাই খাই গৈ আছো বড়দিৰ গান

শুনি শুনি, লগতে আমিও সঙ্গ দিছো। পুৱা ওলাই অহাৰ বাবে আমাৰ ভোক লাগি আছিল। জোকাৰণিৰ মাত্ৰা বঢ়াত ভোকো বাঢ়িল। এটা সময়ত ভোকে সহ্যৰ সীমা চেৰাই গ'ল। মই Next জোকাৰণি অহাৰ লগে লগে চিঞঁৰিলো 'বড়দি লাড্ডু'। বড়দিয়ে লগে-লগে আটাইকে একোটাকৈ লাড্ডু বিলালে। আমি আমাৰ গন্তব্যস্থল পোৱাৰ আগতে লাড্ডু শেষ। ফুলশিলিং পোৱাৰ পিছত বাবাই লাড্ডু উলিয়াবলৈ ক'লে। আমি ইজনে সিজনৰ মুখলৈ চাই শেষত আটাইয়ে বড়দিৰ ফালেই চালো। বড়দিয়ে গহীনত ক'লে 'বাবা লাড্ডু শেষ।'

এবাৰ আমি ভুটানৰ আন এখন চহৰ সৰভঙলৈ গৈছিলো। তাত ভুটানীসকলৰ এখন মেলা বহে। বড়দিয়ে মেলাত সোমাই বিভিন্ন ধৰণৰ কাঁচৰ খাৰু (specially she likes red and green colour) কিনিলে আৰু মোকো কিনি দিলে। আগৰ পৰাই বড়দিৰ কাঁচৰ খাৰু, মণি-মালাৰ চখ আছিল। ৰজাৰ ছোৱালী হৈও তেওঁৰ সোণ-ৰূপৰ প্ৰতি হাবিয়াস নাছিল।

বড়দিৰ বিভিন্ন চখৰ ভিতৰত আৰু এটা চখ হ'ল বাগান (Gardening) কৰা। তেওঁ ফুল খুব ভাল পাইছিল আৰু বিভিন্ন ঠাইৰ পৰা ফুলৰ পুলি আনি ৰুইছিল এই অভ্যাস অৱশ্যে আমাৰ বাবাৰো আছিল। বড়দিৰ বাহিৰত কোনো ঠাইত যদি ফাংশ্যন নাথাকে, তেওঁ অবসৰ সময়ত খন্তি লৈ গছ-গছনি বা বাৰীখন চাফ-চিকুন কৰিছিল আৰু গুণ-গুণাই গান গাইছিল। তেওঁ ৰোৱা কোনোবা গছত যদি ফুল-ফুলিছিল, তেওঁ চিঞঁৰি মাতি কৈছিল 'এই পিলু দেখ্, নতুন গাছটোত ফুল ধৰচে।' তেওঁৰ এই চখ, মৃত্যুৰ কিছুদিন আগতেও যেতিয়া মই নবেম্বৰত ঘৰলৈ গৈছিলো, তেতিয়াও চাই আহিছিলো। পৰিবেশ আৰু আমাৰ ঘৰৰ পৰিস্থিতিৰ বহুত সলনি হ'লেও বড়দিৰ কিন্তু স্বভাৱৰ পৰিবৰ্তন হোৱা নাছিল। তাৰ ভিতৰত এটা হ'ল মই যেতিয়াই ঘৰলৈ গৈছিলো, তেওঁ বৰ মৰমেৰে মাতি বহাই লৈ মোক সুখ-দুঃখৰ বহুত কথাৰ ভাগ দিছিল আৰু লগতে ধেমালিও কৰিছিল।

বড়দিৰ আৰু এটা চখৰ কথা আজি বৰকৈ মনত পৰিছে। সেয়া হ'ল বড়দিৰ গা-ধোৱা আৰু শিলগুটি বুটলা। কেম্পৰ পাহাৰী নদীৰ স্বচ্ছ পানীত বহু সময় আমি (বড়দি, মই, পাৰুবা, ঘৰৰ প্ৰায় ভাগ ছোৱালী/ তিৰোতা মানুহ) কটাইছিলো। বড়দিয়ে গা-ধুইছিল আৰু আমি (সৰুবোৰে) পানীত খেলিছিলো।

বড়দিয়ে ধুনীয়া-ধুনীয়া বিভিন্ন size, shape and colourৰ শিলগুটি বুটলিছিল আৰু আমাকো বুটলিবলৈ কৈছিল। তেওঁ সেইবোৰ আনি কেম্পত ধুনীয়াকৈ সজাই ৰাখিছিল। কেম্প শেষ হোৱাৰ পিছত সেইবোৰ বস্তু সযতনে ঘৰলৈ আনি তেওঁৰ drawing room -ত সজাই ৰাখিছিল। অকল শিলেই নহয়, বিভিন্ন ধৰণৰ dry fern দি তেওঁ ঘৰ সজাইছিল।

বড়দিৰ আৰু এটা গুণৰ কথা মোৰ বৰ মনত পৰে। বড়দিয়ে খুব ধুনীয়া গল্প লিখিছিল। আমি তেতিয়া School Education শেষ কৰি গুৱাহাটীলৈ কলেজত পঢ়িবলৈ আহিছিলো। যেতিয়া বন্ধত ঘৰলৈ যাও তেতিয়া দুপৰীয়া ভাত-পানী খাই উঠাৰ পিছত

বড়দিয়ে মাতিব, 'পিলু আসিস্, নতুন গল্প একটা লেখচুং।' বিছনাত বাগৰি তেওঁ নিজে লিখা গল্প (চুটি) পঢ়ি পঢ়ি শুনাইছিলে আৰু মই শুনিছিলো। তেওঁৰ ৰোমান্টিক গল্পবোৰ বৰ জীৱন্ত আছিল। তেওঁৰ হাতৰ আখৰ বৰ ধুনীয়া আছিল আৰু আছিল ভাষাৰ জ্ঞান। তেওঁ যিমান ভাল ইংৰাজী ভাষা লিখিছিল, সিমান শুদ্ধ আৰু মিঠা বাংলাও লিখিছিল - - তেওঁ লিখা গল্পবোৰেই তাৰ পৰিচয়।

বাবা জীয়াই থকা অৱস্থাত আমাৰ ঘৰত প্ৰায় বিভিন্ন দেশৰ পৰা মানুহ আহিছিল, specially আমাৰ হাতীধৰা কেম্পলৈ। তেতিয়া আমাৰ তাত প্ৰায় জলসা হৈছিল। তাত বড়দিয়ে গান-গাইছিল আৰু আমি আটাই কেইজনী ভনীয়ে নাচিছিলো। তাৰ বাহিৰেও 'কাতিপূজা'ত আমি সবেই গোটেই ৰাতি নাচ-গান কৰি কটাইছিলো।

বড়দিৰ লগত মই সৰুৰে পৰা বহুত ফাংচন কৰিছো। এবাৰ ঘটনা এটাৰ কথা মনত পৰে। মই তেতিয়া স্কুলত পঢ়ি আছো। বড়দিয়ে ক'লে, ' চল গৌহাটীত বিহু ফাংচন কৰিম, তুই নাচবু।' মোৰ খুব আনন্দ হ'ল। কাৰণ গুৱাহাটীত ফাংচন কৰিবলৈ যাম, যদিও বড়দিৰ লগত মই ৰেডিঅ' ৰেকৰ্ডিং কৰিবলৈ বহুত বাৰ গুৱাহাটীলৈ আহিছিলো। Radio station, recording room আৰু বড়দিৰ গান recording কৰোতেও দেখিছিলো। গান ৰেকডিং কৰিবলৈ আহোতে সদায় বড়দিয়ে ঘূৰি যাওতে মোৰ মনে বিচৰা ধুনীয়া ধুনীয়া পুতলা কিনি দিছিল আৰু সেই বাবেই হয়তো মনৰ আনন্দত গুৱাহাটীলৈ আহিছিলো। প্ৰতিমাদিক আমি কেতিয়াও 'ৰেৱাজ' কৰা দেখা নাই। তেওঁ সদায় যিকোনো কাম কৰি থাকোতে গুণ-গুণাই গান গাইছিল, সেয়াই হয়তো তেওঁৰ 'ৰেৱাজ' আছিল। গুৱাহাটী পাই আমি হোটেলত অলপ দেৰি rest ল'লো। ৰাতি ফাংছন। পাঁচটামান বজাত বড়দিয়ে ক'লে --'পিলু এবাৰ কি কি নাচবু practise কৰি।' তেওঁ দুটা মান গান গালে, লগতে মই নাচিলো।

গুৱাহাটীৰ বিহুমঞ্চ তেতিয়া লোকে লোকাৰণ্য ; বড়দিয়ে এখন উইংছত থিয় হ'ল আৰু মোক oposite winge ৰ পৰা সোমাবলৈ ক'লে। মোৰ অলপ ভয় লাগি আছিল। বড়দিয়ে গানৰ hamming আৰম্ভ কৰিলে। বাজনাদাৰবোৰ অলপ আচৰিত হ'লেও পিছমুহূৰ্তত সেই গানটোৰ মিউজিক বজোৱা আৰম্ভ কৰিলে। গান আৰু বাজনা আৰম্ভ হোৱাৰ লগে লগে মোৰ ইফালে ভয়তে চকুৰ পানী ওলোৱাৰ উপক্ৰম। কিন্তু বড়দিয়ে ডাঙৰ ডাঙৰ চকুৰে মোক ইংগিতেৰে ষ্টেজলৈ আহিবলৈ ক'লে। তেওঁ 2nd time line টো গালে আৰু মই ষ্টেজলৈ আহিলো আৰু নাচিলো। Programme শেষ হোৱাৰ পিছত বড়দিয়ে মোক ক'লে 'তোৰ নাচ ভাল হৈছে।' মই ক'লো 'কিন্তু অন্য গানটাৰ লগত মোক তুই নাচ Practise কৰালু।' বড়দিয়ে কিন্তু খং নকৰাকৈ হাঁহি হাঁহি ক'লে যে, সকলো পৰিস্থিতিৰ লগতে মিলিব জানিব লাগে। 'শিল্পীমন' – 'খাম খেয়ালী' মন। সেই মনে কোনো নিৰ্দিষ্ট নিয়ম কানুন নামানে। তাৰ প্ৰত্যক্ষ প্ৰমাণ বড়দিৰ এই স্বভাব। তাত বাহ্যিকতা নাই, আপোন ভোলা মন। যিয়ে জানে সংগীতৰ সুৰ, সিয়ে হৈছে জীৱনৰ একমাত্ৰ গতি আৰু নিয়ম।

বড়দিৰ কথা লিখিবলৈ যাওতে মনত পৰে ৰহা সাহিত্য সভাৰ কথা। বড়দিৰ লগত আমি গ্ৰুপত গৈছিলো। সিদিনা আমাৰ প্ৰ'গ্ৰেম শেষ হৈছিল প্ৰায় ২-৩০ মান বজাত। আমাৰ গ্ৰুপ ড্ৰান্সৰ পিচত বড়দিৰ solo programme আহিল। বড়দিয়ে মানুহৰ অনুৰোধত কেইবাটাও গান গালে। Programme শেষ কৰি আমি আহিলো ভাত খাবলৈ। মন কৰিলো, বড়দিয়ে নিজে একো খোৱা নাছিল কিন্তু troop ৰ মানুহখিনিৰ খোৱাৰ ব্যৱস্থা কৰিবলৈ নিজেই গ'ল। কমিটিৰ মানুহখিনিয়ে আমাক ঠাণ্ডা ভাত খাবলৈ দিয়াৰ বাবে তেওঁৰ যদিও খং উঠিছিল কিন্তু একো নক'লে। সেয়া বড়দিৰ চৰিত্ৰৰ আৰু এটা গুণ। শিল্পীমন 'খাম খেয়ালি' মন হ'লেও, তেওঁ দায়িত্বহীনা নাছিল।

আমি সৰুৰেপৰা বড়দিহঁতৰ 'কলাতীৰ্থম'ত জড়িত আছিলো। সেয়া আছিল বড়দিহঁতৰ ক্লাবৰ নাম। তাত জীনদা (প্ৰমথেশ বৰুৱাৰ ডাঙৰ ল'ৰা অলকেশদা), মেজদি, ছোটদি, পাৰ্বতীদি আৰু আমাৰ পৰিয়ালৰ বহুতেই জড়িত আছিল। অলকেশ দাই নাটক পৰিচালনা কৰিছিল ডাঙৰ গ্ৰুপটোৰ বাবে আৰু আমি সৰু গ্ৰুপটোয়ে perform কৰিছিলো ঃ বিভিন্ন ধৰণৰ dance drama, solo or group dance, লোকগীত, ৰবীন্দ্ৰ সংগীত, দ্বিজেন্দ্ৰলালৰ গানৰ লগত নাচ। প্ৰায় সববোৰ গান বড়দিয়েই গাইছিল। বড়দিয়ে বিভিন্ন ঠাইত ফাংছন কৰিছিল আৰু সেইবোৰ ঠাইৰ লোকগীতবোৰ শিকিছিলি। অদ্ভুত ধৰণৰ স্মৰণ শক্তি আছিল তেওঁৰ। মনত পৰে কাশ্মীৰি, ডোগ্ৰী, হিমাচলৰ লোকনৃত্য, ৰাজস্থানৰ লোকনৃত্য আমাৰ দ্বাৰা perform কৰাইছিল। আমাৰ Annual functin হৈছিল বুদ্ধ পূৰ্ণিমাৰ দিনা। তাৰ বাবে প্ৰায় দহ বাৰ দিন ধৰি আবেলি আমাৰ ৰিহাৰ্ছেল হৈছিল। তেতিয়া বৰ্তমানৰ নিচিনা টেপ ৰেকৰ্ডাৰ নাছিল। বড়দিয়ে নিজে গান গাই আমাক অভ্যাস কৰাইছিল। নাচ perfect নোহোৱালৈকে চলে practise । বড়দিৰ অফুৰন্ত শক্তি আৰ ধৈৰ্যৰ কথা আজিও মনত পৰিলে বৰ আচৰিত লাগে।

১৯৮০ চনত মোৰ বিয়া হৈ যোৱাৰ পিছত বড়দিৰ লগত ফাংচন কৰা প্ৰায় বন্ধ হৈ গ'ল। গৌৰীপুৰৰ ঘৰলৈ গ'লে কেতিয়াবা ঘৰুৱা জল্‌সা হৈছিল মাত্ৰ। ১৯৮৯ চনত গুৱাহাটীত 'spring festival হৈছিল। তাত বড়দিও আমন্ত্ৰিত হৈছিল। বড়দি সেইবাৰ মোৰ ঘৰলৈ আহিছিল। সাধাৰণতে তেওঁ troop লৈ আহিলে হোটেলত থাকে। অকল বাবাৰ অসুস্থতাৰ সময়ত তেওঁ মোৰ ঘৰত আছিল। বড়দি 'Spring festival লৈ আহোতে ক'লে যে, 'পিলু চল নাচবু'। মই মোৰ husband আৰু ল'ৰা দুটা লৈ জজ ফিল্ডলৈ গ'লো। বহুত দিন পিছত বড়দিৰ লগত ফাংচন কৰি বৰ ভাল লাগিল।

মোৰ শেষ ফাংচন বড়দিৰ লগত ২৪ অক্টোবৰ, ২০০২ চনত ৰবীন্দ্ৰ ভৱনত। প্ৰমথেশ বৰুৱা জন্ম শতবৰ্ষ উদ্‌যাপন কমিটিয়ে ফাংচন পাতিছিল। নিখিলেশদাই মোক নাচিবলৈ ক'লে। সেই কমিটিৰ লগত আমিও জড়িত। মই বড়দিৰ এটা কেছেট লৈ গৈছিলো। সন্ধিয়া ৰবীন্দ্ৰ ভৱনত উপস্থিত হৈ বড়দিক পাই বৰ আচৰিত হ'লো। কাৰণ তেওঁ আহিব বুলি জনা নাছিলো। মই গ্ৰীণ ৰুমত তেওঁক লগ পাই প্ৰণাম কৰি ক'লো 'মোৰ দেশী নাচ (গোৱালপাৰীয়া নৃত্য) নাচিব কইচে, তোৰ কেছেট আনচং।' বড়দিয়ে

ক'লে 'কেনে কেছেটত নাচবু, মুই গাইম, তুই নাচবু। আয় প্ৰেক্টিছ্ কৰং একবাৰ।' প্ৰেক্টিছ কৰিবলৈ যাওঁতে তাত দিলীপ শৰ্মা, সুদক্ষিণা শৰ্মা আৰু তেওঁৰ ল'ৰা বোৱাৰীকো লগ পালো। তেওঁলোকো তাত নিমন্ত্ৰিত অতিথি আছিল।

বড়দিয়ে ষ্টেজত কহি ক'লে, মই এতিয়া মোৰ বৰদেউতাৰ শতবাৰ্ষিকীত তেওঁৰ [illegible] এটা গান [illegible] সেই গানৰ লগত নাচিব। তেতিয়া ভবা [illegible] প্ৰগ্ৰেম। বড়দিয়ে গান আৰম্ভ কৰিলে 'ভাল [illegible] সুন্দৰী [illegible] কিয় জানো সিদিনা মইও প্ৰাণ ঢালি নাচিছিলো, হয়তোবা বহুদিন পিছত বড়দিৰ লগত ফাংচন কৰিবলৈ পাই। সেই গান শেষ হোৱাৰ লগে লগে বড়দিয়ে আৰু এটা গান গালে আৰু মোক নাচিবলৈ ক'লে, "ৰাধা বাধাসেৰ মাঝে উবাইদ। [illegible] ফাংচন শেষ কৰি বড়দিৰ পৰা বিদায় লৈ আহোতে মই ক'লো মোৰ নতুন ঘৰত আহিবা না। বড়দিয়ে ক'লে 'এইবাৰ না, এলা বাড়ী যায়া শিৱসাগৰ যাইম।'

নবেম্বৰৰ শেষৰ ফালে মই ঘৰলৈ (গৌৰীপুৰ) গৈছিলো। বড়দিয়ে তেতিয়া কৈছিল যে, তেজপুৰত ফাংচন আছে। তেওঁ কথা দিছিল, তেজপুৰৰ পৰা ঘুৰি আহোতে মোৰ নতুন ঘৰত এৰাতি থাকিব। কিন্তু সেই আশা আমাৰ দুয়োৰেই অপূৰ্ণ হৈ ৰ'ল।

ডিচেম্বৰৰ ২০ তাৰিখৰ পুৱাৰ পেপাৰখন চাওতে চকুত পৰিল, বড়দি অসুস্থহৈ ধুবুৰীত হস্পিটালাইজড হৈছে। লগে লগে গৌৰীপুৰৰ ঘৰলৈ দাদাহঁতক ফোন কৰিলো। মাজুদাই ক'লে, তেওঁৰ গাটো ভাল নাই কিন্তু হস্পিটালাইজড হোৱা নাই, ঘৰতে আছে। কিন্তু দুপৰীয়া নিখিলেশদাই ফোন কৰিমোক জনালে যে হঠাৎ এঘাৰমান বজাত বেচি অসুস্থ হোৱা বাবে তেওঁক হস্পিটালাইজড কৰা হৈছে। ৰাতি পুনৰ ঘৰলৈ ফোন কৰি বড়দাৰ (প্ৰবীৰ বৰুৱা) লগত কথা পাতিলো আৰু তেওঁৰ খবৰ ল'লো।

২১ ডিচেম্বৰৰ ৰাতি ১১টা মান বজাত বড়দাই মোক ফোন কৰি ক'লে, বড়দিক ধুবুৰী হস্পিটালৰ পৰা গুৱাহাটীৰ জি এন আৰ চিলৈ গৈ আছে। ৰাতিটো যেনেতেনে পাৰ কৰিলো। পুৱাই মই ছটা মান বজাত মোৰ husband ক G N R C লৈ পঠালো। তেওঁ তাৰ পৰা মোক ফোন কৰি ক'লে, হয়, বড়দিক admit কৰা হৈছে। কিন্তু আবেলি পাঁচ বজাতহে লগ কৰিবলৈ দিব। মই, মোৰ মা আৰু ঘৰৰ সকলোৱে পাঁচ বজাত G.N.R C. লৈ গৈ বড়দিক লগ কৰিলো। তেওঁক intensive care ত ৰাখিছিল। মোক দেখাৰ লগে লগে বড়দিয়ে ডাক্তৰজনক ক'লে— 'ডাক্তৰ, এই মোৰ আটাইতকৈ সৰু ভনী। যদিও মা আমাৰ বেলেগ কিন্তু দেউতাতো এজনেই আৰু মোক ক'লে - 'দেখ তো এইসব সুই (বেজি) পাইপ দিয়া ৰাখচে, জানা খুলি দিবাৰ ক'। মই ডাক্তৰক লগ কৰি তেওঁৰ স্বাস্থ্যৰ বিষয়ে সুধিলো। ডাক্তৰে খুব এটা positive answer নিদিলে। ক'লে, চেষ্টা কৰি আছো। তেওঁৰ কেইবাটাও problem। বড়দিক মাত লগাই গুচি আহিলো। মনটো বৰ বেয়া লাগিল কাৰণ তেওঁ বাৰে বাৰে কৈছিল, 'দেখ্‌না মোকা শাড়ী খুলি হস্পিটালৰ জামা(চোলা) পিন্ধে দিছে। মই বেয়া পাং। মুই তোৰ ওটি যাইম।' কিন্তু মই নিৰুপায়।

২২ তাৰিখৰ পৰা ২৬ তাৰিখলৈ সদায় মই তেওঁক লগ কৰিবলৈ গৈছিলো। গৌৰীপুৰৰ যিমান মানুহ গুৱাহাটীত আছিল সকলোৱে - আত্মীয় বন্ধু, শিল্পীজগতৰ বহুত শিল্পী, [illegible]ৰ বহু নামি-গুণী ব্যক্তি, অসংখ্য শ্ৰোতা সকলোৱেই আহিছিল বডদিব খবৰ ল'বলৈ। সঁচাকৈয়ে [illegible] তেওঁ যে জনসাধাৰণৰ শিল্পী আছিল, তাৰ প্ৰত্যক্ষ প্ৰমাণ পালোঁ ২৫ তাৰিখে ৰাতি[illegible] [illegible]শীবদান [illegible] [illegible] [illegible] বন্ধু, ব[illegible] [illegible]

[illegible]

[illegible] আহিছিল [illegible] মই [illegible] তাঁৰ[illegible] [illegible] [illegible]বাই দি [illegible] প্ৰণাম জনালো।

[illegible] পাঁচ [illegible] [illegible]দিন [illegible] গৌৰীপুৰৰ ঘৰলৈ [illegible] হ'লে। পিছদিনা বড়দিব অন্তিম বিদায় জনাই নিজৰ ঘৰলৈ ঘূৰি আহিলো। বাটত [illegible] পুৰণি কথাবোৰ মনত পৰি আছিল। ভাৰাক্ৰান্ত মনটোৱে যেন গাই উঠিল

[illegible]চুৰ পাতেৰ পানী যেমন ৰে

[illegible] টলমল, টলমল কৰে

[illegible]ইমতে মানুষেৰ জীৱন কখন ঢলিয়া পৰে. .



# গৈইলে কি আসিবেন...

□ প্ৰবীণ হাজৰিকা

'জীবনৰ শেষ পৰ্যন্ত্য মুই গান কৰি যাম।' প্ৰতিমা বাইদেউৱে জীবনক লৈ কৰা ছবি 'হস্তীৰ কন্যা' কৰাৰ সময়ত কৈছিল। কেইদিনমান আগতে তেজপুৰত গান গাই আহিছিলহে। কোনে জানিছিল সেইয়া আছিল বাইদেউৰ শেষ গান। সঁচা, মৃত্যুৰ শেষ দিন পৰ্যন্ত গান গ্লাইয়ে গ'লগৈ।

গুৱাহাটীৰ নিউৰ'লজিকেল ৰিচাৰ্ছ চেন্টাৰৰ শয্যাত শুই থাকোতে মোক কৈছিল - 'আমাৰ এটা সম্বন্ধ আছে নহয়, প্ৰবীণ?' মই কৈছিলো -- 'হয় বাইদেউ, আমাৰ খুব ভাল সম্বন্ধ আছে। আপুনি ভাল হৈ উঠক, আকৌ গান গাব লাগিব।

ও বিৰিখ শিমিলাৰে
গগনে মেলে ডাল
নাৰী হৈয়া ৰথেৰ যৈৱন...
ৰাইলৱ কত কালৰে
ও বিৰিখ...।

কিন্তু ভাল হৈ নুঠিল। এটি মহাপ্ৰাণৰ মহাপ্ৰয়াণ হ'ল। সিদিনা পুৱা জি.এন.আৰ.চি. ত ফুলেৰে উপচাই ৰখা মানুহজনীক দেখি ভাব হৈছিল... এজোপা বিশাল বৃক্ষ যেন পৰি আছে। গোৱালপাৰীয়া লোক সংগীতৰ এজোপা বিশাল বৃক্ষ অসমৰ পশ্চিম প্ৰান্তত বাগৰি পৰিল।

... 'জীৱনত যি পালো, যি নাপালোঁ তাক লৈ মই চিন্তা নকৰোঁ। নোপোৱাৰ মোৰ কোনো বেদনা নাই। মোৰ কোনো দুঃখ নাই...।'

'জীৱনত মই বহুত পুৰস্কাৰ পাইছো -- কিন্তু মোৰ চবতকৈ ডাঙৰ পুৰস্কাৰ হৈছে মানুহৰ পুৰস্কাৰ। মানুহৰ ভাল পোৱা। মানুহৰ ভালপোৱাক লৈয়ে মই গান কৰি যাম।'

বাইদেউৱে হয়তো নাজানিছিল, মানুহে তেওঁক কিমান ভাল পাইছিল। অগ্ৰজৰ পৰা যুবকলৈকে অন্তিম যাত্ৰাত গুৱাহাটীৰ পৰা গৌৰীপুৰলৈকে শীতৰ ঠেৰেঙা জাৰকো আওকাণ কৰি বাইদেউক শেষ বাৰৰ বাবে চাবলৈ, এপাহি ফুল দিবলৈ পুৱালৈকে ৰাস্তাত অপেক্ষা কৰি আছিল।

শোভাযাত্ৰা আগবাঢ়িছিল। এয়া কোনো পলিটিকেল লিডাৰৰ শোকযাত্ৰা নহয়। এয়া এগৰাকী মহান শিল্পীৰ মহাপ্ৰাণ যাত্ৰা। শৰাইঘাট দলং পাৰ হওঁতে এজন যুবকে আবেগেৰে

চিঞৰি উঠিল, 'প্ৰতিমা বাইদেউ আৰু এই শৰাইঘাট দলং পাৰহৈ গুৱাহাটীলৈ কেতিয়াও নাহে।' সঁচা কেতিয়াও নাহে। সুৰদেৱী হোটেলৰ সেই পৰিচিত কোঠাও শূন্য হৈ পৰিল।

... দিনে দিন খসিয়া পড়িবে
ৰংগিলা দালানেৰ মাটি
গোসাঁই ৰে
কোন ৰংগে।।

'হস্তীৰ কন্যা' ছবিখন আছিল বাইদেউৰ জীৱনৰ ওপৰত। গতিকে ছবিৰ সমল বিচাৰি দৌৰিছিলোঁ গৌৰীপুৰলৈ। গৌৰীপুৰ পাওঁতে সন্ধিয়া লাগিছিল। মাটিয়াবাগৰ 'হাৱাখানা'ৰ কাষৰ এটি সৰু কোঠাত খাট এখনৰ ওপৰত আধা পোহৰ আধা ছাঁৰ মাজত ৰাজকন্যা বহি আছিল। ৰাজকাৰেঙৰ পৰা মাটিলৈ নামি অহা ৰাজকন্যা। মাটিৰ প্ৰতিমা। মানুহৰ শিল্পী প্ৰতিমা বৰুৱা পাণ্ডে। মাটিৰ গোন্ধক, মানুহৰ বুকুৰ গীতক আপোন কৰি লোৱা প্ৰতিমাই সুখ-স্বাচ্ছন্দ্য, আভিজাত্য ত্যাগ কৰি সাধাৰণ চহা জীৱনৰ গীতক ঘঁহি পিঁহি বুটলি আনি গোটেই বিশ্বত বিয়পাই দিলে।

'আমাৰ ঘৰত তেতিয়াই বহু মহিলাই কাম কৰিছিল। এই মহিলা বিলাকে কাম কৰাৰ সময়ত কিছুমান গীত গুণগুণাই ফুৰিছিল। মই সিহঁতক সেই গীতবোৰ শিকাবলৈ কৈছিলো কিন্তু সিহঁতে কৈছিল, তুই ৰাজাৰ বেটী। এই সব গান শিখিলে তোক মানুসে গালি পাইৰবে। কিন্তু মই জেদ ধৰিছিলো এই গানবোৰ শিকিবলৈ আৰু মই শিকিছিলোঁ আৰু গাইছিলোঁ।

'ছোট এলাচী, বড় এলাচী
ডালচিনি আই ঘিড়িয়া বান্ধিলে
বাড়ীৰে আয়মন কুলি।।...

পৃথিৱীৰ লোকসংগীত শিল্পী সকলৰ ভিতৰৰে এগৰাকী শিল্পী প্ৰতিমা বৰুৱা পাণ্ডে।

মোৰ সৌভাগ্য যে এনে এগৰাকী মুকুতাক লৈ মই ছবিখন কৰিবলৈ পাইছিলো।

**ৰিক্সাত উঠাই বাইদেৱে মোক গোটেই গৌৰীপুৰ দেখুৱাইছিল। পৰিয়ালৰ বহু মানুহৰ লগত পৰিচয় কৰি দিছিল। নিজৰ জীৱনৰ বহু কথাই কৈ গৈছিল ছবিখনৰ খাতিৰত। শৈশৱৰ লুকা ভাকো খেলা দিনৰ পৰা সিদিনালৈকে। বাইদেউৱে এখন Autobiography লিখিছিল। সেইখনো মোক পঢ়িবলৈ দিছিল। ছবিখনত মোৰ সহায় হৈছিল।**

**'শৈশৱত মই প্ৰতাপসিঙৰ পিঠিত উঠি চৰাচৰ বিলৰ পাৰে পাৰে বেৰাইছিলো।' এই প্ৰতাপসিং আছিল তেওঁলোকৰ পৰিয়ালৰ মৰমৰ হাতী।**

**'প্ৰতাপসিঙক যেতিয়া ধৰা হৈছিল, তেতিয়া মোৰ বয়স হৈছিল ৯ বছৰ।' এই প্ৰতাপ সিংহৰ পিঠিত উঠিয়েই বাইদেউৱে বাঘ চিকাৰ কৰিছিল। 'ছটা হিংস্ৰ বাঘক মই গুলীয়াই মাৰিছোঁ। কিন্তু এটা বাঘো চিকাৰ কৰি মই শান্তি পোৱা নাছিলো কাৰণ মই প্ৰত্যেক জীৱকে ভাল পাওঁ। হত্যা কৰাটো মোৰ ধৰ্ম নহয়। এইটো এটা পৰিয়ালৰ পৰম্পৰাৰ**

বাবেই মই চিকাৰ কৰিছিলো। কিন্তু সোনকালেই মোৰ চিকাৰী জীৱনৰ সমাপ্তি ঘটাইছিলো। চিকাৰ এৰি মই সোমাই পৰিলো সঙ্গীত জগতত।'

মই মাথোঁ টে'পটো অন কৰি দিছিলো। বাইদেউৱে চকুমুদি অনৰ্গল স্মৃতিৰোমন্থন কৰি গৈছিল।

ঘৰৰ কাষেদি বৈ যোৱা গদাধৰ নৈখন দেখুৱাই কৈছিল —'এই গদাধৰে মোক অনেক কিছু দিছে। শৈশৱৰ পৰাই মই গদাধৰ দেখিছো, আজিও দেখিছো। এই গদাধৰৰ নাৱঁৰীয়াৰ গীতে মোক আজিও আমনি কৰে।'

লাল গামছা ৰাঙা শাড়ীৰে
অ'ৰে তাৰ মধ্যে নানান ডোৰ
আজিৰ মতো যাও বন্ধু
স্বোৱামী আছে মোৰ ..।।

'মোৰ খিৰিকি দিয়ে যেতিয়া মই গদাধৰ দেকো আই ফিল্ নষ্টালজিয়া।' 'সৰুৰ পৰাই মই দেউতাৰ লগত জংঘলত হাতী ধৰা কেম্পলৈ গৈছো। তাত মই ভাৰতৰ বিভিন্ন অঞ্চলৰ মাহুতক লগ পাইছিলো। বনৰীয়া হাতী বশ কৰিবৰ বাবে যিবোৰ গীত গাইছিল, ৰাতি মাহুত সকলৰ যি গানৰ আচৰ বহিছিল, তালৈ মোক দেউতাই লৈ গৈছিল আৰু কৈছিল, তই এইবিলাক গীত শিক। মই শিকিছিলো। এই হাতী ধৰা কেম্পটোৱেই আছিল মোৰ সংগীত জীৱনৰ ইন্সটিটিউট।

'আল্লা আল্লা বল ৰে ভাই
হায় আল্লা ৰছুল
কোন মহলেৰ হাতী'ৰে ভাই
হায় আল্লা ৰছুল...।'

গোৱালপাৰীয়া হৈও আছিল বিশ্বজনীন। 'We are in the same boat brother in the same boat'

'আমি একেখন নাৱঁৰে যাত্ৰী', গোৱালপাৰীয়া লোকসংগীতৰ লগতে সমগ্ৰ বিশ্বৰ জনগণৰ মনৰ এই সুৰীয়া বাণী কঢ়িয়াই ফুৰিছিল গাওঁ ভুইয়ে, চহৰে, নগৰে। আঞ্চলিক ভাষাত লোক শিল্পী হৈও কেনেকৈ আন্তৰ্জাতিক হ'ব পাৰি তাৰ উদাহৰণ আছিল প্ৰতিমা বৰুৱা পাণ্ডে।' মই কোনো ওৱেষ্টান ইনষ্ট্ৰুমেন্ট ব্যৱহাৰ নকৰো। গোৱালপাৰীয়া গীতৰ বাদ্যযন্ত্ৰকেই ব্যৱহাৰ কৰি গান গাওঁ।

স্মৃতিৰ পাতত থকা টুকুৰা টুকুৰ ছবিবোৰ মনলৈ আহিছে। কাৰো লগতেই বাইদেৱে আপোচ নকৰিলে। নিজৰ জীৱন, নিজৰ সংসাৰৰ লগতো তেওঁ আপোচ নকৰিলে। 'একমাত্ৰ সংগীতেই মোৰ জীৱনৰ লগৰী।'

গেইলে কি আসিবেন.....

নাহে, কেতিয়াও নাহে। বাইদেউ, তুমি যতেই আছা শান্তিৰে থাকা। বাইদেউৰ বিদেহী আত্মাই যেন চিৰশান্তি লাভ কৰে, তাৰেই কামনাৰে।



# প্ৰতিমাদিক সুঁৱৰি

□ মনীষা হাজৰিকা

সিদিনা ৰাতিপুৱা ১০ মান বজাত লগ পালো বিজু ফুকনক। ফুকন আহিছিল ভূপেনদাক লগ কৰিববলৈ, কিন্তু ভূপেনদা নথকাৰ বাবে মই ফুকনক মাতষাৰ দি তলতে বহালো। ফুকনক অলপ গধুৰ যেন পালো। মোক ক'লে, আজি ৰাতিপুৱা ৫-৩০ বজাত হেনো প্ৰতিমাদিক সদৌ অসম ছাত্ৰ সন্থাৰ ল'ৰাই আনি গুৱাহাটী নিউৰ'লজিকেল ৰিচাৰ্ছ চেন্টাৰত ভৰ্তি কৰাইছে। দুদিনমান আগতে বাতৰি কাকতৰ পৰা গম পাইছিলো যে, তেজপুৰ মহোৎসৱত গীত গাই ঘূৰি অহাৰ বাটত প্ৰতিমাদি হঠাৎ অসুস্থ হৈ পৰিছে আৰু ধুবুৰীত তেখেত চিকিৎসাধীন হৈ আছে। অলপ সকাহ পালো যেতিয়া গম পালো যে, আমাৰ ল'ৰাসকলে (সদৌ অসম ছাত্ৰ সন্থা) আনি তেখেতক গুৱাহাটীত চিকিৎসা প্ৰদান কৰাৰ বাবে যত্ন ল'লে। ফুকনে ক'লে, আপুনি এতিয়া যাব পাৰে, ময়ো লগে লগে মোৰ বান্ধৱী মঞ্জুলা হাজৰিকালৈ ফোন কৰি কথাটো ক'লো, তাই মোৰ মনৰ অৱস্থা বুজি তাইৰ গাড়ীখন দি মোক নিউৰ'জিকেল চেন্টাৰলৈ পঠোৱাৰ ব্যৱস্থা কৰি দিলে। ক'ব নোৱাৰাকৈ এক অজান আশংকাই মনটো গধুৰ কৰি তুলিলে। 'প্ৰতিমাদি', সদায় আমাৰ ঘৰত, মাটিয়াবাগৰ ঘৰত, বিভিন্ন মঞ্চত লগ পোৱা দপদপাই থকা প্ৰতিমা বৰুৱাক অসুস্থ অৱস্থাত খবৰ কৰিববলৈ যোৱাটো মনে মনে যেন মানি ল'ব পৰা নাছিলো।

ৰিচেপচনত থকা ছোৱালীজনীয়ে কৈছিল, কাষৰ লজ এখনত তেখেতৰ ঘৰৰ অৰ্থাৎ পৰিয়ালৰ মানুহ আছে, আপুনি লগ কৰিব পাৰে। কিন্তু মই পৰিয়ালৰ মানুহক লগ ধৰি তেখেতৰ শাৰীৰিক অৱস্থাৰ বুজ লোৱাতকৈ ডাক্তৰক লগ কৰি কথাটো জানিব খোজাত তেওঁলোকে মোক ডাঃ হীতেশ শৰ্মাৰ তালৈ পঠিয়ালে। ডাঃ শৰ্মা ৰাউণ্ডত থকা বাবে অলপ সময় কোঠাটোত অকলে বহিব লগা হ'ল। মনত খেলিমেলি প্ৰশ্ন, প্ৰতিমাদিয়ে ভাল পাবতো? কিনো হৈছে যে, হঠাৎ ইমান অসুস্থ হৈ পৰিল? ইত্যাদি ভাববোৰ অহাৰ লগে লগে প্ৰতিমাদিক খুব ওচৰৰে পৰা লগ পোৱাৰ মুহূৰ্তবোৰ যেন মনৰ দৃশ্যপটত ভাঁহি উঠিল। হীতেশ শৰ্মা অহাৰ লগে লগে 'এসোপা' প্ৰশ্নৰে ছাগে তেখেতক বিব্ৰত

কৰি তুলিলো। তেখেতে এটা এটাকৈ কৈ যাবলৈ ধৰিলে প্ৰতিমাদিৰ শৰীৰৰ বিভিন্ন দিশৰ অৱস্থাৰ কথা। মই আগ্ৰহ কৰাত তেখেতে সেই মুহূৰ্তত চাই থকা ডাঃ বন্দনা সিনহাৰ(হাজৰিকা) লগত মোক এবাৰ কথা পতাই দিয়াৰ ব্যৱস্থা কৰি দিলে। ডাঃ শৰ্মাই ফোন কৰি দিয়াত মই লিফ্টেৰে উঠি গ'লো ওপৰ মহলাৰ আই.চি.ইউ. চেম্বাৰলৈ। দুৱাৰ খুলি মোক ভিতৰলৈ মাতি নিয়াত মই প্ৰতিমাদিৰ বৰ্তমান অৱস্থাৰ বুজ ল'বলৈ সুবিধাকণ পালো। খন্তেক সময়ৰ বাবে প্ৰতিমাদিক দেখা পালো— বহুতো ইনভেষ্টিগ্যেচনৰ মাজত, কিন্তু ক'তা, সেই কথাৰ সুৰতো সলনি হোৱা নাই, নাৰ্চক ক'লে মোৰ ভনী হয়, কুৰ্ছি এখন আনি দিব নোৱাৰেনেকি? নিজে বিছনাখনৰ কাষত মোক বহিবৰ বাবে জোৰ কৰি ক'লে 'এখানে বস্'। মই ক'লো, ঠিক আছে প্ৰতিমাদি এখন কেমন আছেন? মোক অস্পষ্টভাৱে ক'লে, আমাৰ কিছু হয়নি, এদিকে আয়, একটা পাণ নিয়ে আয় আমাৰ জন্য - মই বিদায় ল'লো পাণ আনি দিয়াৰ প্ৰতিশ্ৰুতি দি। মনটো কিবা এটা অজান আশংকাত সেমেকি আছিল। যদিও ভাবিছিলো, মনৰ ইমান জোৰ আছে যেতিয়া প্ৰতিমাদি নিশ্চই ভাল হৈ উঠিব।

পাছদিনা আকৌ গ'লো, সিদিনা পৰিয়ালৰ মানুহ লগ পালো। অৰূপদাৰ বৌয়ে মোক দেখি কান্দি কান্দি ক'লে, 'মিঠু পাৰবতো ঘুৰিয়ে নিয়ে যেতে', মইও জোৰ দি ক'লো, নিশ্চই পাৰিব কিন্তু নিষ্ঠুৰ নিয়তিয়ে ছাগে হাঁহিছিল সেই মুহূৰ্তত। ২৪ ডিচেম্বৰৰ বাতৰি কাকত পঢ়ি গম পালো সিদিনা আবেলি চাৰি বজাৰ পৰা মানুহগৰাকীক সম্পূৰ্ণ শ্বাস-প্ৰশ্বাস ব্যৱস্থাৰে চিকিৎসা কৰি থকা হৈছে।

পাছদিনা অধিক উন্নত চিকিৎসাৰ বাবে মুম্বাইৰ পৰা অনা হ'ল ক্ৰিটিকেল কেয়াৰ মেডিচিন বিশেষজ্ঞ ডাঃ ফাৰহাত কাপাডিয়াক। বহুতো মানুহে বিশেষজ্ঞগৰাকীৰ মুখৰ পৰা প্ৰতিমাদিৰ স্বাস্থ্যৰ বৰ্তমান অৱস্থাৰ কথা জানিবলৈ ঢাপলি মেলিলে নিউৰ'লজিকেল চেন্টাৰলৈ। ছাত্ৰ সন্থাৰ উদ্যোগত আমি এই সুবিধাকণো পালো।

ডাঃ ফাৰহাতে কৈছিল, অহা ২৪/৪৮ ঘন্টাৰ ভিতৰত একো ক'ব পৰা নাযায়।

৪৮ ঘন্টা পাৰ নহ'ল — সেই দপদপাই থকা প্ৰতিমাদিক ভৰিত হাৱাই চেণ্ডেল পিন্ধি, হাতত আইনাৰ খাৰু লৈ তাঁতৰ শাৰীৰ আঁচলেৰে ওৰণি লৈ বহি থকা আৰু কেতিয়াও মঞ্চত দেখা নাপাম। ই যেন এক অসহনীয় সত্য।

২৭ তাৰিখ পুৱা ১০ মান বজাত ফোন পালো বিপুলৰ (বিপুল ৰাভা) ঃ বৌ-বাইদেউ আজি পুৱা ৭ মান বজাত ঢুকাল।

চব শেষ, প্ৰতিভাময়ী, মাটিৰ শিল্পী, সাধাৰণ মানুহৰ শিল্পী, গোৱালপাৰীয়া লোকগীতৰ সাম্ৰাজ্ঞীগৰাকী আমাৰ মাজৰ পৰা আঁতৰি গ'ল। এই মুহূৰ্তত মনত পৰিছে, প্ৰথম প্ৰতিমাদিক আমাৰ ঘৰত লগ পোৱাৰ কথা, মনত পৰিছে মাটিয়াবাগত মাটিত বহি গোটেই ৰাতি গীত শুনাৰ কথা, মনত পৰিছে মোৰ সৰু ঘৰটোত ভনীয়েকক লৈ

কেইবাদিনো কটাই যোৱাৰ কথা, মনত পৰিছে বিভিন্ন মঞ্চত, বিভিন্ন সময়ত লগ পোৱাৰ কথা।

আমাৰ ঘৰত বাদ্যযন্ত্ৰীসকলক লৈ প্ৰতিমাদি আহি থাকিলে সদায় উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি হৈছিল। সময় নাই অসময় নাই, কেৱল গান। ১৯৭৪ চনত এদিন প্ৰতিমাদি হঠাৎ আহি আমাৰ সৰু ঘৰটোত উপস্থিত —ক'ৰবাত বোলে প্ৰ'গ্ৰেম আছে।

'ৰাণা তোৰ তাত থাকিম। গধূলি ৰিহাৰ্ছেল আৰু দিনত আড্ডা।' কথা হোৱাতকৈ মই তেখেতৰ ওচৰত বহি তেখেতৰ অভিজ্ঞতাৰ কথা শুনাতহে বেছি আগ্ৰহী আছিলো।

১৯৭৫ চনত এদিন বন্ধু মাণিক বৰাই আহি তেওঁক, 'পোহৰ' বোলছবিৰ সংগীত পৰিচালনাৰ দায়িত্ব দিলে। নায়কজন অন্ধ, অসমৰ লোক সংস্কৃতিৰ ইন্ধন বিচাৰি পূৰ্বৰ পৰা ঘূৰি ঘূৰি গোৱালপাৰা পাৰ হৈ যায় যুবকজনে। গতিকে এওঁ গোৱালপাৰাৰ লোক সংস্কৃতিৰ সুৰ বিচাৰি প্ৰতিমাদিৰ তাত মাটিয়াবাগলৈ যোৱাটো ঠিক কৰিলে, ভবা মতে কাম।

মাটিয়াবাগৰ সেই দৃশ্য মই কেতিয়াও নাপাহৰো। মস্ত দালান বাৰীৰ বাৰাণ্ডাত প্ৰতিমাদিয়ে এটাৰ পাছত এটা লোকগীত গাই যোৱাৰ দৃশ্য। দেহতত্ত্বৰ সেই গীতটি ছবিখনত সন্নিবিষ্ট কৰাৰ কথা ভবা হৈছিল। 'একবাৰ হৰি বল, মন ৰচনা' আৰু 'মানৱ দেহাৰ গৌৰৱ কইৰণা।'

মই প্ৰতিমাদিৰ লগত সদায় বঙালীত কথা পাতিছিলো। ক'লো, প্ৰতিমাদি আমি আপনাৰ ফেন। আমাৰ জন্য একটা গান শুনান আৰু তেতিয়া গাই শুনাইছিল-- 'গঙ্গাধৰে পাড়ে পাড়ে ৰে তৰে, কালিয়া থোপা-থোপা-তাৰি- তলে সোনাৰ বন্ধু বাজায় দোতৰাৰে, গঙ্গাধৰেৰ পাড়ে পাড়ে নৰ—

'লাল গামচা ৰাঙা শাড়ী ৰে
ওৰে মধ্যে ৰাঙা ডোৰ....
আজকেৰ মতোন যাওগো বন্ধু
স্বামী আছেন মোৰ ৰে
গঙ্গাধৰেৰ পাড়ে পাড়ে ৰে।'

তেতিয়া ভবা নাছিলো মই কেতিয়াবা গান গাম, মঞ্চত এতিয়া মই ক'ৰবাত এ[illegible] গীতিটিও গাওঁ প্ৰতিমাদিৰ কথা কৈ।

আমাৰ এগৰাকী দাদা প্ৰণৱ বৰা তেতিয়া আছিল ধুবুৰীত Executive Engin[illegible] ৰ হৈ, তেওঁ যথেষ্ট সংগীত ভাল পোৱা মানুহ, তেওঁ সুৰ এটি কৰিলেই প্ৰণৱদাক শুনাবলৈ গৈছিল। সেই প্ৰণৱদাই গোৱালপাৰাৰ লোকসঙ্গীতক বিশ্বৰ দৰবাৰলৈ লৈ যোৱাৰ বা[illegible] প্ৰতিমা[illegible] জা[illegible]ৰ কথা মনত পৰে।

মাটিয়াবাগৰ পৰা সৰু ভনীয়েকৰ লগতে পঠিয়াই মোক দেখুৱাইছিল গৌৰীপুৰৰ ৰাজবাড়ী। সেই দিনকেইটাৰ স্মৃতিয়ে এতিয়াও মোৰ মানসপটত কেতিয়াবা আহি আমনি কৰে।

তাৰ পাছত বহুতো ঠাইত প্ৰতিমাদিক খুব ওচৰৰ পৰা পোৱাৰ স্মৃতি। মোক দেখা পালেই লাগে আইনাৰ খাৰু- 'কলকাতা যাসতো, আমাৰ জন্য কাঁচেৰ চুড়ি আনবি বুঝলি।' এবাৰ আনি দিছিলো 'কাঁচেৰ চুড়ি'।

আৰু কেতিয়াও প্ৰতিমাদিয়ে 'কাঁচেৰ চুড়ি' নিবিচাৰে। সিদিনা 'পুৰণি দিনৰ সোঁৱৰণ'ত শিৱসাগৰত লগ পালো প্ৰতিমাদিক। শেষ অনুষ্ঠান চালো প্ৰতিমাদিৰ- তেজপুৰৰ ৰাইজে হয়তো সদায় গৰ্বেৰে ক'ব যে, আমাৰ তেজপুৰত তেখেতে শেষ অনুষ্ঠান কৰি গ'ল। 'শেষ অনুষ্ঠান'।



# গানৰ নহয়, প্ৰতিমা পাণ্ডে বৰুৱাৰ প্ৰাণৰ কথা

□ ৰণধীৰ দেৱ অধিকাৰী

## প্ৰতিমা পাণ্ডেৰ অসমাপ্ত আত্মজীৱনী
## (CRY OF THE SOIL)

বহুদিন লিখা নাই। লেখা-মেলা পাহৰি গৈছো, ভাবিলো লিখা আৰম্ভ কৰা উচিত হ'ব। ... মই মাটিৰ মানুহ, মাটিৰ গান গাওঁ, সাধাৰণ মানুহৰ লগত মিলা-মিছা কৰো। কাৰণ মই জানো, এওঁলোকৰ অবিহনে সমাজ বাচিব নোৱাৰে। সমাজ মানে কি? ভাল সাজ-পোছাক, মিঠা মাত-কথা, মৌখিক ভদ্ৰতা? এয়া মই নামানো। মই গাওঁ সাধাৰণ মানুহৰ গান, যি গানৰ কোনো স্বৰলিপি নাই। সেয়াই লোকগীত।

এইবাৰ মই লিখিবলৈ লৈছো মোৰ কথা। গৌৰীপুৰৰ ৰাজপৰিয়ালৰ কন্যা হৈ জন্মগ্ৰহণ কৰিছিলো। সেয়া বহু বছৰ আগৰ কথা। বৰ্তমান মোৰ বয়স প্ৰায় পয়ষষ্ঠি বছৰ। মই এতিয়াও ক্লান্ত হোৱা নাই। মাথোঁ প্ৰত্যক্ষ কৰিছো বৰ্তমানৰ আলেখ-লেখ। মাথোঁ ভাবো, বৰ্তমান সমাজৰ কথা। কি আছে এই সমাজত? মাথোঁ হিংসা, ৰেশা-ৰেশি। মই অসমীয়া, মই বঙালী, মই বিহাৰী, মই গাৰো, মই বড়ো, মই হিন্দু, মই মুছলমান, মই ৰাভা। ... আমি ভাৰতবাসী। মই অসম, বংগ, বিহাৰ, উত্তৰপ্ৰদেশ, উৰিষ্যা, বাংলাদেশ নুবুজো। মই বুজো — আমি মানুহ, একেই মাটিৰ। একেই পানী, একেই বায়ু সেবন কৰো।

The Folk Song of Goalpara

যেতিয়া মই গান গাবলৈ আৰম্ভ কৰিছিলো, তেতিয়া ই আছিল 'দেশীগান'। সেই সময়ত দেখা হৈছিল এজন মহান মানুহৰ লগত, এজন মহান শিল্পীৰ লগত। সেয়া

আছিল ১৯৫৫ চন। তেতিয়া মই বিশ বছৰীয়া এজনী ছোৱালী। In the year 1956 I sang a few songs in the film of Dr. Bhupen Hazarika (এৰা বাটৰ সুৰ)। মই গাইছিলো – 'অ' বৃক্ষ শিমিলাৰে...'। মোৰ একান্ত ইচ্ছা আছিল কেনেকৈ আমাৰ 'দেশী' গানবোৰক বাহিৰৰ সমাজত বিলাই দিয়া যায়। বহু লাজ, বহু নিন্দা, বহু অপবাদ সহ্য কৰিও আগুৱাই গৈছিলো - চাওঁ কি হয়? আজিও গাই গৈছো সেই মানুহৰ গান।

বৰ্তমান মই এগৰাকী সুগায়িকা হিাপে পৰিচিত। কিন্তু এসময়ত মই বহু অপবাদ সহ্য কৰিছো। ...The folk song of Goalpara, songs of the most poor persons of the soil, Mahut. Maishal, Charkia, Baichar (boatman) and the women of the villages. They may be Hindu or Muslim প্ৰতিমা পাণ্ডেৰ অসমাপ্ত আত্মজীৱনী (CRY OF THE SOIL) 'তোমৰা গেইলে কি আসিবেন মোৰ মাহুত বন্ধুৰে' ইয়াৰ অৰ্থ কি? Love between a mahut and a village girl ছোৱালীজনীৰ প্ৰশ্ন - মাহুত তুমি আহিবানে নাই? আহিবও পাৰে নাইবা নাহিবও পাৰে।...

মই বিখ্যাত হস্তী বিশাৰদ ৰাজকুমাৰ 'লালজী'ৰ ছোৱালী। তাৰ পিচতেই মই হঠাতেই হৈ গ'লো জি.এছ. পাণ্ডেৰ স্ত্ৰী। ইয়াকেই কয় ভাগ্য। মই কোনো সমাজ নামোনো, মই কোনো ধৰ্মকেই নামানো। মই মানো একমাত্ৰ অন্ধকাৰত থকা ভগৱানক। মই সমাজহীন। মই মানুহক ভাল পাওঁ। মোৰ প্ৰিয় মানুহ কোনবোৰ? মোৰ লগত যিসকলে বজায়। কিন্তু ভদ্ৰ সমাজে তেওঁলোকক নীচ চকুৰে চায়।

... গান-বাজনাৰ কথা লিখোতে লিখোতে মনত পৰি যায় ল'ৰালিৰ কথা। তেতিয়া মই পাঁচ বছৰীয়া ছোৱালী। মোৰ ককাদেউতা স্বৰ্গীয় ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ গানৰ 'আসৰ'ত স্বৰ্গীয় সুৰেশ চন্দ্ৰ বৰুৱা আৰু বহুতেই সংগীত চৰ্চা কৰিছিল। ৰাজাবাহাদুৰ সংগীতপ্ৰেমী আছিল, নিজে তবলা বজাইছিল। মোৰ মনত পৰে, মই তেওঁলোকৰ মাজত বহি তাল মিলাইছিলো। মোৰ ককাদেউতাই মোক মাথোঁ লক্ষ্য কৰিছিল, কি ভাবিছিল ক'ব নোৱাৰো। সেই যুগৰ লোকশিল্পী স্বৰ্গীয় কৰিতুল্লা শ্বেখ ৰাজাবাহাদুৰৰ প্ৰিয় মানুহ আছিল। তাৰপিচত মনত পৰে স্বৰ্গীয় প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ কথা, যিজন আছিল সেই যুগৰ এজন মহান অভিনেতা, চিত্ৰ পৰিচালক। যিজনে নিৰ্বাক ছবিক সবাক কৰিছিল আৰু এক নতুন যুগৰ সৃষ্টি কৰিছিল। মোৰ বৰদেউতাৰ কথাছবি 'মুক্তি'ত 'নদী না যাইওৰে বৈদ...' গানটো স্বৰ্গীয় কৰিতুল্লা শ্বেখৰ দ্বাৰা গোৱাইছিল। তেওঁৰ চেষ্টা আছিল এই 'দেশী' গানক প্ৰচলন কৰা, আজি যি গান গোৱালপাৰীয়া লোকগীত হিচাপে পৰিচিত হৈছে। মোৰ পেহী ৰাজকুমাৰী নীহাৰবালা বৰুৱা, ৰাজকুমাৰী স্বৰ্গীয়া নীলিমা বৰুৱা উভয়ে জন্মগত কলাকাৰ। আজিৰ বিখ্যাত 'টেৰাকোটা', 'কুঁহিলা-শিল্প'ৰ প্ৰসাৰত আছে মোৰ পেহী ৰাজকুমাৰী স্বৰ্গীয়া নীলিমা বৰুৱাৰ অৱদান। ডাঙৰ পেহীৰ (নীহাৰবালা বৰুৱা) অৱদান এই অঞ্চলৰ লোকগীত আৰু [illegible] গান প্ৰসাৰত।

... মই পিচে ৰাজকুমাৰী নহওঁ বা হ'ব নোখোজোঁ। মোৰ তেজত এই নাচ-গান-সুৰ প্ৰবাহিত হৈ আছে। সেয়ে মই এই অঞ্চলৰ লোক-সংস্কৃতিক ইমান ভালপাওঁ। আকৌ মনত পৰে ল'ৰালিৰ কথা। কি আছিলো, কি হ'লো আৰু যে কি হ'ব? দাৰুণ পৰিবেশ আছিল। বিৰাট 'জমিদাৰবাৰী'। বহুত মানুহ-দুনুহ, বহুত লগুৱা-লিক্চৌ, ৰাতিপুৱা-সন্ধিয়া পূজাৰ আড়ম্বৰ-আয়োজন-ঢাক-ঢোল।

আহিন মাহৰ দুৰ্গা পূজাৰ সময়ত এক ইলাহী কাৰবাৰ। এতিয়া সেইবোৰ ভাবিলে চকুপানী ওলায়। মুখত কোনো ভাষা নাহে। What I have seen, what I am seeing! ভাবিলে খুব কষ্ট হয়। ৰাজপৰিয়ালটো একেবাৰে অচলাৱস্থালৈ গৈছে। সকলো মানুহৰ ভাগ্য। এইটো এটা পৰিহাস, এক বিৰাট অভিশাপ। ... মোৰ সৰু ভনী পূৰ্ণিমাৰ বিয়াত দেখিছিলো পয়ষষ্ঠিটা হাতী, চাৰিবিধ বাজানা। এতিয়া ভাব হয়, সেইবোৰ আছিল মাথোঁ show

আজিৰ গৌৰীপুৰ এখন বেয়া মানুহৰ ঠাই। যিসকলে নিজৰ জাতিক চিনি নাপায়, নিজৰ ভাষাকেই বুজি নাপায়। তেওঁলোকৰ জানো কিবা হ'ব? ভাল কাপোৰ পিন্ধিলেই মানুহ ভাল নহয়।

জমিদাৰী আমোলত দেখিছিলো সুন্দৰ পৰিবেশ, সুন্দৰ সমাজ। তেতিয়া এটা শাসন আছিল, দয়া আছিল, ধৰ্ম আছিল। প্ৰজাবিলাকে এক আখি মালভোগ কল, এটা মোহৰ দি বহুত দিনৰ খাজনা ৰেহাই পাইছিল। কোনে বাৰু এইবোৰ দেখিছে? মই দেখিছো। মই মোৰ দেউতাৰ লগত ঘূৰিছো। মোৰ দেউতাৰ দৰে উদাৰ আৰু দয়ালু জমিদাৰ হয়তো কোনো নাছিল। মই দেখিছো - বিৰুকৰ্তা Of Rupshi, বাহাদুৰ কাকা Of Bagribari, Thunu Karta of Lakhipur, দেখিছো মোৰ দেউতাক — কুমাৰ বাহাদুৰ লালজী of Gauripur... .

.......আবেগিক হৈ তেওঁ কথা কৈ গৈছিল—গানৰ কথা নহয়, কাতৰ প্ৰাণৰ কথা। তেনেকুৱা অৱস্থাতেই তেওঁ মোৰ আগত নিৰ্মম সত্যৰ ৰূপত ধৰা দিছিল বহুবাৰ। বিধ্বস্ত মনৰ যন্ত্ৰণাবোৰ প্ৰকাশ কৰিছিল। তেনে সময়তে তেওঁ বিচাৰছিল কোনো সহৃদয়জনৰ সংগ। তেওঁ সান্ত্বনা বিচাৰিছিল। তেওঁৰ অশান্ত মন শান্ত হ'ব খুজিছিল কাৰোবাৰ সহানুভূতিৰে। প্ৰায় তিনি ঘন্টামান মই তেওঁৰ লগত চিৰিত বহি আছো, হঠাতে তেওঁ বনকৰা ছোৱালীজনীক চিঞৰি মাতি তাইৰ হতুৱাই এখন ডায়েৰী অনাইছিল। ডায়েৰী মেলি পঢ়িবলৈ গৈছিল— তেওঁৰ আত্মজীৱনী 'ক্ৰাই অব্ দা হুইল'। লাহে লাহে তেওঁৰ চকু দুটা ভৰি আহিছিল চকুলোৰে। টলমল চকুৰ পৰা সৰি পৰিছিল কেইটোপালমান চকুলো ডায়েৰীৰ পাতত। য'ত লিখা আছিল তেওঁৰ অন্তৰৰ এক নিৰ্মম উপলব্ধি — 'কি যে ছিলাম, কি যে হ'লাম, আৰ কি হ'বে?... আমি বিখ্যাত হস্তী বিশাৰদ ৰাজকুমাৰ লালজীৰ মেয়ে। তাৰপৰ হঠাৎ আমি কেমন কৰে হ'লাম জি -এছ পাণ্ডেৰ স্ত্ৰী? এটাকেই বলে ভাগ্য!'

দুপৰীয়াক বিদায় দি অপৰাহ্নলৈ গতি কৰিছিল বেলিয়ে। তেতিয়াও তেওঁ দিনৰ ভাতসাঁজ খোৱা নাছিল। ৰাতিপুৱাৰ পৰা একোৱেই খোৱা নাই। মই কৈছিলো -- 'পিসি, মুই যাং। আপ্নে ভাত খান। ভিত্ৰা যান।' 'না, মই আৰ ভাত খাইম না। এটিয়ে বসি থাকিম' ... তেওঁৰ কণ্ঠত ফুটি উঠিছিল ব্যথা মিশ্রিত অভিমান। ঘৰৰ মানুহে তেতিয়ালৈকে এবাৰো মতা নাছিল তেওঁক ভাত খাবলৈ। আনকি তেওঁ যে তাত তেনেকৈ বহি আছে তাকো কোনেও জনা নাছিল।

পৰিয়ালত তেওঁ ইমান অৱহেলিত, ইমান উপেক্ষিত! (?) ব'হাগৰ অপৰাহ্নৰ ধু ধু নৈশব্দতাত মই অনুভৱ কৰিছিলো -- আহ! বুচু পিসি কি নিসংগ।

('বুচু' প্ৰতিমা পাণ্ডেৰ ঘৰুৱা নাম। পাৰিবাৰিকভাৱে তেওঁ মোৰ অলপ দূৰ সম্পৰ্কীয় পিসি অৰ্থাৎ পেহী আছিল। গৌৰীপুৰৰ পুৰণি মানুহখিনিৰ বাবে তেওঁ আছিল সকলোৰে 'বড়দি' মানে ডাঙৰ বাইদেউ)।

## (দুই)

সঁকলো চহৰ-নগৰে তাৰ পুৰণি চৰিত্ৰ বা বৈশিষ্ট্য হেৰুৱাই পোলোৱাৰ দৰে গৌৰীপুৰ চহৰেও তাৰ পুৰণি চাৰিত্ৰিক বৈশিষ্ট্য হেৰুৱাই পেলাইছে। গৌৰীপুৰখনৰ এক দ্ৰুত পৰিবৰ্তন ঘটিছে। গৌৰীপুৰৰ এই পৰিবৰ্তনক প্ৰতিমা পাণ্ডেই সহজভাৱে গ্ৰহণ কৰিব পৰা নাছিল। কাৰণ এই পৰিবৰ্তন -- ব্যৱসায়িক পৰিবৰ্তন, বাণিজ্যিক আৰু বৈষয়িক উত্তৰণ। কিন্তু সাংস্কৃতিক দিশত গৌৰীপুৰ অতি দুঃখলগাকৈ অধঃপতিত হৈছে। ব্যক্তিকেন্দ্ৰীকতাই গৌৰীপুৰৰ মানুহকো গ্ৰাস কৰিছে। হেৰুৱাই পেলাইছে পাৰস্পৰিক আন্তৰিকতা। দল, গোষ্ঠী, সম্প্ৰদায়ক লৈ ন্যস্তস্বাৰ্থৰ ৰাজনীতি। প্ৰতিমা পাণ্ডেৰ বাবে এক অসহ্যকৰ পৰিবেশ। সেয়ে 'ক্ৰাই অব্ দা ছইল'ত তেওঁ লিখিছিল -- 'আজিৰ গৌৰীপুৰ এখন বেয়া মানুহৰ ঠাই। যিসকলে নিজৰ জাতিক চিনি নাপায়, নিজৰ ভাষাকেই বুজি নাপায় - তেওঁলোকৰ জানো কিবা হ'ব? ভাল কাপোৰ পিন্ধিলেই মানুহ ভাল নহয়।'

গৌৰীপুৰৰ মানুহৰ প্ৰতি তেওঁৰ এটা ক্ষোভ আছিল। আছিল অভিমান। তেওঁ এষাৰ কথা প্ৰায়েই কৈছিল ঃ 'ঘৰ কা মুৰ্গী দাল বৰাবৰ।' অৰ্থাৎ নিজৰ ঘৰৰ মূৰ্গীৰো দাইলৰ সমানেই মূল্য। ক্ষোভেৰে আৰু কৈছিল -- 'প্ৰমথেশ বৰুৱাৰ জন্যেই গৌৰীপুৰেৰ মানুষ কিছু কৰিল না, মোৰ জন্যে আৰ কি কৰবে।' এই প্ৰতিমা পাণ্ডেইতো গৌৰীপুৰৰ গৌৰৱ আছিল। হৈ পৰিছিল গৌৰীপুৰৰ আন এক পৰিচয় -- গৌৰীপুৰৰ বাহিৰৰ মানুহৰ বাবে। অথচ নিজৰ ঠাইৰ মানুহৰ ওচৰত তেওঁ হৈ পৰিছিল তেনেই গুৰুত্বহীন। ইয়াৰ পুৰণি মানুহখিনিয়ে প্ৰতিমা পাণ্ডেৰ মৰ্যাদা বুজিলেও আজি কেইবছৰমানৰ পৰা বাহিৰৰ পৰা আহি গৌৰীপুৰত বাস কৰিবলৈ লোৱা ক্ৰমবৰ্ধমান ছিন্নমূল মানুহখিনিয়ে গৌৰীপুৰৰ ঐতিহ্য অনুধাৱন কৰিব নোৱাৰাৰ বাবেই কিজানি প্ৰতিমা পাণ্ডেকো উচিত মূল্য দি য়া নাছিল। প্ৰতিমা পাণ্ডে মানেই যে গোৱালপাৰীয়া লোকগীত, এই লোকগীতৰ বাবেই যে

তেওঁ সংগীত নাটক একাডেমী বঁটা, পদ্মশ্ৰী, ডি-লিট্ উপাধি লাভ কৰিছিল, আজিৰ গৌৰীপুৰৰ বেছিভাগ মানুহেই জনা নাছিল নাইবা পাহৰি গৈছিল এই কথা। শিল্পী প্ৰতিমা পাণ্ডে হৈ পৰিছিল তেনেই গৌণ।

প্ৰতিমা পাণ্ডেৰ মৃতদেহ গুৱাহাটীৰ পৰা গৌৰীপুৰলৈ অনাৰ পাচত হেজাৰ হেজাৰ গৌৰীপুৰীয়া ৰাইজে তেওঁলৈ শেষ শ্ৰদ্ধা নিবেদন কৰিছিল। শোকাৰ্ত গৌৰীপুৰবাসীয়ে যথাযোগ্যভাবে তেওঁক চিৰবিদায় দি নিজৰ উচিত কৰ্তব্যই কৰিছিল। জীৱিতকালত প্ৰতিমা পাণ্ডেই নিজেও ভবা নাছিল মৃত্যুৰ পাচত ইমান মানুহে তেওঁক শ্ৰদ্ধা জনাব। কাৰণ জীৱিত অৱস্থাত তেওঁৰ খবৰ ল'বলৈ, তেওঁৰ সুখ-দুঃখৰ সংবাদ ল'বলৈ কেইজন মানুহ গৈছিল তেওঁৰ ওচৰলৈ? এইখিনিতে প্ৰশ্ন হয় - তেওঁৰ মৃত্যু গুৱাহাটীত নহৈ গৌৰীপুৰতে হোৱা হ'লে কেইজন মানুহ তেওঁৰ শেষ যাত্ৰাৰ সংগী হ'লহেঁতেন? গুৱাহাটীত শেষ নিশ্বাস ত্যাগ কৰি যি সন্মান তেওঁ পালে, তেওঁৰ অসুস্থতা আৰু মৃত্যুৰ বাতৰিয়ে প্ৰচাৰ মাধ্যমত যি গুৰুত্ব পালে, ইয়েই গৌৰীপুৰৰ মানুহক আবেগিক কৰি তুলিছিল। তেওঁ এবাৰ এটা সাক্ষাৎকাৰত আৰু মোকো ব্যক্তিগতভাৱে কৈছিল যে, গৌৰীপুৰত মৃত্যু হ'লে তেওঁক যেন গুৱাহাটীত সৎকাৰ কৰা হয়। 'গৌহাটীতো আৰু খুব বেশি দূৰ নাহয়, সাত আঠ ঘন্টাৰ ৰাস্তা' -- তেওঁ কৈছিল।

জীৱনৰ শেষ কালছোৱাত প্ৰতিমা পাণ্ডেই মানসিকভাৱে এখন নষ্টালজিক গৌৰীপুৰত বাস কৰিছিল। আজিৰ গৌৰীপুৰে তেওঁক একো নিদিলেও গৌৰীপুৰক কিন্তু তেওঁ খুব ভাল পাইছিল। কাৰণ এই গৌৰীপুৰৰ মাটিৰ লগতেই তেওঁৰ সংগীত-সত্তা সংপৃক্ত হৈ আছিল। গৌৰীপুৰৰ ভাল কাপোৰ পিন্ধা মানুহখিনিক অৰ্থাৎ তথাকথিত ভদ্ৰ মানুহখিনিয়ে বেয়া পালেও 'চাযা-ভূযা'ৰ গীত গোৱা প্ৰতিমা পাণ্ডেই কিন্তু 'চাযা-মানুষি'ক (সাধাৰণ গাঁৱলীয়া মানুহখিনিক) অদ্ভুত আন্তৰিকতাৰে ভাল পাইছিল। নিজেই লিখিছিল - 'মই মাটিৰ মানুহ। মাটিৰ গান গাওঁ। সাধাৰণ মানুহৰ লগত মিলা-মিছা কৰো, কাৰণ মই জানো এওঁলোকৰ অবিহনে সমাজ বাচিব নোৱাৰে। সমাজ মানে কি? ভাল-সাজ-পোছাক, মিঠা মাত-কথা, মৌখিক ভদ্ৰতা? এয়া মই নামানো।' আচাৰ ব্যৱহাৰত তেওঁৰ কোনো কৃত্ৰিমতা নাছিল। কৃত্ৰিমভাবে তেওঁ থাকিব পৰা নাছিল।' গৌৰীপুৰ এৰি গুৱাহাটী নাইবা কলকাতাত স্থায়ীভাবে নাথাকি সাময়িকভাৱে থকা হ'লেও আজিৰ এই খ্যাতিতকৈ বহু বেছি খ্যাতি লাভ কৰিলেহেঁতেন তেওঁ। কিন্তু তেওঁ গৌৰীপুৰ এৰিব পৰা নাছিল, এৰিব পৰা নাছিল মাটিয়াবাগ - কিবা এক অবুজ মায়াত।

কেইবছৰমান আগৰ কথা - এদিন আবেলিপৰত তেওঁৰ তালৈ গৈছিলো। অকলে বহু সময় বহাৰ পাচত দেখিলো তেওঁ গদাধৰ নৈৰ পাৰৰ পৰা (গদাধৰ) মাটিয়াবাগৰ ওপৰলৈ উঠি আহিছে। ইমান সময় তেওঁ এজন নাৱৰীয়াৰ গীত শুনি আছিল। গীতটো তেওঁৰে গোৱা কিন্তু নাৱৰীয়াজনে অলপ বেলেগ ধৰণে গাইছিল। তাকে মন দি শুনি আছিল।

কংক্ৰীটৰ অৰণ্য কলকাতা নাইবা গুৱাহাটীত নাৱৰীয়াৰ এনে গীত জানো তেওঁ শুনিবলৈ পাব? আৰু মৰমৰ গদাধৰখন? য'ত তেওঁ সদায় গা ধুইছিল। সেয়ে তেওঁ মাটিয়াবাগ এৰিব পৰা নাছিল। মাটিয়াবাগৰ গেৰুৱা মাটিৰ দৰেই· গেৰুৱা আছিল প্ৰতিমা পাণ্ডেৰো জীৱনৰ ৰং।

মাটিয়াবাগৰ প্ৰাসাদোপম ঘৰটোত প্ৰতিমা পাণ্ডে থকা নাছিল। তেওঁ আছিল তাৰ সংলগ্ন অসম আৰ্হিৰ ঘৰ এটাত। ঘৰটোৰ জীৰ্ণ অৱস্থা। মূল ঘৰটোৰ কাষেৰে বাহিৰৰ দুৱাৰেৰে সোমাই চোতালখন পাৰ হৈ সেই ঘৰটোলৈ যাব লাগে। দিনৰ বেছিভাগ সময়েই তেওঁ বাৰাণ্ডাত কটাইছিল। ঘৰটোৰ এফালে ৰান্ধনি কোঠা, আনটো ফালৰ কোঠাত তেওঁ আছিল। তেওঁৰ বয়-বস্তুখিনিও এই ঘৰটোতে আছিল। তেওঁ পোৱা সম্বৰ্ধনা আৰু উপহাৰ সামগ্ৰীবোৰ মূলঘৰটোৰ চ'ৰাঘৰত সজাই থোৱা আছিল । এটা পুৰণি টিনৰ বাকচত আছিল তেওঁৰ একান্ত ব্যক্তিগত সম্পত্তি। এদিন তেওঁ বাকচটো মোৰ আগত উলিয়াইছিল। তাত আছিল তেওঁৰ নিজহাতে লিখা কিছুমান বিক্ষিপ্ত লেখা, কিছুমান চিঠি আৰু পুৰণি কাগজ-পত্ৰ। আৰু আছিল কেইখনমান ক'লা-বগা-ফটো — তেওঁৰ কৈশোৰ-যৌৱনকালৰ। তাৰ ভিতৰত ভূপেন হাজৰিকাই তোলা তেওঁৰ গাভৰুকালৰ ফটোও আছিল। ঘৰুৱা সাজত শাৰী পিন্ধা গাভৰুকালৰ ফটো এখন তেওঁ মোক সিদিনা দিছিল। দেখিবলৈ কি ধুনীয়া আছিল তেওঁ । সঁচাকৈয়ে তেওঁ যেন প্ৰতিমা আছিল। মই হতবাক হৈছিলো। আজিৰ এই প্ৰতিমা আৰু তাহানিৰ সেই প্ৰতিমাৰ মাজত কি আকাশ-পাতাল পাৰ্থক্য!

সুগঢ়ী-সুঠাম এটা শৰীৰ এনেকৈ জহি-খহি যাব পাৰে?

## (তিনি)

জীৱনৰ শেষৰ ফালে প্ৰতিমা পাণ্ডেই মদকেই সংগী কৰি লৈছিল। তেওঁ অতি সুৰাসক্ত হৈ পৰিছিল। হয়তো মদ খাই পাহৰি থাকিব খুজিছিল মনৰ দুঃসহ নিসংগতাক। ঘৰুৱা নানান অশান্তিয়ে জুৰুলা কৰি তুলিছিল তেওঁক। ভাগি পৰিছিল শৰীৰ, ভাগি পৰিছিল মন। তেওঁৰ তালৈ গ'লে মানসিক অশান্তিৰ কথাবোৰেই মোক বেছিকৈ কৈছিল। কথা কওঁতে কওঁতে কেতিয়াবা তেওঁ কান্দি পেলাইছিল। বহুদিন বহু সময় মই ক্ৰন্দনৰতা প্ৰতিমা পাণ্ডেৰ কাষত বহি আছিলো। মোৰ সান্ত্বনায়ো তেতিয়া একো কাম দিয়া নাছিল। আঁচলেৰে চকুপানী মচি লাহে লাহে নিজেই প্ৰকৃতিস্থ হৈছিল। কথাবোৰ আছিল খুবেই ব্যক্তিগত । তেওঁৰ কিছুমান যন্ত্ৰণা, কিছুমান সমস্যা আছিল বৰ স্পৰ্শকাতৰ। সেইবোৰে মোকো উদ্বিগ্ন কৰিছিল। কিন্তু সেই সমস্যাবোৰৰ সমাধান মোৰ হাতত নাছিল। সেই সমস্যাবোৰ আছিল বিশেষকৈ তেওঁৰ স্বামী, জীয়েক-জোঁৱায়েকক কেন্দ্ৰ কৰি। স্বামীৰ লগত তেওঁৰ সম্পৰ্ক সহজ নাছিল। জীয়েক দুজনীৰ পৰাও আশা কৰামতে একো পোৱা নাছিল। দুয়োজনী জীয়েকে নিজৰ পছন্দমতে বিয়া কৰিছিল। প্ৰতিমা পাণ্ডেই প্ৰায়েই দুঃখ কৰি কৈছিল যে, তেওঁৰ দুই জীয়েক অমৃতা আৰু অলকাৰ বাবে তেওঁ জোঁৱায়েক দুজন উপযুক্ত নাছিল। দুয়োজনেই কৰ্মসংস্থানহীন।

প্রতিমা পাণ্ডে আছিল অতি ছেনচিটিভ নাৰী। তেওঁ আছিল অতি মৰম আকলুৱা। লগতে কিছু জেদী আৰু অভিমানীও আছিল। তেওঁ আছিল মুডী। স্বাধীনচিতীয়া প্রতিমা পাণ্ডে বৰুৱাই বিয়া কৰোৱাটোৱেই তেওঁৰ জীৱনৰ এটা ডাঙৰ ভুল বুলি মোক প্রায়ে কৈছিল।

এগৰাকী পত্নী বা মাতৃ হিচাপে প্রতিমা পাণ্ডে হয়তো সম্পূর্ণ সফল নাছিল। তথাপিতো তেওঁ সংসাৰখনক কিন্তু অৱজ্ঞা কৰা নাছিল। ঘৰত থাকিলে তেওঁ আঞ্জা কটাকে আদি কৰি ৰন্ধা-বঢ়া কৰালৈকে প্রায় সকলো ঘৰুৱা কামেই কৰিছিল। সংগীতানুষ্ঠানত গীত গাই পোৱা মাননিৰ টকাকেইটাও তেওঁ সংসাৰতেই খৰছ কৰিছিল। মোক কৈছিল - - জানিস্ ইমাক (ইহঁতক) খালি টাকা লাগে।'

পত্নী বা মাতৃ হিচাপে প্রতিমা পাণ্ডে যিয়েই নহওক, শিল্পী হিচাপে তেওঁ যি মর্যদা পৰিয়ালৰ পৰা পাব লাগিছিল, সেয়া পোৱা নাছিল। অৱশ্যে শিল্পী প্রতিমা পাণ্ডেৰ কর্মক্ষেত্রত পৰিয়ালৰ কোনেও হস্তক্ষেপ কৰাও নাছিল। পিচলৈ প্রতিমা পাণ্ডেই কেৱল আর্থিক সংকট মোচনৰ বাবে গীত গাবলৈ বাধ্য হৈছিল। নতুন গীত গোৱাৰ, নতুন গীত সুৰ সংগ্ৰহ কৰাৰ উৎসাহ তেওঁ হেৰুৱাইছিল। সেয়ে পিচলৈ তেওঁ দূৰদর্শন, ৰেডিঅ', অডিঅ' কেছেট আদিত আনকি মঞ্চতো পুৰণি গীতবোৰকেই পুনঃ পুনঃ গাইছিল। এই মানসিক স্থবিৰতাক অতিক্রম কৰিবলৈ তেওঁক প্রেৰণা কিম্বা উৎসাহ যোগাবাৰ ক্ষেত্রত পৰিয়ালৰ নাইবা গৌৰীপুৰৰ কোনা মানুহেই আগবাঢ়ি অহা নাছিল। সৃষ্টিশীল প্রতিমা পাণ্ডেক আমি বহুদিনৰ আগতেই হেৰুৱাই পেলাইছিলো। গৌৰীপুৰৰ বহু মানুহেই শিল্পী প্রতিমা পাণ্ডেতকৈ তেওঁৰ মদ্যপান কৰাটোকে ডাঙৰ কৰি চাইছিল। মই নিজেও তেওঁৰ সুৰাপান কৰাটোক সমালোচনা কৰিছিলো। কিন্তু শিল্পী প্রতিমা পাণ্ডেক অশ্রদ্ধা কৰা নাছিলো।

'মোক পঞ্চাশটা টাকা দেতো। প্রোগ্রামেৰ টাকা পাইলেই তোক দিয়া দিম' -- কেতিয়াবা তেওঁ আহি মোক এইদৰে কৈছিল। মই জানিছিলো, টকা ঘূৰাই নাপাওঁ, ইয়াৰে তেওঁ মদ খাব, তথাপি দিছিলো। কাৰণ মদ আৰু এটাৰ পিছ্ত এটাকৈ চাৰমিনাৰ চিগাৰেট নোখোৱাকৈ তেওঁ থাকিব নোৱাৰে। কিন্তু বেছিকৈ নেখাবলৈও সকিয়াছিলো। মদেই প্রতিমা পাণ্ডেৰ ব্যক্তিত্ব বহু পৰিমানে লঘু কৰিছিল। সন্মান লাঘৱ কৰিছিল। কেতিয়াবা খং কৰিও কৈছিলো -- 'গৌৰীপুৰেৰ মানুষ এলা (এতিয়া) আপ্নাক একজন মদাৰু (মদাহী) বুলিয়ে কয়।' তেওঁ ওলোটাই মোকেই সুধিছিল -- 'মদতো অনেকে খায়, মুই খাইলেই দোষ?' 'কিন্তু আপ্নে যে পদ্মশ্রী প্রতিমা পাণ্ডে বৰুৱা' - 'পিসি আপ্নে শৰীৰেৰ যত্ন নেননা কেনে? খাওয়া দাওয়া কেনে ঠিকমতে কৰেণ না? আপুনে আৰো অনেক দিন বাচি থাকা লাগ্বে? শৰীৰেৰ উপ্ৰা এতো অত্যাচাৰ কৰেণ কেনে?' তেওঁ মাত্র বিষণ্ণ হাঁহি মাৰি কৈছিল -- 'মুই নিজেৰ উপ্ৰা অত্যাচাৰ না কৰি কাক কি কইম, তুইক?' এনে আত্মপীড়াৰ বাবেই প্রতিমা পাণ্ডেৰ অকাল মৃত্যু হ'ল। তেওঁৰ এই মৃত্যুক স্বেচ্ছামৃত্যু নুবুলিনো কি বুলিব পাৰি?

## (চাৰি)

প্ৰতিমা পাণ্ডেৰ লগত মোৰ দীৰ্ঘদিনৰ সম্বন্ধ। প্ৰায় বিশ বছৰীয়া আত্মীয়তা। এই আত্মীয়তা আছিল এগৰাকী শিল্পী আৰু এজন অনুৰাগীৰ। পাৰিবাৰিক সম্পৰ্কতকৈও এই সম্পৰ্ক আছিল অধিক দৃঢ়। হৃদয়ৰ সমস্ত আবেগেৰে মই ভাল পাইছিলো তেওঁৰ গান। ভাল পাইছিলো শিল্পী প্ৰতিমা পাণ্ডেক, ব্যক্তি প্ৰতিমা পাণ্ডেক।

মাটিয়াবাগলৈ সৰুতে গৈছিলো যদিও ব্যক্তিগতভাবে প্ৰতিমা পাণ্ডেৰ ওচৰলৈ গৈছিলো হাইস্কুল শিক্ষান্ত পৰীক্ষা দিয়াৰ পিচত৷ পৰীক্ষা দি উঠি গুৱাহাটীলৈ যাওঁতে 'শিল্পীৰ পৃথিৱী'ৰ তেতিয়াৰ সম্পাদক বেণী মাধৱক এদিন দেখা কৰিছিলো। তেওঁ মোক প্ৰতিমা পাণ্ডেৰ বিষয়ে লিখিবিলৈ কৈছিল। গৌৰীপুৰলৈ আহি প্ৰতিমা পাণ্ডেৰ তালৈ গৈছিলো আৰু সেয়াই আছিল তেওঁৰ লগত মোৰ প্ৰথম সাক্ষাৎ। তেওঁ মোক নিজ হাতেৰে বাংলাত লিখা সুদীৰ্ঘ আত্মজীৱনীমূলক এটা লেখা দিছিল। সেই লেখাটোৰ ভিত্তিত কিবা এটা লিখিব খুজিছিলো, কিন্তু পিচত লিখা নহ'ল। তেতিয়াৰ পৰাই মাজে মাজে মই তেওঁৰ তালৈ গৈছিলো। ১৯৮৮ চনত তেওঁ সংগীত নাটক অকাডেমী বঁটা পোৱাৰ পিচত 'নতুন দৈনিক'ত 'হস্তীৰ কন্যা -সেই প্ৰেৰণা অতুলনীয়' নামেৰে এটা নিবন্ধ লিখিছিলো। 'লেখিকা প্ৰতিমা পাণ্ডে' নামৰ লেখা এটা লিখিছিলো 'আমাৰ অসম'ত — ১৯৬৫ চনত লিখা শকত কলেবৰৰ তেওঁৰ অসমাপ্ত উপন্যাস 'প্ৰান্তৰেৰ পিয়াসা' পঢ়াৰ পিচত। তেওঁৰ সকলোখিনি লেখাই মোক দিছিল। অযাচিতভাবেই মই শিল্পী প্ৰতিমা পাণ্ডেৰ আন্তৰিক সান্নিধ্য লাভ কৰিছিলো।

প্ৰতিমা পাণ্ডেৰ একান্ত ব্যক্তিগত জীৱনৰ, তেওঁৰ মন আৰু মননৰ নিভৃত কোণৰ সম্ভেদ, তেওঁৰ দুখ-যন্ত্ৰণাৰ উমান পাওঁ মই 'গৌৰীপুৰীয়া মাহুত' কেছেটটো কৰিবলৈ লওঁতে। তেতিয়াই মই আৱিস্কাৰ কৰিলো এক নতুন প্ৰতিমা পাণ্ডেক — নিঃস্ব, নিঃসংগ প্ৰতিমা পাণ্ডেক। তেওঁৰ এই নিঃসংগতাক উপলব্ধি কৰিয়েই দুবছৰমান আগতে 'দৈনিক জনমভূমি'ৰ দেওবৰীয়া আলোচনী 'বসুন্ধৰা'ত লিখিছিলো - 'প্ৰতিমা পাণ্ডে বৰুৱা ঃ নিসংগতাই এতিয়া যাৰ সংগী'। এদিন আমাৰ ঘৰলৈ তেওঁ আহোতে এই লেখাটো পঢ়ি শুনোৱাত তেওঁ কৈছিল যে তেওঁক লৈ বহুজনে বহুতো লেখা লিখিলেও তেওঁৰ এই নিসংগতাক লৈ কোনেও একো লিখা নাছিল।

চলচ্চিত্ৰ সম্পাদনাৰ প্ৰশিক্ষাৰ্থী হিচাপে ১৯৯৪-৯৫ চনত মই কলকাতাত আছিলো। তেতিয়াই এদিন হঠাতে এটা বেলেগ ধৰণৰ গোৱালপাৰীয়া লোকগীতৰ কেছেট কৰাৰ কথা মোৰ মনলৈ আহিছিল। গোৱালপাৰীয়া লোকগীতত ব্যৱহাৰ কৰা থলুৱা বাদ্য দোতোৰা, ঢোল, সাৰিন্দাৰ লগত পাশ্চাত্য বাদ্যৰ সংমিশ্ৰণ কৰি এই লোকগীতৰ ৰিদমত পৰিবৰ্তন অনাত গুৰুত্ব দি কেছেট এটা কৰিবলৈ যাওঁতে প্ৰতিমা পাণ্ডেৰ কথা কিন্তু মই সপোনতো ভবা নাছিলো। বৰং ভাবিছিলো তেওঁক এইকথা নক'মেই। জানোচা তেওঁ

ইয়াৰ বিৰোধিতা কৰে। মই কলকাতাৰ পৰা গৌৰীপুৰলৈ অহাৰ পিচত কেছেটটোৰ আইডিয়াটো ব্যক্ত কৰাত প্ৰযোজনাৰ সহযোগী হিচাপে ৰাজেশ ৰয়ক পালো আৰু মোৰ পৰিকল্পনা আৰু প্ৰযোজনাৰে কেছেটটো কৰাটো যেতিয়া খাটাং হ'ল, তেতিয়া এদিন দুঃসাহস কৰিয়ে প্ৰতিমা পাণ্ডেক কথাটো ক'বলৈ গ'লো। কাৰণ গোৱালপাৰীয়া লোকগীতৰ একচ্ছত্ৰী সম্ৰাজ্ঞী প্ৰতিমা পাণ্ডেৰ অনুমতি অবিহনে এনে কাম কৰিবলৈ মোৰ সাহেও নুকুলালে।

এইখিনিতে উল্লেখ্য যে, প্ৰতিমা পাণ্ডে বৰুৱা ক গোৱালপাৰীয়া লোকগীতৰ সম্ৰাজ্ঞী বোলাতকৈ 'গোৱালপাৰীয়া লোকগীতৰ মাতৃ' বুলি কোৱাটো যুগুত বুলি ভাবো। কাৰণ তেৱেঁই এই গীতক মাতৃৰ আপডালেৰে, মাতৃৰ মমতা আৰু মহত্বৰে লালন-পালন কৰি প্ৰতিষ্ঠিত কৰিলে। প্ৰতিমা পাণ্ডে অবিহনে গোৱালপাৰীয়া লোকগীত আজি যেন মাতৃহাৰা। সেয়া যি কি নহওক, মোৰ পৰিকল্পনাৰ কথা বুজাই কোৱাত মোক আচৰিত কৰি তেওঁ মোক কামটো কৰিবলৈ ক'লে আৰু গীত গাবলৈ অনুৰোধ কৰাত তেওঁ নিজেও গীত গাবলৈ মান্তি হ'ল। তাৰপিচত মই গুৱাহাটীলৈ গৈ যশস্বী সুৰকাৰ, সংগীত পৰিচালক জে পি দাসক কেছেটটোৰ পাশ্চাত্য সংগীতৰ ৰি-মিক্সিঙৰ কামটো কৰিবলৈ ক'লো। জে-পি দাই ইতিপূৰ্বে অডিঅ' কেছেটত মোৰ ৰচিত একাধিক গীত-সুৰ আৰু সংগীতেৰে সজাইছিল। সেয়ে তেওঁৰ লগতো মোৰ এক আন্তৰিক সম্পৰ্ক গঢ়ি উঠিছিল। তথাপিতো জে পি দাই এইকামটো কৰিবলৈ অলপ ইতস্ততঃ কৰিলে। কাৰণ ই যে এটা ব্যতিক্ৰম কাম। সেয়ে জে পিদাই মোৰ লগতে গৌৰীপুৰলৈ আহি প্ৰতিমা পাণ্ডেৰ লগত কথা-বতৰা হৈহে কামটো কৰিবলৈ গাত ল'লে। ১৯৯৬ চনৰ ২৩ আৰু ২৪ ডিচেম্বৰত অডিটেক ষ্টুডিঅ'ত 'গৌৰীপুৰীয়া মাহুত'ৰ ৰেকৰ্ডিং হ'ল আৰু প্ৰতিমা পাণ্ডেৰ চল্লিশ বছৰীয়া সংগীত জীৱনৰ ইতিহাসত ঘটি গ'ল এক অভূতপূৰ্ব ঘটনা। যি প্ৰতিমা পাণ্ডেই চল্লিশ বছৰ ধৰি গোৱালপাৰীয়া লোকগীতৰ এক বিশিষ্ট ধাৰাৰ বাহক আছিল, সেই ধাৰাক ভাঙি তেওঁ আন এক নতুন ধাৰাৰ সৃষ্টি কৰিলে। ইয়াৰ আগলৈকে গোৱালপাৰীয়া লোকদগীতৰ কোনো কেছেটতেই পাশ্চাত্য বাদ্য ব্যৱহাৰ কৰা হোৱা নাছিল। এই কেছেটটোত, তেওঁ দুটা গীত গাইছিল --বিখ্যাত সেই গীত 'হস্তীৰ কন্যা, হস্তীৰ কন্যা বামণেৰো নাৰী/ মাথায় নিয়া তাম কলসী অ' সখী হাতে সোণাৰ ঝাৰি'... আৰু 'বাথানে না যান মোৰ মৈষাল ৰে...' কেছেটটোত প্ৰতিমা পাণ্ডেৰ পুৰণি বিখ্যাত আঠোটা গীতৰ ৰি-মিক্স কৰা হৈছিল। বাকী গীতকেইটা গাইছিল-- তেওঁৰ জীয়েক অলকা পাণ্ডে ঝা আৰু প্ৰবীৰ কুমাৰে। 'গৌৰীপুৰীয়া মাহুত' কেছেটটো সম্পূৰ্ণ পৰীক্ষামূলক প্ৰচেষ্টাৰে কৰা হৈছিল। কেছেটৰ বকলাত প্ৰতিমা পাণ্ডেই নিজেই লিখিছিল -- 'গৌৰীপুৰীয়া মাহুত' নতুন ৰূপত গোৱালপাৰীয়া লোকগীতৰ কেছেট। থলুৱা বাদ্যযন্ত্ৰৰ লগত পাশ্চাত্য বাদ্যযন্ত্ৰৰ সংমিশ্ৰণ কৰা হৈছে এই কেছেটটোত। কণ্ঠদান কৰিছে মোৰ জীয়ৰী অলকা পাণ্ডে আৰু

প্ৰবীৰ কুমাৰে, লগত ময়ো আছো। গৌৰীপুৰৰ দুজন উদ্যোগী যুৱক ৰাজেশ ৰয় আৰু ৰণধীৰ দেৱ অধিকাৰীৰ প্ৰচেষ্টাত এই কেছেটটোৰ সৃষ্টি। নতুনত্বৰ বাবে কৰা এই প্ৰচেষ্টাত শ্ৰোতা ৰাইজে যেন ভুল নুবুজে।'

কিন্তু বহুতে তেওঁক ভুল বুজিছিল। মোৰ লগতে তেৰোঁ বিৰূপ সমালোচনাৰ সমুখীন হৈছিল। সেই বছৰতে তেওঁৰ জীৱনীভিত্তিক তথ্যচিত্ৰ 'হস্তীৰ কন্যা'ও ইতিমধ্যে নিৰ্মিত হৈছিল। ইয়াৰ প্ৰযোজক-পৰিচালকে পাশ্চাত্য বাদ্যৰ লগত গোৱালপাৰীয় লোকগীত নাগাবলৈ তেওঁক সকিয়াইছিল। তথাপিতো তেওঁ গীত গাইছিল। ইয়াৰ বাবে সমালোচিত যে হ'ব এইকথা তেওঁ নিজেও জানিছিল। মোক কৈছিল — 'একমাত্ৰ তুই কোৱাৰ জন্যেই মই এইগান কৰ্‌লং।' গীত গোৱাৰ বিনিময়ত তেওঁ কোনো পাৰিশ্ৰমিক লোৱা নাছিল। (তেওঁৰ জীয়েকে কিন্তু পাৰিশ্ৰমিক লৈছিল)। আনকি তেওঁ কেছেটটোৰ সামগ্ৰিক পৰিচালনাৰ দায়িত্বও নিজেই উপযাচি লৈছিল। এয়াই আছিল শিল্পী প্ৰতিমা পাণ্ডে। 'গৌৰীপুৰীয়া মাহুত' কৰি মই আকৌ এবাৰ নকৈ তেওঁৰ শিল্পীসত্তাৰ উমান পাইছিলো। তেওঁ মোৰ ওপৰত সম্পূৰ্ণ আস্থাৰে কাম কৰিছিল। মই অনুভৱ কৰিছিলো— প্ৰতিমা পাণ্ডেই যাক ভাল পায়, তেওঁৰ বাবে সকলো কৰিব পাৰে।

প্ৰতিমা পাণ্ডেই কিজানি মোক সঁচাকৈয়ে ভাল পাইছিল। জীৱনৰ শেষৰ কালছোৱাত গৌৰীপুৰৰ যি দুই-চাৰিজন মানুহৰ ঘৰলৈ তেওঁ অহা-যোৱা কৰিছিল তাৰ ভিতৰত ময়ো এজন। গৌৰীপুৰৰ বহু মানুহেই তেওঁৰ পৰা আঁতৰি থাকিলেও মই কিন্তু মাজে-সময়ে তেওঁৰ তালৈ গৈছিলো। কেতিয়াবা বহুদিন তেওঁৰ তালৈ নগ'লে তেওঁ নিজেই আহিছিল মোৰ খবৰ ল'বলৈ —'কিৰে তোৰ দেখা-দেখি নাই, একদিন যাবুতো।' কেতিয়াবা ঘৰলৈ আহে, কেতিয়াবা ৰিক্সা ৰখাই বাটৰ পৰাই কথা পাতি গুচি যায়। যাৰ খবৰ মই ল'ব লাগে, তেৰেঁই মোৰ খবৰ ল'বলৈ আহে। মই বৰ লজ্জিত হওঁ।

প্ৰতিমা পাণ্ডেই এবাৰ আমাৰ ঘৰলৈ আহি গানো গাইছিল। 'গৌৰীপুৰীয়া মাহুত'ৰ ৰেকৰ্ডিঙৰ সময়ৰ কথা। এদিন ৰাতিপুৱা চাৰে দহমান বজাত কলুদা আৰু অনিলক লগত লৈ আহিছিল। কলু আৰু অনিল তেওঁৰ ঢোল আৰু দোতোৰা বজোৱা বাদ্যযন্ত্ৰী আছিল। তেওঁ কেইবাটাও গীত গাইছিল। তেওঁৰ গীত শুনিবলৈ ৰাস্তাৰে যোৱা ৰিক্সাৱালাবোৰে ৰিক্সা ৰখাই আমাৰ ড্ৰইংৰুমত ভিৰ কৰিছিলহি। তেওঁলোকৰ বাবেই আৰু দুটামান গীত বেছিকৈ গাইছিল। এই সাধাৰণ মানুহবোৰেই আছিল তেওঁৰ গীতৰ পৰম শ্ৰোতা। তেওঁলোকো 'পাণ্ডেৰ গান' বুলিলেই পাগল আছিল।

প্ৰতিমা পাণ্ডে আমাৰ ঘৰলৈ আহিলে সুবিধা পালেই তেওঁৰ কথাবোৰ টেপত ৰেকৰ্ডিং কৰি থৈছিলো। ফটোও তুলিছিলো। তেওঁ ফটো উঠি বৰ ভাল পাইছিল। তেওঁ বৰ সুন্দৰকৈ কথা ক'ব জানিছিল। তেওঁৰ কথনভংগী আছিল অনন্য। বৰ ৰসলগাকৈ কথাবোৰ কৈছিল। তেওঁৰ ৰসবোৰ আছিল অতুলনীয়। তেওঁৰ স্মৃতিশক্তি আছিল অতি

প্ৰখৰ। তেওঁৰ সংগীত জীৱনৰ বহু স্মৰণীয় কাহিনী আমাক শুনাইছিল। ভূপেন হাজৰিকাৰ কথাতো অনবৰতে কৈছিলেই। কেতিয়াবা কিছুমান ফুচুৰি কথাও কৈছিল।

আমাৰ ঘৰলৈ আহিলে তেওঁ অন্য একো নাখায়। মুৰীৰ লগত চানাচুৰ, কেঁচা পিয়াজ, তেল, জলকীয়া সানি খাবলৈ বিচাৰিছিল। চাহতকৈ কফি তেওঁৰ বেছি পছন্দ আছিল। চাহ খালেও ৰঙা চাহহে খাইছিল।

মাটিয়াবাগত লগ পোৱা প্ৰতিমা পাণ্ডে আৰু আমাৰ ঘৰত থকা সময়খিনিৰ প্ৰতিমা পাণ্ডেৰ মাজত এক মানসিক পাৰ্থক্য মই লক্ষ্য কৰিছিলো। আমাৰ ঘৰত তেওঁ যেন স্বাচ্ছন্দ্য অনুভৱ কৰিছিল। তেওঁক প্ৰাণ খুলি হঁহাও দেখিছিলো। তেওঁ মোক কৈছিল — 'তোৰ এটি আস্‌লে মোৰ মনটা ভাল লাগে।'

*(প্ৰিয় পাঠক, এই কথাখিনি মোৰ আত্ম-প্ৰশস্তি বুলি যেন নাভাবে। মোৰ একান্ত অনুভৱৰ প্ৰতিমা পাণ্ডেক মাথোন এই লেখাটোত প্ৰকাশ কৰিছো)।*



# হস্তী কেম্পৰ পৰা সংগীত নাটক একাডেমীলৈ ঃ প্ৰতিমাৰ জয় যাত্ৰাৰ চমু ইতিহাস

□ ভৱেশ দাস

## পটভূমি ঃ গৌৰীপুৰ

**গৌ**ৰীপুৰৰ প্ৰতি এক সুকীয়া আকৰ্ষণ অনুভৱ কৰিছিলোঁ। ই প্ৰকৃতাৰ্থত আছিল সাংস্কৃতিক নগৰী। গুৱাহাটীৰ পৰা ধুবুৰী অথবা কোচবিহাৰলৈ গ'লে গৌৰীপুৰ সোমোৱাৰ আগতে সোঁহাতে ৰাষ্ট্ৰীয় ঘাইপথৰ সামান্য দূৰত থকা মাটিয়াবাগৰ টিলাই সকলো ভ্ৰমণকাৰীৰ দৃষ্টি ক্ষণিকৰ বাবে হ'লেও আকৰ্ষণ কৰে। এই টিলাত থকা ৰাজপ্ৰাসাদটোৱেই গৌৰীপুৰৰ শেষ ৰাজা 'লালজী'ৰ প্ৰাসাদ। তাতেই এটা অংশত বাস কৰিছিল ৰাজনন্দিনী প্ৰতিমা বৰুৱাই।

মাটিয়াবাগৰ এই ৰাজপ্ৰাসাদলৈ বহুতৰ আগমন ঘটিছিল। আহিছিল ভূপেন হাজৰিকাৰ দৰে গায়কো। বহু শিল্পী-সাহিত্যিকৰ পদধূলাৰে মাটিয়াবগৰ ভূমি ৰঞ্জিত। আহিছিল বিভিন্ন অনুষ্ঠানৰ উদ্যোক্তাসকল, কেমেৰামেন, ৰেডিঅ'-টিভিৰ মানুহ, আছু, সাহিত্য সভা, নবীন লেখক-লেখিকা — কোন সংগঠনৰ মানুহ তালৈ অহা নাছিল ?

মাটিয়াবাগৰ টিলা পাৰ হৈ গৌৰীপুৰ চহৰ সোমাই মানে ৰাষ্ট্ৰীয় ঘাই পথৰ বাওঁ দাঁতিৰে বৈ যোৱা নৈখনেই হ'ল গদাধৰ। এবাৰৰ বাবে হ'লেও আপোনাৰ মনত পৰিব সেই গীতটিৰ এফাকি কলি – 'গৌৰীপুৰীয়া গাভৰু দেখিলো হাতী ধৰিবলৈ গ'ল। হাতীও ধৰিলো, মাহুতো মুহিলো, সাঁতুৰি গদাধৰ নৈ....।'

গৌৰীপুৰৰ উত্তৰ পশ্চিমে আছে লাউখোৱা বিল। অনাবিল প্ৰাকৃতিক সৌন্দৰ্যৰ আকৰ। গৌৰীপুৰৰ সৰ্বত্ৰতে ৰাজপৰিয়ালৰ অস্তিত্ব বিৰাজমান। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই দান দিয়া মাটিত ভৱানীপ্ৰিয়া চৰকাৰী হস্পিতাল স্থাপিত হৈছিল। শিক্ষা-দীক্ষাৰ বাবে স্থাপন কৰা তাৰিণীপ্ৰিয়া চতুষ্পাঠী পূৰ্বভাৰতৰ এখন বিখ্যাত টোল। কামৰূপৰ বহু দুখীয়া ঘৰৰ ছাত্ৰই এই চতুষ্পাঠীত থাকি শিক্ষা গ্ৰহণ কৰিছিল। গৌৰীপুৰৰ প্ৰতাপ চন্দ্ৰ (পি.চি.) ইনষ্টিটিউটত এসময়ত কাম কৰিছিল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অমৃত ভূষণ দেৱ অধিকাৰীয়ে। তাৰ প্ৰমথেশ বৰুৱা কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ আছিল অসম সাহিত্য সভাৰ বৰ্তমানৰ সভাপতি ড° বীৰেন্দ্ৰ নাথ দত্ত। গৌৰীপুৰৰেই আনজন সু-সন্তান হ'ল শীলভদ্ৰ ওৰফে ৰেৱতীমোহন দত্ত চৌধুৰী। ১৯৫৭ চনত গৌৰীপুৰত প্ৰথমখন অসমীয়া মাধ্যমৰ বিদ্যালয় লাউখোৱা প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠিত হয়। ১৯৬০ চনত প্ৰথমবাৰৰ বাবে গৌৰীপুৰত বিহু মঞ্চস্থ হয়। ইয়াৰ মহামায়া মন্দিৰ, মহামায়া খেলপথাৰ গৌৰীপুৰৰ ৰজাৰ দান। ধুবুৰী চহৰখনো তদানীন্তত অবিভক্ত গোৱালপাৰা জিলাৰ সদৰ পাতিবলৈ গৌৰীপুৰ ৰজাই ইংৰাজক দান দিয়ে। গৌৰীপুৰৰ মহামায়া পথাৰতেই সকলো খেল, সাংস্কৃতিক অনুষ্ঠান আদি হয়। তৎসংলগ্ন মহামায়া পাৰ্কৰ পৰাই আমি আৰম্ভ কৰিছিলো কেন্দ্ৰীয় সমিতিৰ নিৰ্দেশনাত অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সকলো কাৰ্যসূচী। ৰাজ্যসভাৰ প্ৰাক্তন সাংসদ জয়শ্ৰী গোস্বামী মহন্তও এই গৌৰীপুৰৰে। গৌৰীপুৰতেই উৎকৃষ্ট কুঁহিলা শিল্প আৰু মৃৎ শিল্পৰ কাৰখানা আছে।

অসমৰ পশ্চিম প্ৰান্তত বিজনী ৰজা, অভয়াপুৰীৰ ৰজা, চিদলী, চাপৰ, পৰ্বতজোৱাৰ, পূৱদুৱাৰ, মেচপাৰা আদিৰ জমিদাৰ আটায়ে আছিল ৰাজবংশী সম্প্ৰদায়ৰ। কেৱল গৌৰীপুৰৰ ৰজাই আছিল কায়স্থ। গৌৰীপুৰ ৰাজ পৰিয়ালৰ কেবাগৰাকী সদস্য বিভিন্ন কাৰণত প্ৰখ্যাত। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ প্ৰথমা কন্যা নীহাৰবালা বৰুৱা, প্ৰতিমা বৰুৱাৰ পেহীয়েক আছিল এগৰাকী গৱেষক আৰু লেখিকা। গোৱালপাৰীয়া লোক-সংস্কৃতিৰ বিভিন্ন সমল উদ্ধাৰ কৰি তেওঁ বাংলা 'দেশ' পত্ৰিকাত 'প্ৰান্তবাসীৰ ঝুলি' নামেৰে এলানি প্ৰবন্ধ লিখিছিল। পিচলৈ 'দে'জ' প্ৰকাশনে গ্ৰন্থাকাৰে প্ৰবন্ধ কেইটা ছপাই উলিয়ায়। এই গ্ৰন্থখনেই অসমীয়া লোক-সংস্কৃতি তথা গোৱালপাৰীয়া লোক-সংস্কৃতিৰ প্ৰথমখন ছপা গ্ৰন্থ। নীহাৰবালা বৰুৱাৰ ভনীয়েক নীলিমা বৰুৱাও আছিল এগৰাকী ভাল শিল্পী। এওঁলোকৰ উদ্যোগত গৌৰীপুৰত চড়ক পূজা, কাতিপূজা, হুদুম পূজা, বাঁশ পূজা আদি অনুষ্ঠান হৈছিল। পিছলৈ বৈবাহিক সূত্ৰে গৌৰীপুৰীয়া জোঁৱাই ড° বীৰেন্দ্ৰ নাথ দত্তই গোৱালপাৰীয়া লোক-সংস্কৃতিৰ ওপৰত গৱেষণা কৰি ডক্টৰেট উপাধি লাভ কৰে আৰু গোৱালপাৰীয়া লোক-সংস্কৃতিক বিশ্ববিদ্যালয়ৰ স্বীকৃতি দান কৰে। ইয়াৰ পিছৰ পৰাই আৰু ড° দত্ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগৰ অধ্যাপক হোৱাত গোৱালপাৰীয়া লোক-সংস্কৃতি বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমতো অন্তৰ্ভুক্ত হয়। ৰায়বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ প্ৰথম পুত্ৰ, তৃতীয় সন্তান প্ৰমথেশ বৰুৱা আছিল ভাৰতীয় চলচ্চিত্ৰৰ প্ৰবাদ পুৰুষ। প্ৰকৃতাৰ্থত

প্ৰমথেশ বৰুৱাই অসম আৰু অসমীয়াৰ মাজত যিমান গুৰুত্ব লাভ কৰিব লাগিছিল, ভাষাৰ ক্ষেত্ৰত আমি সংকীৰ্ণমনা হোৱাৰ বাবেই প্ৰমথেশ বৰুৱাক আমি যোগ্য মৰ্যদা দিবলৈ আজিও সংকোচবোধ কৰোঁ।

প্ৰভাত চন্দ্ৰ বৰুৱাৰ দ্বিতীয় পুত্ৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱা ওৰফে 'লালজী'। 'লাল' শব্দৰ অৰ্থ হ'ল 'কৰ্তা' বা 'স্বামী'। সেইদিনত অবিভক্ত গোৱালপাৰাত জমিদাৰ বা ৰজা শ্ৰেণীৰ মানুহক 'কৰ্তা' বা 'কত্তা', চৰকাৰী বা ৰজা-জমিদাৰৰ তলত কাম কৰা শিক্ষক-কৰ্মচাৰীক 'বাবু' আৰু ব্ৰাহ্মণসকলক 'ঠাকুৰ' বুলিয়েই সম্বোধন কৰা হৈছিল। 'লালজী' আছিল গৌৰীপুৰৰ ৰাজ আভিজাত্য সম্পন্ন শেষ গৰাকী ব্যক্তি -- ১২শ বছৰজোৰা ৰাজ আভিজাত্যৰ শেষ প্ৰতীক। তেওঁ অসমীয়া, বাংলা, ইংৰাজী, খাছী, নেপালী, হিন্দী ভাষা ক'ব পাৰিছিল সলসলীয়াকৈ। মই ১৯৭৯-৮২ ত গৌৰীপুৰত লালজীক দেখিছিলো সম্ভ্ৰমেৰে -গৌৰীপুৰৰ নাগৰিকসকলৰ পৰা লালজীয়ে পাইছিল প্ৰাপ্য সম্ভ্ৰম, সন্মান। তেওঁ সাধাৰণ মানুহৰ লগত 'দেশী' ভাষাতে কথা পাতিছিল। লালজী আছিল বিশাল ব্যক্তিত্বৰ অধিকাৰী, মুকুট বিহীন সম্ৰাট।

গৌৰীপুৰ ৰাজবংশৰ আৰু দুগৰাকী ব্যক্তিৰ নাম উল্লেখ কৰিব লাগিব — এগৰাকী হ'ল কবীন্দ্ৰ মহাপাত্ৰ। এওঁ গোৱালপাৰীয়া ভাষাত মহাভাৰত ৰচনা কৰিছিল আৰু আনগৰাকী হ'ল ৰায়বাহাদুৰ প্ৰতাপ চন্দ্ৰ বৰুৱা — যিয়ে যোগবশিষ্ঠ ৰামায়ন প্ৰকাশ কৰিছিল।

# লোকগীতৰ সম্ৰাজ্ঞী ঃ প্ৰতিমা

১৯৩৪ চনৰ ৩ অক্টোবৰত কলকাতাৰ বালিগঞ্জত কৃষ্ণা চতুৰ্দশী অৰ্থাৎ মহালয়াৰ দিনা তুলা লগ্নত, উত্তৰ ফাল্গুনী নক্ষত্ৰত লালজী আৰু মালতীৰ প্ৰথমা কন্যা, প্ৰথম সন্তান প্ৰতিমা ভূমিস্থ হয়। 'প্ৰতিমা' নামটি তেওঁৰ ককাক বিদ্যোৎসাহী ৰাজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাই দিয়া।

O O O O O
ম-৯
কে-৮
ৰা-২২
শ-২৩
O
ৰ-১৩
শু-১২
চ-১২
বৃ-১৫
বৃ-১৪
লং
O O

প্ৰাথমিক শিক্ষা সাং কৰি প্ৰতিমাই কলকাতাৰ 'গোখলে মেম'ৰিয়েল গালৰ্ছ স্কুল'ত নাম লগাইছিল। সেয়া ১৯৪৮ চনৰ কথা। তেতিয়া গৌৰীপুৰৰ পৰা গোলকগঞ্জলৈ পোনপটীয়া ৰেল সেৱা আছিল। প্ৰতিমাই তালৈ পঢ়িবলৈ গৈ ছাত্ৰী নিবাসত আছিল। স্কুলত তেওঁ গোৱালপাৰীয়া লোকগীত গাইছিল। ১৯৪৯ চনত নিউ এম্পায়াৰ থিয়েটাৰত তেওঁ প্ৰথমবাৰৰ বাবে গোৱালপাৰীয়া লোকগীত পৰিৱেশন কৰিছিল। দীঘলীয়া বন্ধত প্ৰতিমাই ঘৰলৈ আহিলে দেউতাক লালজীৰ লগত হাতীধৰা কেম্পলৈ গৈছিল। তেনেদৰে প্ৰতিমাই কচুগাওঁ, ৰায়মানা, গৰুভাসা, জেনালী, ৰুণীখাটা, গাৰোবাধা আদি কেম্পলৈ গৈছিল আৰু একেৰাহে ১৫-২০ দিনলৈ আছিল। কেম্পতেই প্ৰতিমাই সাধাৰণ মানুহৰ সংস্পৰ্শলৈ আহিছিল আৰু লোকগীতবোৰ শিকি লৈছিল। হাতী ধৰা আৰু প্ৰশিক্ষণ দিয়াত লালজীৰ এটা সুকীয়া পদ্ধতি আছিল যাক হস্তী বিশাৰদসকলৰ মাজত 'লালজী পদ্ধতি' নামেৰে জনাজাত আছিল। গোৱালপাৰা আৰু উত্তৰবঙ্গৰ লোকৰ মাজত লালজী 'হস্তী পিতা' নামেৰে খ্যাত আছিল আৰু প্ৰতিমাক জানিছিল 'হস্তীৰ কন্যা' হিচাপে।

১৯৫৩ চনত প্ৰতিমাই মেট্ৰিক পাছ কৰে। তাৰ পিছত উচ্চ শিক্ষা গ্ৰহণৰ বাবে 'ছাউথ কলকাতা গালৰ্ছ কলেজ'ত নাম লগায়। তাত দুবছৰ পঢ়ে যদিও চূড়ান্ত পৰীক্ষা নিদিয়াকৈ ঘৰলৈ উভতি আহে।

১৯৫৫ চনত সস্ত্ৰীক ড° ভূপেন হাজৰিকা মাটিয়াবাগলৈ আহি লালজীৰ আতিথ্য গ্ৰহণ কৰিছিল। ভূপেন হাজৰিকা তেতিয়া আজিৰ দৰে যশস্বী নাছিল যদিও তেওঁৰ গীত আকাশবাণী যোগে আটায়ে শুনিছিল। ভূপেন হাজৰিকা সেইবাৰ কেবাদিনো মাটিয়াবাগত আছিল। প্ৰতিমাই তেওঁক গান শুনাইছিল। ভূপেন হাজৰিকা মুগ্ধ হৈছিল। ১৯৫৭ চনত ড° হাজৰিকাৰ 'মাহুত বন্ধুৰে'ত প্ৰতিমা বৰুৱাই কণ্ঠদান কৰে। ১৯৬২ চনত প্ৰতিমা বৰুৱাই গুৱাহাটী অনাঁতাৰ কেন্দ্ৰত প্ৰথম বাৰৰ বাবে কণ্ঠদান কৰে। তেওঁৰ লগত ঢোল বজাইছিল চাংকাকতিয়ে, দোতাৰা বজাইছিল ৰঞ্জিত মণ্ডলে। প্ৰতিমা বৰুৱাৰ কণ্ঠত অনাঁতাৰ কেন্দ্ৰযোগে মানুহে শুনিছল —

একবৰ হৰি বলো মন ৰসনা।
মানব দেহেৰ গৈৰব কইৰো না।।

১৯৬২ চনৰ পৰা ১৯৮৮ চনলৈ প্ৰতিমা বৰুৱাই সৰ্বমুঠ ৩২০ টা লোকগীত বাণীবদ্ধ কৰিছিল। ১৯৬৬ চনত দিল্লীত গণতন্ত্ৰ দিৱসৰ সাংস্কৃতিক শোভাযাত্ৰাত ১০/১২ জনীয়া নাচনীৰ দল লৈ প্ৰতিমা বৰুৱাই অংশ গ্ৰহণ কৰিছিল। ১৯৮৬ চনত চিমলাত লোক-সংস্কৃতি উৎসৱত যোগদান কৰিছিল। তাতো চিমলা অনাঁতাৰ কেন্দ্ৰই তেওঁ গীত বাণীবদ্ধ কৰিছিল আৰু সম্প্ৰচাৰিত হৈছিল -

'তোমৰা গেইলে কি আসিবেন
মোৰ মাহুত বন্ধুৰে...'

১৯৭৫ চনত কলকাতা দূৰদৰ্শন যোগে প্ৰতিমা বৰুৱাই গোৱালপাৰীয়া লোকগীত পৰিবেশন কৰে। ১৯৮১ চনত একেলেথাৰীয়ে শিলিগুড়ি, গেংটক আৰু কাৰ্চিয়াং অনাঁতাৰ কেন্দ্ৰযোগে তেওঁ গোৱালপাৰীয়া লোকগীত পৰিবেশন কৰে। ১৯৮৭ চনত গুৱাহাটী দূৰদৰ্শন যোগে প্ৰথমবাৰৰ বাবে লোকগীত গায়। ১৯৬২ চনৰ পৰা তেওঁ অসম সাহিত্য সভাৰ অধিৱেশনসমূহৰ প্ৰায় প্ৰতিখনতে গোৱালপাৰীয়া লোকগীত পৰিৱেশন কৰিছে। ১৯৯১ চনৰ ২৩ এপ্ৰিলৰ নিশা দুধনৈত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিৱেশনত অনুষ্ঠান পৰিৱেশন কৰি উভতি যোৱাৰ পথত এক শোকাবহ দুৰ্ঘটনাত তেওঁৰ দোতাৰা বাদক সুধীৰ ৰায়ৰ মৃত্যু হয়। প্ৰতিমা বৰুৱাই 'এৰাবাটৰ সুৰ', 'মাহুত বন্ধুৰে', 'পলাশৰ ৰং', 'গজমুক্তা', 'বগলাৰ বংগ দৰ্শন' আৰু 'Dances of Assam along the Brahmaputra' ছবি কেইখনত কণ্ঠদান কৰে।

১৯৭৭ চনত অভয়াপুৰীত বহা অসম সাহিত্য সভাৰ অধিৱেশনত প্ৰতিমা বৰুৱাক সম্বৰ্ধনা জনোৱা হৈছিল। ১৯৮৮ চনত এইগৰাকী লোক-সাম্ৰাজ্ঞীয়ে লাভ কৰিছিল ভাৰত চৰকাৰৰ সাংস্কৃতিক সন্মান সংগীত নাটক একাডেমীৰ বঁটা। সেই মানপত্ৰত সংগীত নাটক একাঁডেমীৰ অধ্যক্ষ গিৰীশ কৰনাডে সম্বৰ্ধনা জনাই লিখিছিল - -শ্ৰীমতী প্ৰতিমা বৰুৱা পাণ্ডে অসমীয়া লোকসংগীতকী প্ৰমুখ গায়িকা স্বীকৃত হই জিসকে উপলক্ষ্য মে য়হ তাম্ৰপত্ৰ প্ৰদান কিয়া গয়া।' জীৱিত কালত অসংখ্য সংগঠনৰ পৰা তেওঁ লাভ কৰিছিল সম্বৰ্ধনা আৰু মানপত্ৰ।

## স্বীকৃতিৰ কন্টকময় পথ

১৯৬০ চন। গুৱাহাটী অনাঁতাৰ কেন্দ্ৰযোগে লোকগীত পৰিৱেশন কৰিবলৈ পৰীক্ষাৰ বাবে প্ৰতিমা বৰুৱা গুৱাহাটীলৈ আহিছিল। কণ্ঠ পৰীক্ষাৰ পাছত গোৱালপাৰীয়া ভাষাৰ গীতসমূহক অসমীয়া ভাষালৈ অনুবাদ কৰি তেওঁক গাবলৈ কোৱা হ'ল। প্ৰতিমা নাচোৰ-বান্দা। ই কোন দেশী কথা! লোকগীতৰ তৰ্জমা!! অনাঁতাৰ কেন্দ্ৰ কৰ্তৃপক্ষৰ কথাত সন্মতি নহৈ প্ৰতিমাই গীত বাণীবদ্ধ নকৰাকৈ উভতি আহিছিল গৌৰীপুৰলৈ।

প্ৰতিমা বৰুৱাই যিবোৰ গীত গাইছিল, তাৰ ভাষা আছিল 'দেশী' বা 'গোৱালপাৰীয়া'। গীতবোৰ গাইছিল চহা জন সাধাৰণে আৰু তাৰ বিপৰীতে প্ৰতিমা আছিল ৰাজনন্দিনী। একমাত্ৰ পিতৃ লালজীৰ বাবেহে ৰাজপ্ৰাসাদৰ চৌহদত প্ৰতিমাৰ বাবে এই চহা, অসভ্য, অশিক্ষিত লোকে গোৱা গীতবোৰ গোৱাটো সম্ভৱ হৈছিল। পৰিয়ালৰ ভিতৰৰ পৰাও বাধা আহিছিল বহুত। লালজী প্ৰতিমাৰ পক্ষত নথকা হেঁতেন প্ৰতিমাই হয়তো তেতিয়াৰ ধাৰা অনুসৰি ৰবীন্দ্ৰ সংগীত অনুশীলন কৰিব লাগিলেহেঁতেন। তেনে সময়ত সকলো প্ৰতিকূল পৰিবেশ নেওচি প্ৰতিমা বৰুৱাই গোৱালপাৰীয়া লোকগীত গোৱা কাৰবাৰটো আছিল এক ভাবিব নোৱাৰা কথা। ক'ত গাব সেই গীত! গুৱাহাটী অনাঁতাৰ কেন্দ্ৰযোগে গাবলৈ আহিও প্ৰতিমা নিৰাশ হৈ উভতি যাব লগা হৈছিল।

তাতেই প্ৰতিমাৰ যাত্ৰাৰ কন্টকপূৰ্ণ পথৰ অন্ত পৰা নাছিল। ১৯৬০ চন। জৰ্জ ফিল্ডত সদৌ অসম ছাত্ৰ সন্থাৰ মুকলি অধিবেশন। প্ৰতিমা বৰুৱাও শিল্পী হিচাপে তালৈ আমন্ত্ৰিত। সময়ত তেওঁ মঞ্চত উপবিষ্ট হ'ল। সোঁৱে-বাওঁৱে বাদ্যযন্ত্ৰী বসন্ত মালি, ভবেন ৰায়, ৰঞ্জিত মণ্ডল। প্ৰতিমাৰ কণ্ঠত বাজি উঠিল --

'একবাৰ হৰি বলো মন ৰসনা

মানব দেহেৰ গৈৰব কইৰো না'

লগে লগে চিঞৰ বাখৰ। বাংলা গান বন্ধ কৰা হওক। অসমীয়া গীত পাৰে যদি গাওক, নহ'লে মঞ্চৰ পৰা নামি যাওক। হুলস্থূলীয়া পৰিবেশ।

প্ৰতিমা থমকি ৰৈছিল। সেই মঞ্চত মুখ্য অতিথিৰূপে উপস্থিত আছিল ড' ভূপেন হাজৰিকা। ড' হাজৰিকাই এইবাৰ মাত মাতিলে - গোৱালপাৰা অসমৰ মানচিত্ৰৰ ভিতৰত আছে। তাৰ ভাষা অসমীয়াৰে এটা উপভাষা। ই বাংলা ভাষা নহয়। ধৈৰ্য ধৰি শুনক, ভাল লাগিব, ভাষাও বুজিব। হুলস্থূল শাম কাটিছিল। প্ৰতিমাই গীত গাইছিল।

সেই সভাতেই প্ৰতিমাক শিল দলিয়াব বিচৰা এজন ছাত্ৰ পিছলৈ ধুবুৰীলৈ অসম চৰকাৰৰ বিষয়া হৈ অহাত প্ৰতিমা বৰুৱাক মটিয়াবাগৰ টিলালৈ দেখা কৰিবলৈ আহিছিল। সেই সময়ত অৱশ্যে তেওঁ ভ্ৰম ভাঙিছিল। প্ৰতিমা বৰুৱাক তেওঁ চৰকাৰী সাহায্য প্ৰদান কৰিবলৈ বিচাৰিছিল, কিন্তু বৰুৱাৰ সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল।

১৯৬০ চনৰ পৰা ১৯৮৭ চনলৈ সুদীৰ্ঘ ১৭ বছৰ কাল প্ৰতিমা বৰুৱাই গোৱালপাৰীয়া লোকগীতক যোগ্য আসনত বহুওৱাৰ বাবে অবিৰত সংগ্ৰাম চলাবলগীয়া হৈছিল। ১৯৮৭ চনত দূৰদৰ্শন যোগে তেওঁ লোকগীত পৰিৱেশন কৰিছিল। ১৯৮৮ চনত ড বীৰেন্দ্ৰ নাথ দত্তই লোৱা এটি সাক্ষাৎকাৰ দূৰদৰ্শনে প্ৰচাৰ কৰিছিল - বাতৰি কাকতত মন্তব্য ওলাইছিল দূৰদৰ্শনে প্ৰতিমাতকৈ ড' দত্তকহে বেছি গুৰুত্ব দিছিল।

১৯৭০ চনত কলকাতাৰ লেনিন সৰনী, ১৯৬৬ চনতদিল্লীত, ১৯৭৫ চনত কলকাতা ইউথ কৰ্ণাৰ, ১৯৭৬ চনত কলকাতা ময়দান, ১৯৭৭ চনত বংগ সাংস্কৃতিক সন্মিলন, ১৯৭৭ চনত পূৰ্বভাৰতীয় সাংস্কৃতিক সংস্থা, ১৯৮৭ ;নত ভোমোৰা গোষ্ঠী বাৎসৰিক উৎসৱ আদিত অসমৰ সীমাৰ পৰিধি ভাঙি প্ৰতিমা বৰুৱাই গোৱালপাৰীয়া লোকগীতক লৈ গৈছিল বিভিন্ন মঞ্চলৈ যথাযোগ্য মৰ্যাদাৰে। দিল্লীত অনুষ্ঠান পৰিৱেশন কৰোতে এজন পাঞ্জাবী লোকে কাগজৰ টুকুৰা এটাত লিখি 'হৰি বোল মন ৰসনা' গীতটি গাবলৈ অনুৰোধ কৰিছিল। প্ৰতিমা বৰুৱাৰ জনপ্ৰিয়তা সমালোচিত হৈছিল উত্তৰ বঙ্গত ঃ 'আসামেৰ ৰাজকন্যা প্ৰতিমা বৰুৱা উত্তৰ বঙ্গেৰ ভাৱাইয়া সংগীতগুলি গোৱালপাৰীয়া লোকগীত বলে আসামে চালাইতেছে এবং প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰেছে।'

প্ৰতিমা বৰুৱাই গোৱালপাৰীয়া ভাষাৰ বঙালীত্বৰ কলংক গুচাই তাক অসমীয়া লোকগীত হিচাপে প্ৰতিষ্ঠা কৰাই নহয়, সৰ্বভাৰতীয় স্বীকৃতিও আদায় কৰি দিছে। একমাত্ৰ প্ৰতিমা বৰুৱাৰ বাবেহে গোৱালপাৰাৰ লোকসকলে 'অসমীয়া'ৰ মৰ্যাদা লাভ কৰিছে।

## ব্যক্তিগত সান্নিধ্য

প্রতিমাদিক মাটিয়াবাগৰ টিলাৰ ৰাজপ্ৰসাদত কেবাবাৰো লগ পাইছিলো। গৌৰীপুৰলৈ গ'লে প্ৰতিমাদি গৌৰীপুৰতে থকা বুলি শুনিলে যাওঁগৈ - কথা পাতো। প্ৰতিমাদিৰ কণ্ঠস্বৰ আছিল বৰ মিঠা। কথা ক'লেও গীত গোৱা যেন লাগে। নিজৰ বাল্যস্মৃতি ৰোমন্থন কৰি প্ৰতিমাদিয়ে কৈছিল ঃ 'দিনগুলি আমাৰ সোণাৰ খাঁচায়ে ৰইলনা এমন ৰঙেৰ দিনগুলি ...' (ৰবীন্দ্ৰ নাথ)। পূৰ্ণিমাৰ জোনটিৰ দৰে কপাল ডগমগীয়া সেন্দুৰৰ ফোটটি, সেওতাত ফাকুগুৰি লোৱাদি লোৱা এমুঠি সেন্দুৰৰ ৰং, মুখৰ হাঁহিটো --মোৰ স্মৃতিত আজিও সজীৱ হৈ আছে, মোৰ আ-মৃত্যু সজীৱ হৈ থাকিব। মঞ্চত প্ৰতিমাদিয়ে গীত গালে সামৰণীত প'ল ৰবচনৰ 'We are in the same boat brothers' গীতটো গাইছিল। মন কৰকচোন। পশ্চিমীয়া গীতটি অসমৰ লোকবাদ্য ঢোল, দোতাৰাৰে সংগত কৰি প্ৰতিমাদিয়ে গীতটিক গোৱালপাৰীয়া লোকগীতৰ দৰে গোৱা নাছিলনে? আৰু যিসকলে বজাইছিল, তেওঁলোকে গীতটিৰ এটা শব্দও বুজি পোৱা নাছিল। এই কথাটি ভাবি মুই আজিও আচৰিত হওঁ। একামাত্ৰ এগৰাকী মহৎ শিল্পীৰ বাবেহে সেয়া সম্ভৱ।



# দৰদী শিল্পী প্ৰতিমা বৰুৱা পাণ্ডেৰ স্মৃতি আৰু কিছু অনুভৱ

□ ৰুমা বৰুৱা

মনত পৰিছে আমাক শোক সাগৰত পেলাই থৈ যোৱা আমাৰ অতি মৰমৰ প্ৰতিমা বাইদেউ (বৰদি)ৰ কথা। তেখেত সম্পৰ্কত মোৰ বাইদেউ আছিল। গতিকে গানৰ অনুষ্ঠানৰ বাহিৰেও বিয়া-সবাহ বা অন্য সময়ত ঘৰুৱা ভাৱে তেখেতক বৰ ওচৰৰ পৰা লগ পাইছিলো। তেখেতৰ দুই এটা স্মৃতিয়ে আজিও মোক বৰকৈ আমনি কৰে। তেখেতৰ কথাবোৰ আৰু হাঁহিথকা মুখখন মোৰ সদায় মনত পৰে। তেখেত স্বভাৱতে বৰ অভিমানী আছিল। মৃত্যুৰ কিছুদিন আগৰ কথা। মই স্কুলৰ পৰা আহি আছোঁ। হঠাতে দেখিলো বাইদেউৰে জীয়েক অমৃতাৰ ঘৰৰ আগচোতালৰ ঘাঁহনিত বহি আছে। মোক দেখা পাই হাত বাউল দি মাতিলে। সাধাৰণতে দেখা পালেই তেখেতে বহুত কথা পাতে আৰু আমাৰ ঘৰৰ সকলোৰে খা-খবৰ লয়। সিদিনা মই ওচৰ পোৱাৰ লগে লগে তেখেতে মোক হাতত ধৰি কাষতে বহিবলৈ দিলে। ঘাঁহনিত দুয়ো বহি আছোঁ। তেখেতে মোৰ লগত বহুতো সুখ-দুঃখৰ কথা পাতিলে। তেখেতৰ জীৱনৰ বহুত দুঃখৰ কাহিনী মোক শুনালে। হঠাতে তেখেতে মোক ক'লে ঃ 'আচ্ছা তুই ক'তো মুই মানষিটা কি খুব খাৰাপ ?' মই ক'লো ঃ আপুনিনো বেয়া হ'ব কেলেই ? তেতিয়া তেখেতে মোক ক'লে ঃ 'তুইতো মোৰ বইনি হইস, সেইজন্যে মোক ভাল পাইস, আসলে ভাল নাহং। মুইভাল হইলে কি মোৰ এই অৱস্থা হয় ? মোক আসলে কায়ো ভাল নাপায়।'

কি দুঃখত যে তেখেতে এই কথাবোৰ ক'লে নাজানো। তেখেতে কৈছিল, জীৱনত তেখেতৰ দেউতাক আৰু ভূপেনদাক তেওঁ আটাইতকৈ বেছি শ্ৰদ্ধা কৰে। মই তেখেতৰ গাত হাত দি দেখিলো, তেখেতৰ গাত জ্বৰ আছে। মোৰ মনত ভাব হ'ল, মূৰত অকণমান তেলপানী দিলে যেন তেখেতৰ ভাল লাগিব। কিন্তু কোনো পধ্যেই তেখেতে মোক ওচৰৰ পৰা উঠি যাবলৈ নিদিলে। তেখেতে মোৰ হাতখনত জোৰকৈ ধৰি আছিল।

মোক তেখেতে কৈছিল ঃ তইঁতৰ ঘৰটোত মোক থাকিবলৈ দিবিনে? আজিকালি মোৰ মাটিয়াবাগৰ ঘৰটোলৈ উঠা নমা কৰাত বৰ কষ্ট হয়।' মই তেখেতক ক'লো ঃ 'হ'ব বাৰু, যেতিয়া আপোনাৰ মন যায় আহিব।' তেখেতৰ ওচৰৰ পৰা অহাৰ পিছত মই মনতে ভাবিলো, সঁচাকৈ তেওঁ ৰাজকুমাৰী হৈয়ো নিঃস্ব। এদিন মোৰ ভণ্টি তাপ্সী (কবিতা)য়ে তেখেতক প্ৰ'গ্ৰাম এটা চোৱাৰ কথা কওঁতে তেখেতে 'মোৰতো টি.ভি. নাই, কেনেকৈ চাম?' বুলি কোৱাত তাপ্সীয়ে মনত বৰ দুঃখ পাইছিল। তাপ্সীয়ে তাইৰ বান্ধৱী ধুবুৰীৰ এ ডি চি শ্ৰীমতী ৰোহিলা ব্ৰহ্মাক কথাটো জনোৱাত, তেওঁ আচৰিত হ'ল আৰু লগেলগে শ্ৰীমতী ব্ৰহ্মাই এটা টিভিৰ ব্যৱস্থা কৰি তাপ্সীৰ লগত আহি টিভিটো বাইদেউৰ ৰুমত লগাই দি গৈছিল। বাইদেৱে সেইদিনা খুব আনন্দ পাইছিল।

তেখেতৰ নিচিনা সাধাৰণ অথচ অসাধাৰণ শিল্পী খুব কমেই পাইছো। এদিন মই গুৱাহাটীলৈ আহিম বুলি বাছত উঠি দেখোঁ, বাইদেউ একেবাৰে শেষৰ ফালৰ ছিট এটাত বহি আছে। মই আগবাঢ়ি গৈ তেখেতক ক'লো ঃ 'আপুনি ইমান পিচপিনে বহি কেনেকৈ যাব?' মোৰ ছোৱালীজনী তেতিয়া খুবেই সৰু, তথাপি মই তাইৰ কাৰণেও টিকট এটা কাটিছিলোঁ। গতিকে মই তেখেতক আহি মোৰ লগত বহিবলৈ ক'লো কিন্তু তেখেতে মোক ক'লে ঃ 'মোৰ লগত বাজনাদাৰ (বাদ্যযন্ত্ৰী) বিলাক আছে, গতিকে তেওঁলোকক এৰি মই কেনেকৈ আগত বহিম?। তেওঁলোকৰ লগতে মই বহিম অ'। মোৰ মন সেইদিনা তেখেতৰ প্ৰতি শ্ৰদ্ধাৰে ভৰি উঠিছিল। সঁচাকৈ তেখেত এগৰাকী মহান শিল্পী হৈয়ো সকলো শিল্পীকে আদৰ-সন্মান কৰিব জানিছিল।

মৃত্যুৰ ঠিক দুমাহ আগত ২১ অক্টোবৰ ২০০২ তাৰিখে গুৱাহাটীত ভাৰতীয় চলচ্চিত্ৰৰ প্ৰবাদ শিল্পী প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে পতা এটি অনুষ্ঠানত তেখেতে গীত পৰিৱেশন কৰিছিল। এটাৰ পিছত এটা গোৱালপাৰীয়া লোকগীত গোৱাৰ পিছত ৰবীন্দ্ৰ সংগীত, ড° ভূপেন হাজৰিকাৰ 'মানুহে মানুহৰ বাবে' আৰু লগতে 'We are in the same boat brother' এই গীতটো গাই সকলোকে মুগ্ধ কৰিছিল। অনুষ্ঠানৰ শেষত লগ পাবলৈ ভিতৰলৈ গ'লো। তেখেতে মোক সুধিলে ঃ 'গৌৰীপুৰ যাবুনা।' মই কাইলৈ গৈ আছোঁ বুলি জনালো। গৌৰীপুৰত প্ৰমথেশ চন্দ্ৰ বৰুৱা জন্ম শত বাৰ্ষিকীৰ অনুষ্ঠান ২৪ অক্টোবৰ তাৰিখে আছিল। সেই অনুষ্ঠানত উপস্থিত আছিল কুলদা কুমাৰ ভট্টাচাৰ্য, ড° বীৰেন্দ্ৰ নাথ দত্ত (মোৰ ভিনদেউ) কলকাতাৰ পৰা অহা শিল্পী, নাট্যকাৰ, লগতে প্ৰমথেশ বৰুৱাৰ সহধৰ্মিনী এসময়ৰ অভিনেত্ৰী 'দেৱদাস'ৰ নায়িকা যমুনা দেৱী। প্ৰতিমা বাইদেউৱে কেবাটাও গান গাইছিল সেই অনুষ্ঠানত বৰদেউতাক মহান শিল্পী প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ স্মৃতি ৰোমন্থন কৰি। তাৰপিছত আহিল ২৯ নৱেম্বৰ, প্ৰমথেশ বৰুৱাৰ মৃত্যুতিথি। সেইদিনা প্ৰতিমা বাইদেউৱে বন্তি জ্বলাই 'সাংস্কৃতিক সন্ধিয়া' অনুষ্ঠানটো মুকলি কৰিলে তেখেতে জ্বলোৱা চাকিটো আছিল মোৰ ঘৰত সজাই থোৱা ধুনীয়া আশাৰীকান্দিৰ টেৰাকোটাৰ চাকিটো (গছা)। বাইদেউৰ হাতৰ শেষপৰশ যেন অনুভৱ কৰোঁ মই সে

সেই ক'লা দাগ পৰিযোৱা চাকিটোত। আজিও মই সেই চাকিটো সযতনে থৈ দিছো। সেই অনুষ্ঠানতো বাইদেৱে গান গাইছিল আৰু সেইটোৱে আছিল গৌৰীপুৰত তেখেতে পৰিবেশন কৰা শেষ অনুষ্ঠান।

সেই অনুষ্ঠানৰ পৰা বিদায় লৈ যোৱাৰ সময়ত তেখেতে ক'লে, আকৌ তেজপুৰলৈ যাব লাগিব, ফাংচন আছে। সিদিনা তেখেতৰ গাটো খুব এটা ভাল নাছিল। ঠাণ্ডাও পৰিছিল বেছ। মই তেখেতক ক'লো ঃ 'আপোনাৰ গাটো দেখোন ভাল নহয়, তেজপুৰলৈ যাব কেনেকৈ?' তেখেতে হাঁহি মোক উত্তৰ দিছিল ঃ 'মোৰ একো নহয়, ভাল পাই যাম।' কিন্তু তেজপুৰৰ পৰা ফাংচন কৰি আহি তেখেত খুব বেছি অসুস্থ হৈ পৰিল। ইয়াৰ আগতে বাইদেউক আমি কোনো দিনেই ইমান বেছি অসুস্থ হোৱা দেখা নাছিলো। তেখেতক গুৱাহাটীৰ নিউৰ'লজীকেল ৰিচাৰ্ছ চেন্টাৰত চাবলৈ গৈ দেখিলো, বাহিৰত লোকে লোকাৰণ্য। দূৰ্গা পূজাত প্ৰতিমা চাবলৈ মানুহে যেনেকৈ ভীৰ কৰে, সেইদৰে প্ৰতিমা বাইদেউক চাবলৈ মানুহবোৰ ৰৈ আছে। বহুতকে আই.চি.ইউ.লৈ সোমাবলৈ অনুমতি দিয়া নাছিল। ভিতৰলৈ গৈ দেখিলো, চকুমুদি বাইদেউ বিছনা খনত পৰি আছে। ৰঙা সেন্দুৰৰ ফোঁটটো কিন্তু আগৰ দৰেই কপালত জিলিকি আছে। বাইদেউৰ অৱস্থা দেখি মোৰ চকুপানী দুগালেৰে বৈ গৈছিল। মোৰ চিঞৰি চিঞৰি বাইদেউক ক'বলৈ মন গৈছিল ঃ বাইদেউ, চকুমেলি চাওক, আপোনাক মানুহে কিমান ভাল পায়। গোটেই অসমৰ মানুহে আপোনাক চাবলৈ দৌৰি আহিছে। ডাক্তৰ কেইজনমানে আমাক ক'লে - আমি আপ্ৰাণ চেষ্টা কৰিছোঁ বাইদেউক সুস্থ কৰি তুলিবলৈ। মই বাইদেউৰ ভৰিৰ পিনে হাতদি সেৱা এটা জনালোঁ। তেতিয়াও ভবা নাছিলো আৰু কোনোদিনেই বাইদেউক লগ নাপাম। ওলাই অহাৰ সময়ত চকুপানী মচি থকা দেখি দুৱাৰত থকা চিকিউৰিটিৰ মানুহজনে মোক ক'লে ঃ 'বাইদেউৰ কাৰণে আমিও সদায় ঈশ্বৰক প্ৰাৰ্থনা কৰোঁ, তেখেত সোনকালে সুস্থ হৈ উঠক। আমি আকৌ তেখেতৰ গান শুনিবলৈ পাম।' ছাত্ৰ সন্থাৰ বিষয়ববীয়া তথা ল'ৰাবোৰে নিজৰ ঘৰৰ মানুহৰ নিচিনাকৈ তেখেতক সেৱা আগবঢাইছে। ডাক্তৰে যি বস্তু বিচাৰে তেওঁলোকে সকলো খিনি যোগাৰ ধৰিবলৈ তৎপৰ হৈ আছিল। কিন্তু সকলো চেষ্টা ব্যৰ্থ কৰি বাইদেউৱে আমাক সকলোকে ফাঁকি দি সিপুৰীলৈ গুচি গ'ল। আমাক তেখেতে দি থৈ গ'ল বহুতো কিন্তু তেখেতক দিবলৈ আমাৰ আজি একো নাই— আছে মাথোঁ শ্ৰদ্ধা আৰু মৰমৰ মালাধাৰ। তেখেতে ভাল পোৱা কবিগুৰুৰ গীত ফাকিৰে মোৰ লিখাৰ সামৰণী মাৰিছোঁ —

আনন্দ লোকে মঙ্গলা লোকে বিৰাজ সত্যসুন্দৰ
মহিমা তব উদ্ভাসিত মহা গগন মাঝে।



# সদা জাগ্ৰত হওক প্ৰতিমা বাইদেউৰ আশা

□ জুবিন গাৰ্গ

প্ৰতিমা বৰুৱা পাণ্ডে, নামটো মনলৈ আহিলেই চকুৰ আগত ভাঁহি উঠে এখনি মুখ, যাৰ মাজত বিছাৰি পোৱা যায় সৃষ্টি আৰু সংগ্ৰামৰ অভিনৱ ৰূপান্তৰ। প্ৰতিমা বাইদেউ অসমীয়া জাতিটোৰ বাবে চিৰকাল এক অনুপ্ৰেৰণা, এক আদৰ্শ, প্ৰকৃতিৰ হেজাৰ নিৰাশাৰ মাজত এটি সদা প্ৰজ্বলীত আশাৰ বন্তি। প্ৰতিমা বাইদেউৰ জীৱন আৰু সংগীতৰ যি সংগ্ৰাম, ঘাত-প্ৰতিঘাত আৰু বেদনা, তাক সকলো মানুহে নাজানে বা মই নিজেও সিমান নাজানো। এক বিৰাট ৰাজপৰিয়ালৰ মাজৰ পৰা ওলাই আহি বিশাল জনসমুদ্ৰৰ মাজত নিজক বিলীন কৰি দিয়াৰ বাইদেউৰ যি প্ৰচেষ্টা, মই নেভাবো অহা আৰু এশ বছৰত আৰু কোনোবা মানুহ এই ক্ষেত্ৰত সফল হ'ব। বাইদেউ আছিল মাটিৰ শিল্পী, মানুহৰ শিল্পী। অকলশৰে অবিৰতভাৱে বাইদেউৱে চলাই গৈছিল নিজৰ বলিষ্ঠ সাধনা। তেওঁ সকলো ধৰণৰ প্ৰচাৰ আৰু মাধ্যমৰ পৰা ফালৰি কাটি আছিল একান্তভাৱে। অসমৰ সকলো ধৰণৰ শিল্পীয়ে তেওঁৰ পৰা, তেওঁৰ জীৱনৰ পৰা শিকিবলগীয়া বহুতো আছে। অসমীয়া লোক সংগীতৰ আজিৰ আধুনিক সমাজত যি স্থিতি সেয়া সৰ্বজনবিদিত। আমাৰ আজিৰ ল'ৰা-ছোৱালীয়ে নেজানে লোক সংগীত, টোকাৰী গীত, নেগেৰা নাম এই বিলাক কি বস্তু। এই ক্ষেত্ৰত তেখেতৰ গোৱালপৰীয়া লোকসংগীতক জীয়াই ৰখাৰ যি সংগ্ৰাম, সেয়া অতুলনীয়। মই নিজেও এই ক্ষেত্ৰত প্ৰতিমা বাইদেউৰ শিষ্য আৰু অনুগামী। সৰ্ব ভাৰতীয় সংগীত ক্ষেত্ৰখনলৈ প্ৰতিমা বাইদেউৱেই প্ৰতিষ্ঠা কৰিলে গোৱালপাৰীয়া লোকসংগীতক। বাইদেউক মই কেবাবাৰো লগ পাইছো ওচৰৰ পৰা। খগেন গগৈৰ ঘৰত এবাৰ আমি একেলগে গীত গাইছো আৰু ভাতো খাইছো। বাইদেউৰ ভৰি চুই আশিষ লৈছো। বাইদেউয়ে মোক সদায় মৰম কৰিছিল। ইচ্ছা প্ৰকাশ কৰিছিল একেলগে

গীত গাবলৈ। মোৰো বহুতো পৰিকল্পনা আছিল বাইদেউৰ লগত বিভিন্ন ধৰণৰ কাম কৰাৰ। কিন্তু মোৰ সেই ইচ্ছা বাইদেউৰ জীৱিতকালত পূৰণ নহ'ল। সেই দুঃখ মোৰ আজীৱন থাকি যাব। যি নহওক, আমি বাইদেউৱে দেখুৱাই থৈ যোৱা পথৰে পথিক। প্ৰতিমা বাইদেউৰ সংগ্ৰাম জীয়াই ৰখাৰ দায়িত্ব আমাৰ হাতত। আমি আজীৱন চেষ্টা কৰি যাম যাতে অসমৰ প্ৰতিটো কোণত প্ৰতিজন অসমীয়াৰ মনত আমি জীয়াই ৰাখিব পাৰো, বাইদেউৰ সদা জাগ্ৰত আশা, সংগীত আৰু সংগ্ৰাম।

প্ৰতিমা বাইদেউক সুঁৱৰি

জুবিন।



# প্ৰতিমা পাণ্ডেৰ সৈতে মুখামুখি

☐ দিলীপ কলিতা

ৰাজকীয় অভিজাত্যৰ মাজতেই লালিতা-পালিতা, অথচ যাৰ গাত আভিজাত্যৰ লেশমানো চিন নাই। সৰুৰে পৰা বিভিন্ন জ্ঞানী, গুণী, শিক্ষিত ভদ্ৰলোকৰ লগত উঠা-বহা ৰাজকীয় শিষ্টাচাৰৰ মাজতেই যাৰ জীৱনে গতিশীলতা লাভ কৰিছে তাৰ গাত কোনো বাহ্যিকতা বা পোছাকী ভদ্ৰতাৰ সামান্যতম প্ৰভাৱ দেখা নাযায়। সৰুৰে পৰা যদি'ও অৰণ্যে-জঙ্গলত চিকাৰ কৰি ফুৰিছিল,তাত কিন্তু কোনো ধ্বংসমুখী প্ৰৱণতা নাছিল। প্ৰকৃতিৰ মাজৰ নৈসৰ্গিক জগতখনত বিচৰণ কৰি জনজীৱনৰ দুখ-দুৰ্দশা, প্ৰেম-প্ৰীতিৰ বিভিন্ন আৱেগ-অনুভৱসমূহ বুটলি ফুৰাই আছিল ৰাজ-দুহিতাগৰাকীৰ কাম।

সময়ত বিভিন্ন অভিজ্ঞতা আৰু বিভিন্নজনৰ সান্নিধ্যলৈ আহি ৰাজ-দুহিতাগৰাকীয়ে শৈল্পিক কাৰু-কাৰ্যৰে খচিত ৰাজদালানৰ দুৱাৰ খুলি বাহিৰলৈ খোজ পেলায়, আৰু লগে লগে আকাশে-বতাহে বিয়পি পৰিল এটাই নাম, এটাই সুৰ -- প্ৰতিমা পাণ্ডে বৰুৱা, প্ৰতিমা পাণ্ডে বৰুৱা।

পদ্মশ্ৰী বা সংগীত-নাটক একাডেমী পুৰস্কাৰে লোকগীতৰ পুজাৰিণীগৰাকীৰ মন টলাব পৰা নাই। কৰ্তব্যভিমান বিহীন শিল্পীগৰাকীয়ে যেন এই বয়সতো সংস্কৃতিৰ পথাৰত সোণগুটীয়া লোকগীতৰ প্ৰতি থকা অগাধ মমতাবোধৰ কাৰণেই এই গীতৰ ক্ষুদ্ৰতম ভুল-চুকো সহ্য কৰিব নোৱাৰে। নবীন গায়কসকলৰ গীত পৰিৱেশনৰ বিকৃত ৰূপ দেখি শিল্পীগৰাকীয়ে দুখত ম্ৰিয়মান হৈ পৰে আৰু কয় - 'এই গুলাক গাইল পাৰি পাৰি ঠিক নাকই ৰলে ঠিক হইবাৰ নহয়।' আকৌ দেশ-বিদেশত গোৱালপাৰীয়া লোকগীতৰ সমাদৰ দেখি প্ৰাণখুলি হাঁহি হাঁহি আত্মহাৰা হৈ যায়। কি যেন এক সহজ-সৰল গোৱালপাৰীয়া, অসমীয়া, গাঁৱলীয়া মাতৃৰ স্নেহময়ী ৰূপ।

আনৰ প্ৰতি কৃতজ্ঞতাবোধ শিল্পীগৰাকীৰ চৰিত্ৰৰ এক অন্যতম বৈশিষ্ট্য। কথা প্ৰসঙ্গত সুৰৰ যাদুকৰ ড° ভূপেন হাজৰিকাৰ প্ৰতি কৃতজ্ঞতাৰ সৈতে শলাগ লয়। অসম

চৰকাৰে লোকগীত বা গণ-শিল্পীসকলৰ প্ৰতি কৰা আচৰণত শিল্পীগৰাকী কিছু বিতুষ্ট। খোদ ৰবীন্দ্ৰ ভৱনৰ নিচিনা পৱিত্ৰ অনুষ্ঠান এটায়ো পাণ্ডেকে ধৰি ৰেকিবুদ্দিন আহমেদ, ৰামেশ্বৰ পাঠক আদিয়ে পাব লগা উচিত ধনখিনিকো নিদিয়াকৈ থকাৰ উমান পাই আশ্চৰ্যবোধ কৰিছো।

গোৱালপাৰীয়া ভাষা আৰু গীত-মাতৰ প্ৰতি থকা এক অকুণ্ঠ প্ৰেমে মানুহগৰাকীৰ চিন্তা-দৰ্শনৰেই এক বৈশিষ্ট্য হিচাপে স্বকীয়তা পাইছে। নবীন শিল্পীসকলক উৎসাহ দি পদ্মশ্ৰী শিল্পীগৰাকীয়ে কয় — 'তোমাৰ কোনো গোৱালপাৰীয়া গান গাইবাৰ আগতে গোৱালপাৰীয়া ভাষায় কবু। মানুষ কেনে বুজিবাৰ নহায়। এইটো কি বৈদেশী ভাষা? ভূ চিজ বড়ি হ্যায় মস্ত মস্ত, বলে, বলে, যদি বুজিবাৰ পায়, গোৱালপাৰীয়া ভাষা কেনে বুজিবা নহায়। বুজিবাৰেই লাইগবে'।

আহকচোন এই সুন্দৰৰ অধিষ্ঠাত্ৰীগৰাকীৰ লগত অলপ কথা হওঁ।

প্ৰশ্ন ঃ আপুনি কেতিয়া আৰু কেনেদৰে গোৱালপাৰীয়া লোক-সংস্কৃতিৰ প্ৰতি আকৰ্ষিত হৈছিল?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ ছোট্ট বেলাৰে থাকি। আমাৰ ৰাজপৰিয়ালত নানান আচাৰ-অনুষ্ঠানগুলাত নানা ধৰণেৰ গীতাল বাইনেৰ বৈঠক হৈছিলেক। ওই থাকিয়ে মোৰ এই গান-বাজানাৰ প্ৰতি একটা আকৰ্ষণ আইসে। তাছাৰাও প্ৰত্যেক বছৰ কাৰ্তিক মাসে আমাৰ বাড়ীত কাৰ্তিক পূজা হয়, এই পূজা গাঁৱেৰ মহিলাগুলাই সাৰা ৰাত্ৰি নাচিয়া, গান কৰিয়া অনুষ্ঠানটা পালন কৰে। এইগুলাতো ছোট্ট বেলাৰে থাকিয়া দেখিয়া আচ্ছুং। আৰ একটা জিনিছ হৈল, মাহুতৰা হাতী বস কৰাৰ সময় এক ৰকম গান কৰে, এই সমস্ত লোকাচাৰগুলাৰ সঙ্গেতো আমাৰ এক সাংঘাতিক ৰক্ত-মাংসৰ সম্পৰ্ক। তবে এই লোকাচাৰ বা গান-বাজানা, এই সমস্ত কোনো সংস্কৃতি বুলিয়া সেই সময় কথিত ছিলেক না। গান কৰিবাৰ ধৰং মুই মোটা- মুটি ৪২ চন থাকি।

প্ৰশ্ন ঃ আপোনাৰ পূৰ্বে গোৱালপাৰীয়া সংস্কৃতি বুলি কোনো সংস্কৃতি বা গোৱালপাৰীয়া লোকগীত বুলি গীত আছিল নেকি? গোৱালপাৰীয়া লোক-সংস্কৃতিৰ বাটকটীয়া বুলি আপুনি কাৰোবাক জানেনে?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ নাই। মোৰ জানা হিসাবে গোৱালপাৰীয়া লোকগীত বুলিয়া কোনো গীত ছিলেক না। সৰ্বসাধাৰণ চাষা-ভূষা মানুষেৰ মুখে মুখে আখ্যানমূলক বা নানা ধৰণেৰ গানেৰ একটা প্ৰভাৱ ছিলেক। ওইগুলাই গীতাল বা ঐধৰণেৰ গান কৰা মানুষগুলাই নানা সুৰ দিয়া গান কৰিছিলকে। এই ক্ষেত্ৰে কাকো আমৰা Pioneer কৰাৰ পাঙনা। এই গীতগুলা গোৱালপাৰীয়া লোকগীত বুলিয়া নামাকৰণ কৰাৰ ক্ষেত্ৰত ভূপেনদা (ড° ভূপেন হাজৰিকা)ক অস্বীকাৰ কৰা যাবাৰ নয়।

যখন ভূপেনদা মোক পুছকৰে যে মই গাওৱা গানগুলা কি গান? তখন মুই কণ্ড যে 'দেশী গান'। ভূপেনদাই কয় যে 'আমি গোৱা গানবিলাক তেন্তে কি বিদেশী? ভাৰতৰ

সকলো গীতেইতো দেশী?' পৰে ভূপেনদাৰ পৰামৰ্শ মতে এই গীতগুলাক গোৱালপাৰীয়া লোকগীত বুলিয়া নামাকৰণ কৰিয়া ৰেকৰ্ডিং কৰা হয়।

**প্ৰশ্ন ঃ** আপুনি এই সংস্কৃতি চৰ্চা কৰিবলৈ কাৰোবাৰ পৰা বিশেষ প্ৰেৰণা পাইছিল নেকি? যদি পাইছিল কেনে ধৰণে?

**প্ৰতিমা পাণ্ডে বৰুৱা ঃ** হে, পৰিয়াল থাকি প্ৰথম। বাবা লালজী ( স্বৰ্গীয় প্ৰকৃতিশ বৰুৱা) যাৰ উৎসাহ, প্ৰেৰণাৰ তুলনা কৰা যায় না। তাছাৰা ছোট্ট বেলা, কিজানি মোৰ ঠেঙেৰ তাল দেখিয়া বন্ধু ৰাভাই মোক একটা কথাই খুব কৈছিলেক যে 'তুই গান কৰিয়া যা, ফলাফল চিন্তা কৰিস না'। এইগুলা কি আৰ কম প্ৰেৰণা?

**প্ৰশ্ন ঃ** গোৱালপাৰীয়া লোক সংস্কৃতিৰ লগত আপুনি দীৰ্ঘদিন ধৰি ওতঃপ্ৰোতভাৱে জড়িত বুলি জানো। আপোনাৰ এই দীৰ্ঘদিনীয়া অভিজ্ঞতাৰ অলপ আভাস দিব নেকি?

**প্ৰতিমা পাণ্ডে বৰুৱা ঃ** অভিজ্ঞতাতো বহুত। তিতা, মিঠা কত যে অভিজ্ঞতা। প্ৰথমেতো এই গান কায়ো শুনবাৰে চায় না, খোদ অল ইণ্ডিয়া ৰেডিঅ' (গুৱাহাটী) তে আশ্ৰয় দেয় নাই। এই গানগুলা পৰিবেশন কৰাৰ জন্য মোক শিলিগুড়ি বা কলিকতাত যাবাৰ কৈছিলেক। কিন্তু ভূপেনদা এৰ ঘোৰ আপত্তি কৰি জোৰ কৰিয়া গান কৰিবাৰ সুযোগটা দে। তাৰ পৰতো বাড়ীত আসি গানেৰ অ'ডিশ্যন নিয়ে যায়। পৰেৰ ফালে আসতে আসতে এই গানতো সবাৰেই প্ৰিয় হয়া আসিব ধৰিল।

অবিভক্ত গোৱালপাৰা জিলাৰ বাইৰেৰ প্ৰায় অসমীয়া ভাষী লোকেই আমাৰ গোৱালপাৰীয়া ভাষাটোক কিবা অসমীয়া বাংলা বুলি কৈছিলেক; কিন্তু আজি আৰ সেই ধাৰাণাটো নাই। অসমেৰ বাইৰেও পশ্চিম বংগ, বিহাৰ, কাশ্মীৰ, ছিমলা, ৰাজস্থান, গোৱা, লক্ষ্ণৌ, অৰুণাচল, চিকিম, ত্ৰিপুৰা, মণিপুৰ, সাৰা ভাৰতবৰ্ষটায় এই গান কৰিয়া বেড়াবাৰ লাগছুং।

**প্ৰশ্ন ঃ** অসম, ভাৰতবৰ্ষ তথা বিদেশত গোৱালপাৰীয়া সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰতিষ্ঠাৰ বাহক হিচাপে প্ৰখ্যাত ব্যক্তিসকলৰ বিষয়ে কিছু ক'ব নেকি?

**প্ৰতিমা পাণ্ডে বৰুৱা ঃ** অসমত প্ৰচাৰটা মোটা-মুটি মাহুত-বন্ধু থাকিয়া। কিন্তু বাইৰেৰটা ঠিক ৰকম জানা যায় না। তবে ভূপেনদা, হেমাঙ্গদাৰা বাইৰে গান কৰাৰ সময় অনেক সময় গোৱালপাৰীয়া গানেৰ প্ৰশংসা কৰিয়া দুই কথা কয়। ভূপেনদা কলিকতা, বোম্বে, ঢাকা ইত্যাদি জায়গাগুলাত হস্তীৰ কন্যা কিংবা মাহুত-বন্ধুৰ গান গায়। তাছাৰাও আমাৰ একজন পিসিৰ বেটা ভাই স্বৰ্গীয় বাসৱ বৰুৱা ফ্ৰান্সত ছিলেক। মোৰ অনেক গানেৰে কেছেট উমৰা নিয়া যায়। এই ৰকম কৰিয়াও হয়তো বৈদেশত গোৱালপাৰীয় গানেৰ প্ৰচাৰ হৈছে। তবে কথাটো স্পষ্টভাৱে কোৱা কিছু মস্কিল।

**প্ৰশ্ন ঃ** বৰ্তমান আবেদনহীন বিকৃত ভাষা, সুৰ, উচ্চাৰণ ধ্বনি আদিৰে লোকগীত প্ৰচাৰ হোৱা বুলি কাকতে-পত্ৰই পোৱা যায়। এইক্ষেত্ৰত আপোনাৰ মতামত?

**প্ৰতিমা পাণ্ডে বৰুৱা ঃ** Yes, absolutely correct. They are destroying [illegible]

প্ৰশ্ন ঃ গোৱালপাৰীয়া ভাষা তথা গীত-মাতত বেলেগ ভাষাৰ প্ৰভাৱ পৰা বুলি বহুতে ক'ব খোজে । আপোনাৰ মতামত?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ প্ৰভাব নিশ্চয় আছে। এৰ মধ্যে উত্তৰ বঙ্গ আৰু কামৰূপীয়া সুৰেৰ একটা ভাল মিল আছে। কাৰণ পাশা-পাছি থাকা কোনো এক জনজীৱনেৰ সংস্কৃতি আৰ এক জনজীৱনেৰ সংস্কৃতিৰ উপৰ প্ৰভাৱ পৰাটা খুবেই স্বাভাৱিক। তা হৈলেও গোৱালপাৰীয়া লোকগীত বা সংস্কৃতিৰ যিটা স্বকীয় বৈশিষ্ট্য সিটাতো জলজল পটপট। উদাহৰণ স্বৰূপে কবাৰ পাই -- কামৰূপীয়া লোকগীতেৰ--

'কানাই পাৰ কৰাহে
বেলিত পৰিল ছাঁ।'
আৰ গোৱালপাৰীয়া লোকগীত--
'তোমাৰ ডিঙা আইল ৰে
জোৰ বৈঠা বায়া
বাইৰ কৰো চাইলোন ৰাতি
ডিঙা নেও বঢ়িয়া ৰে'

এই দুই গীতেৰে মধ্যে সুৰেৰ একটা সাংঘাতিক মিল। এইটা স্বাভাৱিক।

প্ৰশ্ন ঃ সম্প্ৰতি গোৱালপাৰীয়া লোকগীত পৰিৱেশন কৰোঁতে কোনো শিল্পীয়ে আধুনিক বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰা দেখা যায়। এই সন্দৰ্ভত আপুনি কি ক'ব বিচাৰে?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ উচিত নহয়। কাৰণ গোৱালপাৰীয়া দোতৃৰা, ঢোল, খোল, শাৰিন্দা, বেনা, জুৰি, বাঁসি এতোগুলা যন্ত্ৰ থাকতে, পৰেৰ যন্ত্ৰ কেনে ধাৰ কৰিবাৰ লাগে? নিজস্ব শাশ্বত সুন্দৰ জিনিসগুলা হাৰিয়ে যাওৱাটাতো একটা অপ-সংস্কৃতি।

প্ৰশ্ন ঃ সময়ৰ লগে লগে সংস্কৃতিৰো সৰু-সুৰা পৰিৱৰ্তন হ'ব পাৰে বুলি পণ্ডিতসকলে কয়। আপুনি গোৱালপাৰীয়া লোক-সংস্কৃতিৰ লগত জড়িত হোৱাৰ পৰা এতিয়ালৈ কিবা পৰিৱৰ্তন লক্ষ্য কৰিছে নেকি? যদি কৰিছে,ই আমাক আগুৱাই নিছে নে পিছুৱাই নি আছে?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ বহুত পৰিৱৰ্তন। এই পৰিৱৰ্তনে আমাক আউগিয়ে নিবাৰ পায় নাই। বৰং পাউছিয়ে আইনছে। আগে গোৱালপাৰীয়া লোক জীৱনেৰ নিৰ্ভেজাল সুন্দৰ ৰূপ গোৱালপাৰীয়া গানত প্ৰকাশ ঘটিছিলেক, কিন্তু তাৰ পৰিৱৰ্তে আইজ কাইলেৰ শিল্পীগুলাৰ বেছি ভাগেৰে গানত ৯৫ শতাংশ সুৰ, শব্দই বাংলাদেশী আৰ ভাষাৰ ক্ষেত্ৰে কোনো শালীনতা দেখা যায়না। তাছাৰাও Modern Instrument এৰ প্ৰভাব দেখা যায়। এইটা কি আৰ সংস্কৃতিক বাচেয়া ৰাখাৰ কথা।

প্ৰশ্ন ঃ আপুনি এই সংস্কৃতিৰ সৈতে জড়িত হোৱাৰ পিছত কিবা সংঘাতৰ সমুখীন হৈছিল নেকি?

**প্ৰতিমা পাণ্ডে বৰুৱা ঃ বহুত সংঘাত। কতো যে অপবাদ। ৰাজপৰিয়ালেৰ কন্যা হয়া এই চাষা-ভূষাৰ গান কৰা এই কথাটা নিয়া বিৰাট বাদ-অপবাদেৰ মুখামুখি হৈছুং। তাৰ থাকি বাইৰ হৈয়া আছিয়া এই সংগীতেৰ লগত ওতঃপ্ৰোত জড়িত হৈয়া গোটায় জীৱনটো কাটা কম সংঘাত নহয়। তাছাৰাও এই পৰিয়ালখান চলে নেয়াৰ পৰে গান কৰাটা মস্কিল।**

প্ৰশ্ন ঃ আপোনাৰ প্ৰিয় কণ্ঠশিল্পী কোন?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ পৃথিবীৰ সমস্ত শিল্পীয়ে মোৰ প্ৰিয়। তাৰ মধ্যে স্বৰ্গীয় শচীন দেৱ বৰ্মন, ড° ভূপেন হাজৰিকা, আশা ভোছলে, হেমন্ত মুখাৰ্জী, পাকিস্তানেৰ নুৰজাহান, গোলাম আলী।

প্ৰশ্ন ঃ আপোনাৰ স্মৰণীয় মুহূৰ্ত অবগত কৰাব নেকি?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ সংগীত-নাটক একাডেমী পুৰস্কাৰ, ১৯৮৯ চন। এটা জন্যেই স্মৰণীয় যে কোনো অনুষ্ঠানত কোনো ধৰণেৰ শিক্ষা লাভ না কৰা ই গানকো এত বড় পুৰস্কাৰ দেওৱা। পাইছো স্মৰণীয় মানুষেৰ আন্তৰিকতা ভৰা সমাদৰ।

প্ৰশ্ন ঃ গোৱালপাৰীয়া সংস্কৃতি প্ৰতিষ্ঠাৰ ক্ষেত্ৰত চৰকাৰৰ পৰা কিবা সুবিধা পাইছে নেকি?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ একদম না। Absolutely not

প্ৰশ্ন ঃ নৱীন শিল্পীসকলৰ প্ৰতি আপুনি কি ক'ব বিচাৰে?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ উমাৰ প্ৰতি একটাই আবেদন থাকিল - উমাৰ নিজস্ব গান গায়।

প্ৰশ্ন ঃ আপোনাৰ ভৱিষ্যৎ পৰিকল্পনাৰ বিষয়ে অলপ ক'ব নেকি?

প্ৰতিমা পাণ্ডে বৰুৱা ঃ যদি কিছু টাকা পইসা পাই, Folk Dance, Folk Song এইগুলাৰ জন্যে একটা Institution খোলা।

বিৰাট ৰাজভৱনৰ মাজতো শিল্পীগৰাকীয়ে কটাইছে এক আশ্ৰমিক জীৱন। গোটেই পৰিৱেশটোতেই যে এক সদা শান্তি বিৰাজমান। দেখিলে শ্ৰদ্ধাত মূৰ দোঁ খাই যায়।

যাৰ গীতৰ প্ৰতিটো শব্দতেই যে মাটিৰ গোন্ধ। যাৰ গীতত দোতৰাৰ কোবতে মূৰ্ছনা উঠে হলুৱা-হজুৱাৰ আৱেদন, সৰ্বসাধাৰণ মানুহৰে মৰ্মৰ অনুভৱ, তেনেহেন শিল্পীগৰাকীয়ে আৰু হয়তো অনুভৱ কৰিছে মানুহৰ সঁচা অভাৱ। চৰকাৰৰ কথা বাদ দি সাধাৰণ ৰাইজেও যদি আগ্ৰহৰ দুহাত মেলি মাটিয়াবাগলৈ আগুৱালেহেঁতেন, লোকগীতৰ জীৱন্ত প্ৰতিমাগৰাকীৰ সপোনবোৰ ফলিয়ালেহেঁতেন, যি বাস্তৱিকতাত হয়তো গোৱালপাৰীয়া অথবা অসমীয়া সংস্কৃতিৰেই এক জ্যোতিষ্মান ৰূপ হ'লহেঁতেন।

(টোকাঃ মাটিয়াবাগ - প্ৰতিমা পাণ্ডেৰ বাসস্থান)

**সাক্ষাৎগ্ৰহণ ঃ দিলীপ কলিতা, ৰাধেশ্যাম**

*(শিল্পীগৰাকীৰ পৰামৰ্শ অনুসৰি কথোপকথন গোৱালপাৰীয়া ভাষাত ছপোৱা হৈছিল। সাক্ষাৎকাৰটো প্ৰকাশ পাইছিল গোৱালপাৰাৰ পৰা প্ৰকাশিত 'সমন্বয়'ৰ প্ৰথম বছৰ, পঞ্চম সংখ্যাত)*



# প্ৰতিমা বৰুৱা পাণ্ডেৰ লগত বাদ্যসংগত কৰা শিল্পী সীতানন্দ ৰায়ৰ সাক্ষাৎকাৰ

□ সাক্ষাৎকাৰ গ্ৰহণ ঃ ৰূপৰেখা বৰ্মন

আজিৰ সঙ্গীত জগতত হিচাপ কৰিব নোৱাৰা বাদ্যযন্ত্ৰেৰে উপচি পৰিছে। তাৰে বেছিভাগ ইলেকট্ৰনিক মাধ্যমত সজোৱা যদিও ইলেকট্ৰনিকৰ সহায় নোলোৱাকৈ খালী হাতৰ কৌশলেৰে বজোৱা বাদ্যযন্ত্ৰও কম নহয়। পৃথিৱীৰ বিভিন্ন জনগোষ্ঠীৰ মাজত থলুৱা বাদ্য যন্ত্ৰই সেই জনগোষ্ঠীৰ গীত পৰিৱেশন কৰোতে ব্যৱহাৰ কৰি জনগোষ্ঠীয় লৌকিকতাৰ লগত নিৰবিচ্ছিন্ন এটা সুৰৰ ধাৰা বোৱাই আহিছে যাক অন্য ইলেকট্ৰনিক মাধ্যমেৰে বজোৱা বাদ্যযন্ত্ৰই হয়তো চেপৰা কৰি সুৰ মিলাবলৈ চেষ্টা কৰিব পাৰে কিন্তু আঁচল অৰ্থাৎ মূলক ধৰি ৰাখিব নোৱাৰে।

এনে এবিধ থলুৱা বাদ্য হ'ল 'চাৰিন্দা'। এই চাৰিন্দাৰ নাম সৰ্ববিদিত নহয় বুলি আমাৰ ধাৰণা। বহুতে আকৌ ইয়াক দেখাতো দূৰৰ কথা, নামেই শুনা নাই। চাৰিন্দা হ'ল সম্পূৰ্ণ থলুৱা ভাৱে কাঠ, বাঁহ আৰু নিহি গুণা বা তাঁৰৰ দ্বাৰা নিৰ্মিত এবিধ বাদ্যযন্ত্ৰ। এই বাদ্যবিধ সাধাৰণতে গোৱালপাৰীয়া লোক সংস্কৃতিৰ অন্তৰ্গত বিভিন্ন লোক সঙ্গীতৰ লগত বজোৱা হয়। এই বাদ্যবিধে বিভিন্ন জনৰ হাতৰ পৰশ লাগি জীৱন্ত আৰু মধুৰ হৈ উঠিছে যদিও এজন মহান থলুৱা শিল্পীৰ নাম এই বাদ্যটিৰ লগত অনাবিলভাৱে আমি সাঙুৰি দিবলৈ একপ্ৰকাৰ বাধ্য হৈছো। সেইজন মহান শিল্পীৰ নামেই হ'ল শ্ৰীযুত সীতানন্দ ৰায়। গোৱালপাৰীয়া সঙ্গীতৰ সম্ৰাজ্ঞী পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ লগত চাৰিন্দা বজাই জীৱন সাৰ্থক কৰা ৭২ বছৰীয়া সীতানন্দ ৰায়ৰ ঘৰ ধুবুৰী জিলাৰ গৌৰীপুৰ চহৰৰ নাতিদূৰত অৱস্থিত এখন অতি পিচপৰা গাওঁ শ্যামচৰণেৰ কুটি গাঁৱত। মহান শিল্পী প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱনৰ অন্তিম মঞ্চখন পৰ্যন্ত চাৰিন্দা বজাই অহা অতি নিৰীহ, অমায়িক, শান্ত সীতানন্দ ৰায়ক লগ ধৰিছিলো তেখেতৰ নিজ বাসগৃহত। কোনো মতে সৰু মটৰ গাড়ীৰে যাবপৰা এটা গাঁৱলীয়া ৰাস্তাৰে গৈ নেদেখিলে বিশ্বাস কৰিব নোৱাৰা

এটি সৰু জুপুৰি ঘৰত উপস্থিত হৈ মনৰ স্পৃহা আৰু আসক্তিবশতঃ আমাৰ পৰিচয় দি এখন বেঞ্চত বহি লৈ ৰয়দেৱক সুধি গৈছিলো অনেক প্ৰশ্ন। এখন আঠুলৈ উঠা চুৰীয়া আৰু ফটাচিটা গেঞ্জী পৰিধান কৰি মূঢ়াত বহি অকণো আমনি নোপোৱাকৈ এটা এটাকৈ উত্তৰ দি গৈছিল আমাৰ প্ৰশ্নবোৰৰ –

প্ৰ ঃ আপুনি বজোৱা বাদ্যটোৰ নাম কি?

উ ঃ ইয়াক 'চাৰিন্দা' বুলি কোৱা হয়।

প্ৰ ঃ এই বাদ্যটো সাধাৰণতে ক'ত পোৱা যায়?

উ ঃ এইটো বজাৰত আজিকালি পোৱা যায় নে নাই নাজানো। কিন্তু মই বজোৱা এই চাৰিন্দাটো ঘৰতে সজাই লোৱা।

প্ৰ ঃ আপুনি কেতিয়াৰ পৰা চাৰিন্দা বজাইছে?

উ ঃ মই আগতে ভায়োলিন বজাইছিলো। পিচতহে ইয়াক বজাবলৈ ল'লো।

প্ৰ ঃ আপোনাৰ বৰ্তমান বয়স কিমান?

উ ঃ মোৰ বৰ্তমান বয়স ৭১-৭২ মান হ'ব।

প্ৰ ঃ প্ৰতিমা বৰুৱা পাণ্ডেৰ লগত আপুনি কেতিয়াৰ পৰা চাৰিন্দা বজাইছে?

উ ঃ প্ৰায় ত্ৰিশ বছৰ মান আগৰ পৰা। এবাৰ প্ৰতিমা দিদিৰ লগত ঢোলক বজোৱা মানুহজনৰ (বিমল মাঝি) বেমাৰ হৈছিল। মই খোল বজাব জানিছিলো। সেয়ে মোক ঢোলৰ সলনি খোল বজাবলৈ মাতিছিল। পিছত মোক দিদিয়ে চাৰিন্দা বজাবলৈ দিয়ে।

প্ৰ ঃ আপুনি ক'ত ক'ত প্ৰতিমা বৰুৱা পাণ্ডেৰ লগত ফাংচন কৰিছিল?

উ ঃ হিচাপ দিব নোৱাৰো। তথাপিও দিল্লী, মুম্বাই, কলকাতা, চিমলা, কাশ্মীৰ, পাটনা, শিলিগুৰী আৰু অসমৰ ইমুৰৰ পৰা সিমুৰলৈ। গুৱাহাটীততো কিমান বাৰ কৰিছো হিচাপ নাই।

প্ৰ ঃ আপোনাৰ লগত বাদ্য বজোৱাত অন্য মানুহবোৰ কোন কোন আছিল?

উ ঃ দোতৰাত আছিল সুধীৰ ৰায়, ঢোলক বজাইছিল বিমল মাঝিয়ে। প্ৰতিমা দিদিয়ে নিজেই ঘুঘুৰা বজাইছিল। পিছত সুধীৰ ল'ৰা অনিলে ঢোল আৰু প্ৰতিমা দিদিৰ ডাঙৰ জোঁৱাই অভিজিতে দোতৰা বজাইছিল।

প্ৰ ঃ আপুনি এখন ফাংচন কৰোতে কিমান টকা পাইছিল?

উ ঃ থকা-খোৱা আৰু অহা-যোৱাৰ সকলো দিদিয়ে দিহা কৰিছিল। ফাংচনৰ শেষত ৫০০/৬০০ টকা দিছিল। দূৰৰ ফাংচন কৰিলে ১,০০০ টকা পৰ্যন্ত দিছিল। দিদিয়ে কিমান পাইছিল, আমি হিচাপ ৰখা নাছিলো।

প্ৰ ঃ প্ৰতিমা বাইদেউৱে আপোনালোকৰ লগত কেনেধৰণৰ ব্যৱহাৰ কৰিছিল?

উ ঃ প্ৰতিমা দিদিয়ে মোক 'দাদা' কৈছিল আৰু মই তেওঁক দিদি বুলিছিলো। আমি দুয়ো ভাই-ভনীৰ নিচিনা আছিলো। মই তেওঁতকৈ বয়সত অলপ

ডাঙৰ হ'ম। তেওঁ বৰ সহজ-সৰল আছিল। ফাংচন কৰিবলৈ গ'লে আমি ভালদৰে খাইছো- লৈছোনে নাই ভালদৰে সোধ পোচ কৰিছিল। তেওঁৰ কোনো ভেম নাছিল। ৰাতি আমি সকলোৱে একেলগে শুইছিলো। তেওঁ বৰ ৰসাল আছিল আৰু সদায় খুহুতীয়া কথা কৈ আমাক হুহুৱাইছিল।

প্ৰ ঃ আপুনি ভূপেন হাজৰিকা আৰু প্ৰতিমা বাইদেউক মঞ্চত একেলগে পাইছিল নে?

উ ঃ অনেক বাৰ। প্ৰতিমা দিদিক ভূপেন হাজৰিকাই ভনীৰ দৰে মৰম কৰিছিল। আমি ভূপেন হাজৰিকাৰ ঘৰত বহুতবাৰ গান-বাজনা কৰিছো।

প্ৰ ঃ একেবাৰে শেষবাৰ প্ৰতিমা বাইদেউৰ লগত ক'ত ফাংচন কৰিছিল?

উ ঃ তেজপুৰৰ এখন নাৰ্চিং হোমত।

প্ৰ ঃ বাইদেউৰ মৃত্যুয়ে আপোনাৰ জীৱনত কেনে প্ৰভাৱ পেলাইছে?

উ ঃ দিদিৰ মৃত্যুৰ পিছত মই একেবাৰে ভাগি পৰিছো। মোৰ ভনীৰ মৃত্যু হোৱা যেন লাগিছে। মই একেবাৰে হাতছাৰা হৈ পৰিছো।

কথাখিনি কৈ থাকোতে তেওঁৰ দুচকু চকুপানীৰে ভৰি পৰিল। মোৰ বহুত কথা সুধিব লগীয়া আছিল যদিও সীতানন্দ ৰায় নামৰ এই সহজ সৰল হোজা লোকসঙ্গীতৰ শিল্পীজনলৈ শ্ৰদ্ধা জনাই মই ইমানতে প্ৰশ্ন সোধা শেষ কৰি বিদায় লৈছিলো।



# 'ও কি ও মোৰ ভাবেৰে দেওবা, থুইয়া আয় মোক বাগৰে ভাইওৰ দ্যাশেৰে'

□ প্ৰবীৰ কুমাৰ বৰুৱা

**২৭** ডিচেম্বৰ ৰাতিপুৱা ৬ ১০ মিনিটত আশ্ৰয় লজৰ পৰা ওলাই পোনে পোনে GNRC Reception Counter পালোঁ। সেমেকা শীতৰ পুৱা। Counter Cleaning ৰ কাম চলি আছে। অলপ সময় থিয় হোৱাৰ পিছত ৰিচেপচনিষ্টজন আগবাঢ়ি আহিল। মই প্ৰতিমা বৰুৱা পাণ্ডেৰ Attendant জনক বিচাৰিলোঁ। ছাউণ্ড ছিষ্টেম যোগে এটেণ্ডেণ্ট অহাৰ জাননী দিলে। ঠিক এনেতে এজন ধুনীয়া ছুটি পৰিধান কৰা সুদৰ্শন মানুহে কাউণ্টাৰৰ ওচৰত উৎকণ্ঠিত হৈ আহি সুধিলে, প্ৰতিমা বৰুৱা পাণ্ডেৰ এটেণ্ডেণ্ট বা ৰিলেটিভ্ কোনোবা আছে নেকি? মই আগবাঢ়ি গৈ তেখেতৰ ভায়েক বুলি পৰিচয় দিয়াত ক'লে -- "কাইগুলি, প্ৰতিমা বৰুৱা পাণ্ডেৰ হাছবেণ্ড আৰু সমুজ্জ্বল ভট্টাচাৰ্যক সোনকালে মোক লগ ধৰিবলৈ কওক আৰু আপুনিও লগত আহক। তেখেত সকলক ডাঃ নোমল বৰাই এটা মেছেজ দিয়া বুলি ক'ব।" এটা অশুভ ইংগিতৰ আভাস যেন লাগিল, লগে লগে "মাকনী লজ"লৈ ধাপলি মেলিলোঁ। ভিনদেউক জগালোঁ আৰু ধুবুৰী জিলা সদৌ অসম ছাত্ৰ সন্থাৰ সভাপতি পুতুল ৰায় প্ৰধানীক সমুজ্জ্বল ভট্টাচাৰ্যক খবৰ দিবলৈ ক'লোঁ। ভিনদেউ লৰালৰিকৈ ডাঃ বৰাক লগ ধৰিবলৈ গ'ল। ইতিমধ্যে সমুজ্জ্বল ভট্টাচাৰ্যও আহি পালে। সদৌ অসম ছাত্ৰ সন্থাৰ বিপুল ৰাভা, বৈশ্য আদি কৰি ছাত্ৰ সন্থাৰ ল'ৰা কেইজনৰ মাজত যুদ্ধকালিন তৎপৰতা আৰম্ভ হৈ গ'ল। গম পালো, বাইদেউ আৰু নাই। ভূপেনদাই ফোন কৰি তেখেতৰ কাৰণে অপেক্ষা কৰিবলৈ ক'লে। মুখ্যমন্ত্ৰী তৰুণ গগৈদেৱে প্ৰথম আহি পালে। তাৰ পিছত সাহিত্যসভাৰ সভাপতি বীৰেন্দ্ৰ নাথ দত্ত, শীলভদ্ৰ, শৰৎ সিন্‌হা, আত্মীয় স্বজন, শিল্পীবৃন্দ, শুভাকাংখীৰ জনস্ৰোত। এক শোকাকুল পৰিৱেশ। ভূপেনদা আহি পালে। ধুবুৰী জিলাধিপতি প্ৰশান্ত বৰুৱাদেৱে ধুবুৰীলৈ আৱশ্যকীয় ব্যৱস্থা গ্ৰহণ কৰিবলৈ প্ৰশাসনৰ মাৰফৎ সংবাদ প্ৰেৰণ কৰিলে।

জি.এন.আৰ.চি.ৰ পিছফালৰ দুৱাৰ মুকলি হ'ল। ফুলেৰে সুসজ্জিত এখন শৱবাহী যানে লাহে লাহে চৌহদত প্ৰৱেশ কৰিলে। সদৌ অসম ছাত্ৰ সন্থাৰ বিষয়ববীয়া সকলৰ সৈতে সমুজ্জ্বল ভট্টাচাৰ্য, ভূপেনদা, চৰিত্ৰাভিনেত্ৰী চেতনা দাস, গায়িকা অঞ্জু দেৱী, নায়িকা

ডৱিণ আৰু ঘৰৰ মানুহ হিচাপে মই আৰু সৰু বাইদেউৰ ল'ৰা দিগন্ত প্ৰতিমা বাইদেউৰ অন্তিম যাত্ৰাৰ লগৰীয়া হ'লো। লাহে লাহে যাত্ৰাৰ আৰম্ভণী হ'ল। সদৌ অসম ছাত্ৰ সন্থাৰ মটৰ বাইক আমাৰ পথ প্ৰদৰ্শক। পিছফালে গাড়ীৰ কনভয়। প্ৰথমতে আমি উজানবজাৰস্থিত শ্বহিদ ন্যাস ভৱনলৈ গ'লো। ভৱনত ১ ঘণ্টামান ৰাইজৰ শ্ৰদ্ধা জ্ঞাপনৰ সুবিধাৰ্থে ৰখা হ'ল। কবি, সাহিত্যিক, অভিনেতা, অভিনেত্ৰী, গায়ক, গায়িকা তথা শুভাকাংক্ষীৰ মেলা। শেষ শ্ৰদ্ধা আহিছে। তাৰপৰা ক্ৰমে আমবাৰীস্থিত অসম গণ পৰিষদৰ কেন্দ্ৰীয় কাৰ্যালয়, ৰবীন্দ্ৰ ভৱনৰ সংস্কৃতিক সঞ্চালকালয়ৰ কাৰ্যালয়, ঐতিহ্যপূৰ্ণ শিক্ষানুষ্ঠান কটন কলেজৰ এডমিনিষ্ট্ৰেটিভ বিল্ডিঙৰ আগত শ্ৰদ্ধাতৰ্পনৰ অন্তত বাইদেউৰ মৰমৰ গুৱাহাটীৰ আবাসস্থল 'সুৰদেৱী' হোটেল। এক অন্তৰস্পৰ্শী শোকাকুল পৰিবেশ। সুৰদেৱীৰ মালিক তথা কৰ্মীবৃন্দৰ আত্মীয় বিয়োগৰ এক হৃদয়বিদাৰক মৰ্মস্পৰ্শী শেষ শ্ৰদ্ধা তৰ্পন। সুৰদেৱীৰ স্বত্বাধিকাৰী বৰ্মনদেৱ অন্তিম যাত্ৰাৰ সংগী হ'ল। সুৰদেৱীৰ পৰা গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ। অকাই পকাই চান্দমাৰীৰ অনাতাঁৰ মূল ভৱনৰ আগত আমি ৰাখিলো। শেষ শ্ৰদ্ধা নিবেদন কৰিবলৈ আকাশবাণীৰ কৰ্মীবৃন্দই বৈ আছে। বিষয়া কমল শৰ্মাদেৱে অশ্ৰুনয়নে বাকৰুদ্ধ কণ্ঠে স্বৰ্গীয় বাইদেউৰ সম্বন্ধে কৈ আছে। বিষয়াবৰ্গই তেওঁলোকৰ শোকবাৰ্তা জনালে। বাইদেউৰ মৰমৰ আকাশবাণীৰ কৰ্মীবৃন্দই তথা কলাকুশলীসকলে অশ্ৰু নয়নে বিদায় জনালে।

এতিয়া বাইদেউৰ "বাপো ভাইযাৰ দ্যাশ"লৈ অন্তিম যাত্ৰাৰম্ভ। মালিগাওঁ এৰি আদাবাৰী। চাৰে চাৰি বাজি গৈছে। বতৰ ডাৱৰীয়া। শীতল বতাহ। বাইদেউক শ্ৰদ্ধাঞ্জলি জ্ঞাপনৰ অন্তত 'কফিন চেম্বাৰ'ত সোমালো। শৱযানৰ আগত সদৌ অসম ছাত্ৰ সন্থাৰ বিষযববীয়াসহ সমুজ্জ্বল ভট্টাচাৰ্য, পিছত আমাৰ ছুমোখন। তাৰপিছত সদৌ অসম ছাত্ৰ-সন্থাৰ গাড়ীৰ কনভয়। গাড়ীৰ আগত ৮-১০খন মটৰ বাইক। জালুকবাৰীৰ চ'কত শেষ শ্ৰদ্ধা জনাবলৈ থিয় হৈ আছিল বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী, কৰ্মীবৃন্দ তথা ৰাইজ। পুষ্পবৃষ্টি আৰম্ভ হৈ গ'ল। ব্ৰহ্মপুত্ৰ দলং পাৰ হৈ বাইহাটা। অসংখ্য জনতা। যাত্ৰাৰ বিৰতি। শ্ৰদ্ধা তৰ্পন। পৰৱৰ্তী লক্ষ্য ৰঙিয়া। ৰঙিয়াতো অভূতপূৰ্ব জনসমাবেশ। দোকান বিলাকত বাইদেউৰ গানৰ কেছেট বাজি আছে। আত্মাৰ সদগতিৰ বাবে ১ মিনিট মৌনতা পালন তথা বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানে আগবঢ়ালে শ্ৰদ্ধাঞ্জলি। অশ্ৰুসজল নয়নেৰে অন্তিম বিদায় জনালে ৰঙিয়াবাসী ৰাইজে।

আমাৰ পৰৱৰ্তী বিৰতি স্থল নলবাৰী। নলবাৰী পোৱাৰ আগে আগে ছাত্ৰ সন্থাৰ মটৰ চাইকেলবাহী সদস্যসকল আৰু গাড়ীৰে আগবাঢ়ি আহি আমাক নলবাৰী চহৰলৈ লৈ আহিলে। ছাত্ৰ-সন্থাৰ কাৰ্যালয় লোকে লোকাৰণ্য। বাইদেউৰ নশ্বৰ দেহা শ্ৰদ্ধা জ্ঞাপনৰ উদ্দেশ্যে নমোৱা হ'ল। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান তথা শোকাকুল ৰাইজ শ্ৰদ্ধাঞ্জলি জনাবলৈ আগবাঢ়ি আহিল প্ৰাণৰ শিল্পী প্ৰতিমা বাইদেউলৈ। বিদায়বেলাৰ মুহূৰ্ত বৰ কৰুণ। বিদায় নলবাৰীৰ জনতা। আপোনালোকৰ এই শ্ৰদ্ধাঞ্জলি চিৰস্মৰণীয় হৈ ৰ'ব। লাহে লাহে অন্তিম যাত্ৰাৰ কনভয় পাঠশালাৰ ফালে আগবাঢ়িল। ৮-৩০ মিনিটত আমি পাঠশালা পালো। এই হাড়কপোঁৱা জাৰকো নেউচি ৰাইজ আমাৰ বাবে অপেক্ষা কৰি আছে। শোকাকুল ৰাইজৰ অকুণ্ঠ শ্ৰদ্ধাঞ্জলি। আত্মীয় বিয়োগৰ পৰিবেশ। স্বতঃস্ফূৰ্ত প্ৰাণৰ আবেগৰ প্ৰকাশ।

পাঠশালাৰ ৰাইজ বাইদেউৰ আত্মীয় স্বজন। শীত বৰষুণকো নেওচি প্ৰাণ আৰু মানৱতাৰ জয়গান গালে পাঠশালাবাসী ৰাইজে।

পাঠশালৰ পিছত ভবানীপুৰ, বৰপেটাৰোড, সৰভোগৰ ৰাইজেও একে ভাষাৰে একে আবেগেৰে শেষ শ্ৰদ্ধা জনালে তেওঁলোকৰ প্ৰাণৰ শিল্পী প্ৰতিমা বাইদেউলৈ। স্বজন বিয়োগৰ প্ৰতিচ্ছবি প্ৰতি ঠাইত।

বিজনীবাসী ৰাইজ, সদৌ অসম ছাত্ৰ সন্থাৰ সদস্যবৃন্দ, সদৌ বড়ো ছাত্ৰ সন্থাৰ সদস্যবৃন্দ ৰৈ আছিল। নেচনেল হাইওৱেৰ দাঁতিত পুৰণা গোৱালপাৰাত পদাৰ্পন। আকৌ আন্তৰিক আবেগিক শোকাকুল জনতা। শ্ৰদ্ধাঞ্জলি জ্ঞাপন। মৌনতাৰ শ্ৰদ্ধা জ্ঞাপন। অশ্ৰুসজল নয়নেৰে বিদায়। কিছুদূৰ আগবঢ়াৰ পিছত আকৌ শ্ৰদ্ধালু শোকাকুল জনতাৰ আৰ্ত্তিয়ে আমাৰ যাত্ৰাৰ যতি পেলালে। শেষ বাৰৰ বাবে দৰ্শন কৰিবলৈ বিচাৰিলে তেওঁলোকৰ প্ৰাণৰ শিল্পীৰ মৰদেহা। দোকান বিলাকত বাইদেউৰ গানৰ কেছেট বাজিছে। শ্ৰদ্ধা তৰ্পনৰ অন্তত আকৌ আগবাঢ়িলো। এইবাৰ লক্ষ্যস্থল বঙাইগাওঁ। মধ্যৰাতিৰ নিশা শোকাকুল জনতা, ছাত্ৰ সন্থাৰ সদস্যবৃন্দ, সম্ভ্ৰান্ত নাগৰিকবৃন্দ ৰৈ আছে। তেওঁলোকৰ মৰমৰ শিল্পী প্ৰতিমালৈ শেষ শ্ৰদ্ধা জনাবলৈ। বঙাইগাঁৱতো দুই ঠাইত ৰ'ব লগা হৈছিল। পুহমহীয়া জাৰৰ মাজনিশাকো নেওচি অবিচল চিত্তে ৰৈ আছিল বঙাইগাৱঁৰ জনতা শেষ শ্ৰদ্ধা জনাবলৈ। বাইদেউলৈ ইমান অন্তৰৰ আহ্বান। বঙাইগাঁৱৰ পিছত বহলপুৰ চাপৰতো একেটা দৃশ্যৰ পুনৰাবৃত্তি। তিনি বজাত বিলাসীপাৰা পালো। জনসমুদ্ৰ অসীম আগ্ৰহেৰে ৰৈ আছে। শোকসভাৰ আয়োজন। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ পৰা শ্ৰদ্ধা জ্ঞাপন। পৰৱৰ্তী পৰ্যায়ত 'শ্বহীদ বেদী'ৰ ওচৰত আকৌ শ্ৰদ্ধা জ্ঞাপন। এইবাৰ ঘৰলৈ প্ৰত্যাবৰ্তন। "বাপ ভাইও"ৰ দেশলৈ বাইদেউৰ নশ্বৰ দেহা ঘূৰি আহিল চাৰে চাৰি বজাত। সহযাত্ৰী সদৌ অসম ছাত্ৰ সন্থাৰ নেতত্বৃবৃন্দ সহ সমুজ্জ্বল ভট্টাচাৰ্য, গায়ক চাৰু গোঁহাই, ঋতু পৰ্ণ শৰ্মা। মাটিয়াবাগ ৰাজহাউলীৰ সমুখত শায়িত হ'ল বাইদেউৰ নশ্বৰ দেহা। মাটিয়াবাগ টিলাৰ কাষেদি বৈ আছে তেওঁৰ প্ৰিয় নৈ গদাধৰ। সৰকাৰ পাৰা, চাড়ালডাঙা, সাপ্তাৰকুঠি, মাটিয়াবাগ আৰু দাঁতিকাষৰীয়া অঞ্চলৰ বাইদেউৰ মৰমৰ গঞা ৰাইজৰ জনস্ৰোত ববলৈ ধৰিলে। মৰমৰ বাইদেউক এবাৰ চাবলৈ হেঁপাহ।

এই অন্তিম যাত্ৰাৰ সহযাত্ৰী হৈ এটাই উপলব্ধি হ'ল যে, বাইদেউৰ মৃত্যুয়ে প্ৰমাণ কৰিলে যে, সংগ্ৰামী বাইদেউৰ জয় হৈছে। বাইদেউৰ আপ্ৰাণ প্ৰচেষ্টা সফল হৈছে। গোৱালপাৰীয়া লোকগীত, লোকসংস্কৃতি যে বৃহত্তৰ অসমীয়া সংস্কৃতিৰেই অবিচ্ছেদ্য অংগ অসমীয়া ৰাইজে তাক অন্তৰেৰে গ্ৰহণ কৰিছে। গোটেই অসম শোকস্তব্ধ হৈ গৈছে। যথাযোগ্য মৰ্যাদাৰে বাইদেউলৈ অসমবাসীয়ে শেষ শ্ৰদ্ধা জ্ঞাপন কৰিছে। তাৰবাবে আমাৰ পৰিয়ালৰ ফালৰ পৰা ধন্যবাদ জ্ঞাপন কৰিলো। ধন্যবাদ জ্ঞাপন কৰিলো ওচৰ চুবুৰীয়া পশ্চিমবংগৰ ৰাইজলৈ।

সদৌ অসম ছাত্ৰ সন্থাৰ নেতৃবৃন্দ, সদস্যবৃন্দক ধন্যবাদ জনাবলৈ ভাষা মোৰ নাই। তেওঁলোকৰ নিৰলস প্ৰচেষ্টালৈ থাকিল হিয়া ভৰা মৰম।



# Portrait of an Artist : Pratima Barua-Pandey

## - a personal tribute.

**Annu Jalais**

In June 1996, while writing a Masters dissertation on bhaoaiys songs, with their highly charged lyrics on love, loss and separation, the first port of call in my travels through Assam and North Bengal was Professor Rebati Mohon Saha's house in Dhubri. When Professor Saha heard the purpose of my visit, he was impatient that without losing time I meet the queen of bhaoaiya songs : Pratima Barua-Pandey, and himself escorted me to Gauripur.

Suddenly, after a bus journey through one of the most beautiful landscapes I had ever seen, we arrived in the little town of Gauripur. From there we walked to the top of a small hill, and I found to my amazement Matiabagh -- a surreal palace which seemed to be hesitating between levitating into the clouds one moment, and letting itself collapse into the arms of the Gadadhar river the other. This house had been home to highly distinguished people. Pratima Barua-Pandey's uncle-Pramathesh Barua was one of the pioneers of Indian Cinema, his sister Nihar Barua an accomplished ethnomusicologist, Prakritish Chandra Barua, Pratima's father, popularly known as 'Lalaji', was someone who was long held in affectionate respect throughout the region for his elephant-taming skills, Parbati Barua, one of Pratima's sisters, was a talented dancer and elephant-tamer too; I was filled with awe and apprehension

about meeting a royal who by becoming one of the greatest names of Indian folk songs had added such repute to this illustrious lineage.

Led by Professor Saha, I meekly followed I noticed with surprise that we did not stop at the front door of the palace; we circumambulated the place and silently walked into a small beautiful courtyard warm with fresh potted plants and a large smoking kitchen.

We entered a spacious hall which looked like a cross between a museum and a cosy home. Some beautiful tiger and bear skins hung from walls, cane chairs lay across the room, family memorabilia which included Pratima's numerous prizes and medals as well as the wedding photos of her eldest daughter were witnesses of past and present glories as well as fond memories This hall and the adjoining two rooms was where Pratima Barua-Pandey lived with her husband Gangashankar Pandey, a widely acclaimed professor of Gauripur College. Himself from Uttar Pradesh, a fluent speaker of many languages, he had in his day received a grant to study at a university in U.K. He had turned it down out of love for his wife and their unborn child preferring to stay back in Gauripur rather than risk the hardship this might have put on his family.

The princess was all alone in her house that afternoon and after welcoming us in she went to the kitchen to make us tea. I was trying to feel less intimidated so with a sense of purpose and urgency I brought out my tape-recorder and notebook. When she returned, Professor Saha, not wanting to lose time. asked her a few questions : What was the difference between bhaoaiya and Gauripur lokageet, when was she born, whether she had children, how many years it had been since she had started singing.

Gently yet very firmly she established how we should engage with her music on her own terms. She had been singing since she was a child, her music guru had been Bhabesh Singha Roy - the chief mahout of Gauripur, what interested her wasn't so much classifying these songs as insuring their perpetuation and she saw herself as doing her bit, as a simple singer, the

rest was inconsequentail, she explained at length.When Professor Saha pointed out that she had been the first to sing these songs in public and had brought name and fame to them she modestly replied that it was her contribution to Gauripur and its people, the mahouts, the buffalo-grazers, those who weren't part of the established bhadralok class.

Nothing had prepared me for the incredible combination of Pratima Barua-Pandey's personality. Her true-blue lineage which had made her necessarily familiar to her uncle Pramatesh Barua's urbane and delicately sophisticated sphere was subtly balanced by her own close involvement in her father's earthly passion for rough forest life and what was then considered as the rustic songs of the plebeians What was most appealing about her was how she had remained unaffected by fame and acclaim. From the threshold-especially the kitchen - of her palace she bonded with similar intimacy with her servants, musicians, and audiences. In her urge to make me feel at home and because she was deeply committed to seeing her songs as bridges between peoples she sang me Paul Robeson's We 're in the same boat brother, which I later came to know she always sung at concerts.

Long known as the queen of Goalparia lokageet, a soulful genre sung in Creole-Assamese, Pratima mixed her sentimental folk tunes filled with longing and sadness with the acoustic sounds of dotara and khanjani For very long after recording a few of Pratima Barua's Goalparia blues I was unable to listen to them This was because these songs so powerfully expressed unrequited love and life's suffering in music, that I, like many of her admirers, was completely overwhelmed by them. These songs speak essentially of women's long and bitter isolation from their migrant husbands or loved ones, the loss, due to marriage or emigration, of one's home, the sadness caused by the separation from one's mother.

One evening, as Pratima was singing, her magnificent grey-blue eyes were suddenly flooded with tears. After a time, her sobs making it impossible for her to continue, she cried out, 'those songs also sing of the sorrow of the mother for her lost

child.' She was then estranged from one of her daughters and was filled by a deep sadness. Now in hindsight, the fact that she lived at the back of the palace appears to me like a metaphorical reflection of her own life. The kitchen where Pratima sung when she was at home, was her refuge with its large, earthen fires driving away the cold clammy monsoon weather, and its location -overlooking trees, river and sky, from the inner turmoil and unhappiness of her heart.

When I came across Gauripur's much beloved 'hastir kanya' she had long taken the music world by storm. She sang in her own distinctive way very much like legendary Blues artists Edith Piaf, Billy Holliday and Cesaria Evora. Her intoxicating, powerful, soulful voice captivated and profoundly touched all who listened, even to those who did not understand the language. Her songs earned her sensational reviews, the Padmashree and Sangeet Natak Akademi award, and legions of devoted fans mainly in Assam, Bangladesh, West Bangal. She deeply loved Gauripur and took pride that it reflected Assam's rich tradition of being at the confluence of so many cultures. I have a deep conviction that the songs she invested with such life will now continue to spread her message of bridging differences and will forever keep her memory alive.

*Miss Annu Jalais*
*a young girl, French*
*Studied at Loretto, Kolkata, Paris Univ, and London school of Economics.*
*At present doing Ph.D. at London.*
*She visited Pratima Barua's house of . Gauripur on two occasions spent several days with her of GP.*



# প্ৰতিমা মাহীৰ সান্নিধ্যত কিছু স্মৰণীয় মুহূৰ্ত্ত

❑ মৃন্ময় কুমাৰ দেৱ অধিকাৰী

প্ৰয়াত পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ বিষয়ে স্মৃতি ৰোমন্থন কৰি লিখিবলৈ গ'লে ভাহি উঠে মাহীৰ লগত একেলগে কটোৱা স্মৃতি বিজৰিত বহু ঘটনাৰ কথা। আচলতে মোৰ কোনো লিখা-মেলাৰ অভ্যাস নাই। ভাবি থকা কথাবোৰ সজাই-পৰাই লিখিবও নোৱাৰো।

সেইদিনা বৰ্মনদাই (প্ৰফুল্ল চন্দ্ৰ বৰ্মন) আহি ক'লে— মৃন্ময়, আমি প্ৰতিমা বাইদেউৰ স্মৃতি সোঁৱৰণ কৰি এখন কিতাপ উলিয়াই আছো। তুমি বাইদেউৰ সান্নিধ্যত কি পাইছিলা তাৰ বিষয়ে চমুকৈ লিখি দিবা। লিখিব লগা কথা শুনি অলপ ভয় হৈছিল যদিও নিজকে গৌৰববোধ কৰিলো। আচলতে প্ৰতিমা মাহী আছিল সকলোৰে বাইদেউ, কিন্তু মই মাহী বুলি মতাৰ কাৰণটো হৈছে, মোৰ মায়ে প্ৰতিমা মাহীক বুচুদি (অসমীয়াত 'বাইদেউ') বুলি মাতিছিল। মাহীৰ লগত আমি সদায় গোৱালপাৰীয়া ভাষাত কথা পাতিছিলো। মাহীৰ সুখ-দুঃখৰ গোটেই কথাবোৰ আছিল গৌৰীপুৰীয়া ঘৰুৱা ভাষাত ।

মাহীৰ মুখত এটা কথা আমি প্ৰায়ে শুনিবলৈ পাইছিলো যে—

'কি বাৰে বুজছেন তো
আগতে যখন আছিলং মুই আমেৰ আমসি,
তখন আছিলং মুই কথাৰ মানসি।।
এলা হইছং মুই বৰাইৰ চুনা
সবাৰে হইছং মুই কথা শুনা'

তেওঁ এই কথাখিনি কি উদ্দেশ্যত কৈছিল, তাৰ ৰহস্য মই আজিলৈকে উলিয়াব পৰা নাই। এসময়ত তেওঁ নিজে ৰূপ, গুণৰ সৈতে পাৰিবাৰিক আভিজাত্যৰ মাজত

আছিল ! কিন্তু জীৱনৰ শেষৰ কালছোৱাত তেওঁ নিজকে অৱহেলিতা বুলি ভাবিয়ে কিজানি উক্ত কথাষাৰ বেদনাসিক্ত মনেৰে ব্যক্ত কৰিছিল।

এই কথাফাঁকি মাহীয়ে আমাৰ মাজত বহি কিবা আলোচনা কৰি থকা অৱস্থাত, মাজে মাজে হঠাৎ কৈছিল আৰু আবেগিক হৈ পৰিছিল।

সেই সময়ত মাহীৰ লগত বজোৱা সাৰিন্দা বাদক সীতানন্দ ৰায়ে কৈছিল -- দিদি বাৰে পুৰাণা কথা গুলা থোনতো, মনত কষ্ট দেওয়া কথাগুলা আৰ না কনতো'

সীতানন্দ ৰায় আছিল মাহীৰ সঙ্গীত জীৱনৰ শেষকাল ছোৱাত অভিভাৱকৰ দৰে। মাহীয়ে ৭২ বছৰীয়া সীতানন্দ ৰায়ক দাদা বুলি মাতিছিল আৰু ৰায়ে মাহীক দিদি বুলি মাতিছিল আৰু এই সীতানন্দ ৰায় মানুহজন হাঁহি স্ফূৰ্তি কৰি থকা ৰসিক প্ৰকৃতিৰ মানুহ। আচল অৰ্থত এখেতো এজন প্ৰকৃত শিল্পী।

মাহী আৰু সীতানন্দ ৰায়ৰ সম্পৰ্ক আছিল ভাই-ভনীৰ দৰে। মাহীৰ মন বেয়া লাগিলে বা কাৰো ওপৰত খং উঠিলে, মাহীয়ে মাটিয়াবাগ টিলাৰ পাছফালে থকা গদাধৰ নৈ পাৰ হৈ শ্যামচৰণ কুঠি গাঁৱত থকা সীতানন্দ ৰায়ৰ ঘৰলৈ গৈ নিজৰ মনৰ দুঃখ দুৰ্দশাৰ কথাবোৰ কৈ শান্তি পাইছিল। গোটেই দিন মাহীয়ে ৰায়ৰ পৰিবাৰৰ সৈতে কটাই সন্ধিয়া নিজৰ ঘৰলৈ উভতি আহিছিল। সীতানন্দ ৰায়ৰ ল'ৰা অমৰেন্দ্ৰ ৰায়ে মাহীৰ লগত দোতৰা বজাইছিল।

আমাৰ আছুৰ কেন্দ্ৰীয় সমিতি বা জিলা সমিতিৰ যিকোনো সাংস্কৃতিক অনুষ্ঠানত প্ৰয়াত প্ৰতিমা বৰুৱা পাণ্ডেক লৈ যোৱাৰ দায়িত্ব বেছিভাগ সময়ত মোৰ ওপৰত পৰিছিল আগৰে পৰা প্ৰতিমা বৰুৱা পাণ্ডে আৰু আছুৰ ল'ৰাবোৰৰ মাজত এক আন্তৰিক ঘনিষ্ঠতা আছিল। মাহীৰ আমাৰ ল'ৰাবোৰৰ প্ৰতি এনেকুৱা আস্থা আছিল যে, আছুৰ অনুষ্ঠানবোৰলৈ যোৱাৰ সময়ত কোনোদিনে পইছা-পাতিৰ কথা আলোচনা কৰা নাছিল। আৰু আছুৰ ল'ৰাবোৰক মাহীয়ে নিজৰ সন্তানৰ দৰে ভাবিছিল। যেতিয়াই আমাৰ আছুৰ অনুষ্ঠান থাকে, বেছিভাগ সময়ত সমুজ্জ্বলদাই নাইবা আছুৰ কেন্দ্ৰীয় নেতৃবৃন্দই মোক আৰু পুতুল চন্দ্ৰ ৰায় প্ৰধানীক ফোন যোগে মাহীক লৈ যোৱাৰ দায়িত্ব দিছিল।

মাহীৰ লগত প্ৰ'গ্ৰেমৰ কথা আলোচনা কৰিবলৈ গৈ আমি বহু সময় কটাইছিলো। মাহীয়ে আমাক তেওঁৰ সৰু কালৰ বহু সুখ-দুঃখ, হাঁহি অশ্ৰু মিশ্ৰিত ঘটনাৰ কথা কৈছিল।

মাহীয়ে কৈছিল যে, তেওঁ নিজৰ দেউতাক প্ৰয়াত প্ৰখ্যাত হাতী শিকাৰী প্ৰকৃতিশ চন্দ্ৰ বৰুৱা (লালজী) তকৈ বেছি ভয় কৰিছিল তেওঁৰ বৰদেউতাক ভাৰতীয় চলচ্চিত্ৰ জগত প্ৰবাদ পুৰুষ স্বৰ্গীয় প্ৰমথেশ চন্দ্ৰ বৰুৱাক। মাহীয়ে মহান শিল্পী স্বৰ্গীয় প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ তত্বাবধানতে কলকাতাত থকা গোখলে মেমোৰিয়াল স্কুলত পঢ়া-শুনা কৰিছিল। প্ৰয়াত প্ৰমথেশ চন্দ্ৰ বৰুৱাই প্ৰতিমা মাহীক গান গোৱাৰ বাবে উৎসাহিত কৰিছিল আৰু কৈছিল ঃ

'বুচু মা, তুই আমাৰ এই দেশী গান চলেয়া যাইশ, এই দেশী গান ছাৰিস না, তোম্‌ৰা গুলা এই গান না গাইলে গাইবে কায়', স্বৰ্গীয় প্ৰতিমা বৰুৱা পাণ্ডেৰ মতে, স্বৰ্গীয় প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ পিছতে ড° ভূপেন হাজৰিকাই আছিল তেওঁৰ সঙ্গীত জীৱনৰ পথ প্ৰদৰ্শক।

প্ৰতিমা মাহীয়ে আমাক কৈছিল তেওঁ জীৱনৰ প্ৰথম অৱস্থাত ৰবীন্দ্ৰ সঙ্গীত গাইছিল। পিছত তেওঁ নিজৰ দেশীয় মাটিত সৃষ্টি হোৱা মাহুত, গাৰোৱান আৰু সাধাৰণ মানুহৰ মাজত তথা কথিত ভাবে চলি থকা গোৱালপাৰীয়া ৰাজবংশী সমাজৰ গানবোৰৰ প্ৰতি আকৰ্ষিত হৈছিল আৰু দেশী গানৰ মাজত নিজৰ জীৱন উচৰ্গা কৰাই নহয়, মাহীয়ে এই দেশী গানক ৰাষ্ট্ৰীয় পৰ্যায়ত প্ৰতিষ্ঠা কৰাৰ লগতে নিজেও পদ্মশ্ৰী সন্মানেৰে বিভূষিত হৈ নিজৰ লগতে গৌৰীপুৰবাসীক গৌৰৱান্বিত কৰিছিল। প্ৰতিমা মাহীৰ এই কালজয়ী প্ৰচেষ্টাক আমি গোৱালপাৰীয়া লোক সমাজে কেতিয়াও পাহৰিব নোৱাৰিম।

প্ৰয়াত পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱনৰ বিষয়ে বহুতে বহু কিছু লিখিলে, এই একে ধৰণৰ কথাবোৰ মোৰ নতুনকৈ লিখাৰ প্ৰয়োজন নাই বুলি মই ভাবো।

কিন্তু স্বৰ্গীয়া প্ৰতিমা মাহীৰ কথা মই উপলব্ধি কৰিব পাৰিছিলো যে তেওঁৰ নিজৰ পৰিয়াল বৰ্গ আৰু গৌৰীপুৰীয়া ৰাইজৰ লগত এক অঘোষিত ব্যৱধান আছিল। তাৰ বাবে দায়ী কোন, ইয়াৰ কাৰণ বিচাৰি আমি পোৱা নাই. স্বৰ্গীয়া প্ৰতিমা মাহীয়ে কোনো দিনে স্পষ্টকৈ নিজৰ জীৱনৰ দুঃখ-দুৰ্গতিৰ কথা কাকো কোৱা নাছিল, তেওঁ নিজৰ জীৱনক লৈ চিন্তাই কৰা নাছিল। সকলো সময়তে হতাশাত ভুগিছিল। মানুহজনী আছিল উদাসীন মনৰ। সকলো থাকিও নিজকে নিঃসংগ বুলি অনুভৱ কৰিছিল।

স্বৰ্গীয়া প্ৰতিমা মাহী আছিল সাহসী মনৰ নাৰী। আতঙ্কময় দুৰ্ঘটনাতো মাহীয়ে আমাক সাহস দিছিল। ঘটনাটো আছিল এনে ধৰণৰ - ২০০১ চনৰ ফেব্ৰুৱাৰী মাহৰ ২ আৰু ৩ তাৰিখ। বঙাইগাৱঁত অনুষ্ঠিত হৈছিল আছুৰ মধ্যকালিন সাধাৰণ সভা। তাতে অনুষ্ঠানৰ শেষৰদিনা প্ৰতিমা মাহী আছিল মুকলি সভাৰ উদ্বোধক। অনুষ্ঠান শেষ হোৱাৰ পিছদিনা ৪।০২।২০০১ তাৰিখে আমি আছুৰ ল'ৰা কেইজন আৰু মাহীৰ লগত বজোৱা মানুহ কেইজন আহি থকা অৱস্থাত, হঠাতে বৈঠামাৰীৰ ওচৰৰ খগৰপুৰ পাহাৰৰ ওচৰত প্ৰতিমা মাহীয়ে আহি থকা মাৰুতি ভানখনৰ পিছফালৰ সোফালে থকা চকাটো খুলি যায় আৰু অলপৰ কাৰণে সকলোৰে প্ৰাণ ৰক্ষা পৰাৰ লগতে এক ভয়ানক দুৰ্ঘটনাৰ পৰা আমি বাচি যাওঁ। কিন্তু এই অৱস্থাতো মাহীয়ে আমাক সুধিলে।

'বাৰে গাড়ীখান একপাকে ডাবিল কেনে'

তেতিয়া মই মাহীক ক'লো যে, আমাৰ গাড়ীখনৰ চকা খুলি গৈছে আমি কোনো মতে ৰক্ষা পৰিলো।

এনে আতংকময় অৱস্থাতো মাহীয়ে আমাক কৈছিল যে—

'তোমাৰ গুলা এত খোনা জীউ নিয়া ঘুৰিস...

গাড়ীৰ চাকা খুলি গৈইলে কি মানুস মাৰা যায় নাকি?

মোৰ না জীৱনৰ চাকা অনেক দিনে খুলি গেইছে?

মুই তো মৰং নাই এলাও'

প্ৰতিমা মাহীৰ এনে উদাসীন কথাই আমাৰ মনত বহু প্ৰশ্নৰ অৱতাৰণা কৰিছিল। আমি তেওঁৰ কথাবোৰ স্পষ্টকৈ বুজিও নাপালো।

কিন্তু আমি অনুভৱ কৰিছিলো যে, মানুহজনী এক অশান্তিৰ জ্বালামুখি বুকুত লৈ জীয়াই আছিল। আৰু জীৱনৰ চকা খুলি যোৱা ঘটনাটো, মাহীয়ে নিজৰ জীৱনৰ কোনখিনি কালছোৱাক বুজাব বিছাৰিছিল? মাহী জীয়াই থকা অৱস্থাত ওপৰোক্ত কথা ফাকিৰ অৰ্থ বুজাৰ চেষ্টা নকৰিলো। মাহীয়ে ব্যক্ত কৰা জীৱনৰ চকা খুলি যোৱা ঘটনাটো আমাৰ মাজত চিৰদিনৰ বাবে প্ৰশ্নবোধক হৈয়ে থাকিব।

যোৱা ২০০২ আৰু ২০০৩ চনটো আছিল চলচ্চিত্ৰ জগতৰ কিংবদন্তী পুৰুষ প্ৰয়াত প্ৰমথেশ চন্দ্ৰ বৰুৱাৰ জন্ম শতবৰ্ষ বছৰ। এই জন্ম শতবৰ্ষ পালন কৰাৰ ক্ষেত্ৰত, আমি ধুবুৰী জিলা ভিত্তিত এখন জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি গঠন কৰি ২০০০ চনৰ ২৪ অক্টোবৰ তাৰিখে গৌৰীপুৰ মহামায়া খেল পথাৰত অড়ম্বৰপূৰ্ণ ভাৱে বিভিন্ন কাৰ্যসূচীৰে জন্ম শতবৰ্ষ উদ্‌যাপন কৰিছিলো। আৰু সেইদিনা সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধক আছিল প্ৰতিমা বৰুৱা পাণ্ডে। মাহীয়ে অনুষ্ঠানৰ শেষত মোক আৰু তেওঁৰ ভায়েক প্ৰবীৰ কুমাৰ বৰুৱাক কৈছিল যে, স্বৰ্গীয় প্ৰমথেশ চন্দ্ৰ বৰুৱা দেৱৰ মৃত্যু দিনটো আছিল ২৯ নৱেম্বৰ। ইয়াকো পালন কৰিব পাৰিলে ভাল হয়।

মাহীৰ উপদেশ মতে গৌৰীপুৰৰ ঐতিহ্যমণ্ডিত মহামায়া খেলপথাৰত ২০০২ চনৰ ২৯ নৱেম্বৰৰ দিনটোত এক ব্যতিক্ৰমধৰ্মী গাম্ভীৰ্যপূৰ্ণ শাস্ত্ৰীয় সঙ্গীত অনুষ্ঠানৰ আয়োজন কৰা হৈছিল। উক্ত অনুষ্ঠানত কলকাতা তথা বেনাৰসৰ পৰা অহা শাস্ত্ৰীয় সঙ্গীতৰ শিল্পী সকলে এক যুগলবন্দী অনুষ্ঠান পৰিবেশন কৰিছিল। অনুষ্ঠানৰ আৰম্ভনীত উদ্বোধক হিচাপে প্ৰতিমা মাহীয়ে গোৱালপাৰীয়া লোকগীতৰ দেহতত্ব বিচাৰৰ গানবোৰ হিয়া উজাৰি গাইছিল। গান গোৱাৰ লগতে কান্দি কান্দি নিজৰ ৰবদেউতাক স্বৰ্গীয় প্ৰমথেশ চন্দ্ৰ বৰুৱাক শ্ৰদ্ধাঞ্জলি যাচিছিল।

এই ২০০২ চনৰ ২৯ নভেম্বৰৰ অনুষ্ঠানটো আছিল গৌৰীপুৰৰ মাটিত প্ৰয়াত পদ্মশ্ৰী প্ৰতিমা বৰুৱা পাণ্ডেৰ জীৱনৰ শেষ অনুষ্ঠান। আমি সেইদিনা অনুষ্ঠানখনত স্বৰ্গীয়া প্ৰতিমা মাহীৰ এক ব্যতিক্ৰমী ৰূপ দেখা পাইছিলো। কাৰণ মাহীয়ে কোনো দিনো কোনো প্ৰ'গ্ৰাম সুস্থ ভাবে চোৱা নাছিল। অকল সেইদিনাই মাহীয়ে গোটেই খিনি প্ৰ'গ্ৰেম সুস্থ ভাৱে উপভোগ কৰিছিল।

ইয়াৰ এমাহ নাযাওঁতে ২০০২ চনৰ ২৭ ডিচেম্বৰৰ দিনটো গৌৰীপুৰবাসী তথা অসমবাসীৰ লগতে গোৱালপাৰীয়া সমাজৰ লোকগীতৰ এক হৃদয়বিদাৰক দিন। সেই দিনা ৰাতিপুৱাই গুৱাহাটীৰ জি এন আৰ চি-ত লোকসঙ্গীতৰ কালজয়ী শিল্পী, গণশিল্পী পদ্মশ্ৰী প্ৰতিমা পাণ্ডেই আমাক সকলোকে শোকৰ ছাঁ পেলাই আমাৰ মাজৰ পৰা বহু

দূৰলৈ আঁতৰি যায়। পিছদিনা ২৮ ডিচেম্বৰ আবেলি গৌৰীপুৰৰ শ্মশান ঘাটত মাহীৰ চিতা জ্বলি থকা অৱস্থাত এটা গান বাৰে বাৰে মোৰ মনত পৰিছিল।

'ওকি সোনাৰ বৰণ পাখিৰে
দুটি তোৰ হেঙুল বৰণ আখি–
আজি দেশেৰ পাখি বিদেশ গেলু
মোকে দিয়া ফাকি।'

তেওঁ আজি আমাৰ মাজত নাই, কিন্তু তেওঁৰ সৃষ্টি গীতবোৰ আৰু আদৰ্শ আমাৰ অন্তৰত চিৰদিন ৰিনিকি থাকিব।

'এক বাৰ হৰি বলো মন ৰসনা
মানব দেহাৰ গৈৰব কইৰো না...।
মানব দেহা মাটিৰে ভাণ্ড
ভাঙিলে হৈবে খণ্ডৰে খণ্ড
ভাঙিলে দেহা জোৰা নিবে না।'

আমাৰ ছাত্ৰ সন্থাৰ সদস্যবোৰৰ অকৃত্ৰিম সেৱা আৰু শ্ৰদ্ধাৰ মাজেদি 'মাটিৰ প্ৰতিমা মাটিতে বিলিন হৈ গ'ল'। আমাৰ বাবে থৈ গ'ল তেওঁৰ সুৰিয়া কণ্ঠৰ অকৃত্ৰিম গান।



# এগৰাকী 'সাধাৰণ' অসাধাৰণ নাৰীৰ স'তে

□ প্ৰফুল্ল বৰ্মন

ধুবুৰী, গৌৰীপুৰ অঞ্চলৰ মানুহে প্ৰতিমা বৰুৱা পাণ্ডেক দিদি বুলি সম্বোধন কৰে আৰু এই দিদি বুলি সম্বোধন কৰা মানুহখিনিক (পুৰুষ-মহিলাক) বাইদেউয়ে তুমিৰ সলনি তুই বুলি মাতে। গোৱালপাৰীয়া ভাষাত তুই শব্দটো বৰ আপোন-আপোন লগা মানুহৰ ক্ষেত্ৰত ব্যৱহাৰ হয়। সেয়ে প্ৰতিমা বাইদেউয়ে সকলোকে আপোন কৰি লৈছিল। অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা মানুহে প্ৰতিমা বৰুৱা পাণ্ডেক বাইদেউ বুলি সম্বোধন কৰাত তেওঁ শুৱলা অসমীয়া ভাষাতে কথা পাতে আৰু 'তুমি' বা 'আপুনি' সম্বোধন কৰে।

সৰু কালৰ পৰা শুনি অহা 'একবাৰ হৰি বোল মন ৰসনা' 'তোমৰা গেইলে কি আসিবেন' আদি মৰ্মস্পৰ্শী গোৱালপাৰীয়া গীতৰ গায়িকাগৰাকীক বিভিন্ন মঞ্চত দেখি আহিছিলো যদিও একেবাৰে ওচৰৰ পৰা ঘৰুৱা পৰিৱেশত তেওঁক লগ পোৱাৰ মোৰ সৌভাগ্য ঘটিছিল ১৯৯০ চনত তেওঁৰ বাসভবন অৰ্থাৎ গৌৰীপুৰৰ ৰাজাপেলেচত। আৰক্ষীৰ চাকৰি কৰা সূত্ৰে বিভিন্ন ঘটনাক্ৰমে তেওঁক লগ পাইছিলো। প্ৰতিমা বাইদেউৰ তিনিজন ভায়েকৰ ভিতৰত দুজন প্ৰদ্যুৎ বৰুৱা আৰু প্ৰবীৰ বৰুৱাৰ লগত মোৰ ঘনিষ্ঠতা আছে। তেওঁৰ স্বামী গংগাশংকৰ পাণ্ডেক লগ পাইছিলো গৌৰীপুৰ প্ৰমথেশ বৰুৱা মহাবিদ্যালয়ৰ প্ৰৱক্তা হিচাপে। পিচলৈ তেওঁ উক্ত মহাবিদ্যালয়ৰ অধ্যক্ষ পদ শুৱনি কৰি বৰ্তমান অৱসৰ লৈ ঘৰতে আছে। আন বহুতৰ দৰে প্ৰতিমা বৰুৱা পাণ্ডেক ময়ো বাইদেউ বুলিয়ে সম্বোধন কৰিছিলো আৰু তেৰোঁ মোক তুমি বুলি সম্বোধন কৰিছিল যদিও ভাতৃসম মৰমো কৰিছিল। সেই চেগতে এই মহান শিল্পী গৰাকীক অতি ওচৰৰ পৰা চোৱাৰ আৰু অসীম প্ৰতিভাৰ বিষয়ে জনাৰ সুবিধা পাইছিলো। ১৯৬৯ চনত বিবাহ পাশত আৱদ্ধ হৈ ৰাজ প্ৰাসাদত থাকি দুটি কন্যা সন্তান অমৃতা (টুকু) আৰু অলকা (হাপু)ৰ মাতৃ হৈ সুদীৰ্ঘ ৩৩ বছৰ দাম্পত্য জীৱন-যাপন কৰি এগৰাকী সাধাৰণ বোৱাৰী তথা মাতৃৰ যি নিদৰ্শন দেখুৱাই থৈ গ'ল, তাৰেই কিয়দাংশ উল্লেখ কৰিবলৈ লৈছো।

এদিন সন্ধিয়া সময়ত ৰাজ প্ৰাসাদলৈ গৈছিলো। প্ৰতিমা বাইদেউ ঘৰতে আছিল। কোনো প্ৰ'গ্ৰেম নাথাকিলে বাইদেউ ঘৰতে থাকে। গৌৰীপুৰৰ দুমহলীয়া ৰাজ প্ৰাসাদত কেইবাটাও পৰিয়াল, মানে বাইদেউৰ ভায়েকসকল ভাগ-ভাগ হৈ থাকে। প্ৰতিমা বাইদেউ থকা ওপৰ মহলালৈ যোৱা খট-খটীৰ ওচৰতে থকা কাঠৰ খাট এখনৰ ওপৰত আন্ধাৰত আমন-জিমনকৈ বহি আছে প্ৰতিমা বাইদেউ। মই নমস্কাৰ জনাই ওচৰতে বহি পৰিলো। ৰাজকন্যা হৈয়ো, গোৱালপাৰীয়া গীতৰ সম্ৰাজ্ঞী হৈয়ো আৰু 'পদ্মশ্ৰী' প্ৰমুখ্যে বিভিন্ন সন্মানৰ অধিকাৰিণী হৈয়ো কোনো ধুনপেছ নোহোৱাকৈ অতি সাধাৰণ মহিলা এগৰাকীৰ দৰে এখন কপাহী শাৰী আৰু এখন কপাহী চাদৰ গাত লৈ তক্তাপোস্বৰ ওপৰত প্ৰতিমা বাইদেউ বহি থকা দেখি মই আচৰিত হ'লো। কোনো অচিনাকি মানুহে হয়তো তেওঁক সুধিলেহেঁতেন প্ৰতিমা বৰুৱা পাণ্ডে ঘৰত আছেনে বুলি। ওপৰত গৈ বহাৰ পিছত মোৰ অনুৰোধক্ৰমে 'পদ্মশ্ৰী' সন্মান আৰু অন্যান্য বহুতো ফলক আৰু ৰাজ প্ৰাসাদত ৰখা বহুতো পুৰুণীয়া সম্পদবোৰো দেখুৱালে। লগত আছিল পাণ্ডে ছাৰ আৰু এটি কণমানি কেঁচুৱাৰ সৈতে দ্বিতীয় কন্যা অলকা। বহুত কথাৰ মাজতে বাইদেউৱে চাহ একাপো যাচিলে।

প্ৰতিমা বাইদেউৰ লগত অতি আপোন সম্পৰ্ক গঢ়ি উঠিল অন্য এটা কাৰণত। এদিন প্ৰাসাদৰ সমুখত মাটিৰ ওপৰতে থোৱা পুৰণিকলীয়া অষ্ট ধাতুৰে নিৰ্মিত মহা মূল্যৱান 'কামান'টো হঠাতে নিশা চুৰি হৈ গ'ল। প্ৰদ্যুতে গৌৰীপুৰ থানাত এখন এজাহাৰ দিলে। মই তেতিয়া গৌৰীপুৰ থানাৰ টাউন দাৰোগা হিচাপে আছিলো। চোৰে নাৱত উঠাবলৈ ধৰোতে কামানটো প্ৰাসাদৰ পিচফালে থকা লাওখোৱা নদীত পিছলি পৰি যোৱাত আৰু বহু গধূৰ হোৱাত পানীৰ পৰা উঠাব নোৱাৰি তাতে এৰি থৈ গুচি যায়। বহুত কষ্ট কৰি বামলৈ উঠোৱাৰ পিছত মোৰ পৰামৰ্শমতে কামানটো প্ৰাসাদৰ সমুখতে এখন পকী মজিয়া বনাই লোৰ ক্লেম্প লগাই ৰখোৱাৰ ব্যৱস্থা কৰিলে, য'ত এতিয়াও কামানটো বিদ্যমান। ৰাজপৰিয়ালৰ স্মৃতিচিহ্ন উদ্ধাৰ কৰাৰ কাৰণে পৰিয়ালৰ অন্যান্য সদস্যৰ লগতে প্ৰতিমা বাইদেউৱে মোক ভূৰি-ভূৰি প্ৰশংসা কৰিলে যদিও আৰক্ষী বিষয়া হিচাপে কামানটো উদ্ধাৰ কৰা মোৰ কৰ্তব্যৰ ভিতৰতে আছিল।

আন বহুবাৰ যোৱাৰ দৰে ড ভূপেন হাজৰিকা এবাৰ গৈছিল প্ৰতিমা বৰুৱা পাণ্ডে বাইদেউৰ ঘৰলৈ। অবিভক্ত গোৱালপাৰা জিলা সাহিত্য সভা গোলকগঞ্জত পতা অধিবেশনত গান গাই নিজকে বিশ্ৰাম ল'বৰ কাৰণে ৰাতি ১১ বজাত তেওঁ বাইদেউৰ ঘৰ পাইছিল। তাৰিখটো মোৰ মনত নাই। ভূপেনদা যোৱা গম পাই আৰু তেওঁৰ মানিবেগটো গোলকগঞ্জত এৰি অহা বুলি প্ৰতিমা বাইদেউৱে ফোন কৰাত মই ৰাজপ্ৰাসাদত উপস্থিত হৈছিলো। প্ৰতিমা বাইদেউৱে ভূপেনদাৰ লগত মোক চিনাকি কৰি দিছিল আৰু 'এওঁ মোৰ ভাইৰ নিচিনা' বুলি কৈছিল। পিচত যোগাযোগ কৰি গোলকগঞ্জৰ পৰা ভূপেনদাৰ মাণিবেগটো মই অনাই দিছিলো। ভূপেনদাৰ লগতে প্ৰতিমা বাইদেউৱেও এই সৰু কামটোৰ বাবে মোৰ শলাগ লৈছিল। উক্ত দিনাও ভূপেনদাৰ কাৰণে ৰন্ধা-বঢ়া যা-যোগাৰ কৰি

থকা আৰু মটৰৰ বাকলি গুচাই থকা এগৰাকী বোৱাৰী তথা মাতৃৰ ৰূপত পাইছিলো প্ৰতিমা বাইদেউক। প্ৰতিমা বাইদেউৱে নিজৰ কনিষ্ঠা কন্যা অলকাক আৰু নাতিনীয়েকক গোৱালপাৰীয়া গীতৰ তালিম দিয়াইছিল, যাৰ ফলত ভাল গায়িকা হিচাপে বৰ্তমান মঞ্চত গোৱালপাৰীয়া গীত পৰিবেশন কৰি আছে। অমৃতাৰ স্বামী অৰ্থাৎ বাইদেউৰ ডাঙৰ জোঁৱায়েক অভিজিৎ চৰকাৰে বাইদেউৰ লগত বহুদিনৰ পৰা বাদ্যযন্ত্ৰত সহায় কৰি আহিছে। জনামতে বাইদেউৰ লগত বাদ্যযন্ত্ৰত সহায়কৰা শিল্পী সকলক বাইদেউৱে বৰ মৰম কৰে। গতিকে এগৰাকী মাতৃৱতী মহিলাৰূপে প্ৰতিমা বৰুৱা পাণ্ডেক নিৰ্ণয় কৰাত কোনো দ্বিধাবোধ নাই।

চিত্ৰ পৰিচালক প্ৰবীণ হাজৰিকাই 'হস্তীৰ কন্যা' তথ্যচিত্ৰখন শ্বুটিং কৰা সময়ত মই এদিন প্ৰাসাদত উপস্থিত আছিলো। বাইদেউৱে অতি সহজ-সৰল আৰু অভূতপূৰ্ব ব্যক্তিত্বৰে অতি নম্ৰতাৰে শ্বট দিয়া আৰু ডায়লগ পৰিবেশন কৰা মই দেখিছিলো। অকণো ৰাগ-খং নকৰাকৈ সাধাৰণ পোছাক পিন্ধি একেটা শ্বটকে বাৰে বাৰে দিয়া আৰু একেটা ডায়লগকে বাৰে-বাৰে দোঁহৰাবলৈ কোনো কুণ্ঠাবোধ কৰা নাছিল।

ধুবুৰী আৰক্ষী ছাউনীত প্ৰতিবছৰে দুৰ্গাপূজাৰ কেইদিন অতি ধূম-ধামেৰে উৎসৱ পালনৰ লগতে প্ৰতি নিশা সাংস্কৃতিক সন্ধিয়াৰ আয়োজন কৰা হয়। ১৯৯৯ চনত মই ধুবুৰী সদৰ থনাত থকাকালত দুৰ্গাপূজাৰ উক্ত সাংস্কৃতিক অনুষ্ঠানৰ দায়িত্বত আছিলো।

অষ্টমীৰ নিশাৰ সাংস্কৃতিক সন্ধিয়াত প্ৰতিমা বৰুৱা পাণ্ডেক গীত গাবলৈ আমন্ত্ৰণ জনোৱা হৈছিল। অগণন দৰ্শকৰ উপস্থিতিত গোৱালপাৰীয়া গীত পৰিবেশন কৰি অতিশয় আনন্দ লভি তেওঁ মোক কৈছিল - 'ভাইটি প্ৰতি বছৰে ইয়ালৈ মোক মাতিবা'। দ্বিতীয় বছৰতো মই একেদৰে সাংস্কৃতিক অনুষ্ঠানৰ দায়িত্বত আছিলো। সেইবাৰ প্ৰতিমা বৰুৱা পাণ্ডে বাইদেউকআমন্ত্ৰণ জনোৱাৰ কথা নাছিল। কিন্তু দুৰ্গাপূজাৰ দুদিন আগতে তেওঁ ফোনেৰে মোৰ লগত যোগাযোগ কৰি মোক কৈছিল - 'ভাইটি, এইবাৰ মোক গান গাবলৈ নামাতা নেকি? মই তোমালোকৰ পুলিচ ৰিজাৰ্ভত গান গাই ভাল পাওঁ। মাননি যি দিয়া দিবা, মোৰ কোনো আপত্তি নাই।' কথাখিনি মই সেই সময়ৰ ধুবুৰী জিলাৰ আৰক্ষী অধীক্ষক অপূৰ্ব জীৱন বৰুৱা ছাৰক কৈছিলো। ছাৰে ততালিকে প্ৰতিমা বাইদেউক আমন্ত্ৰণ জনাবলৈ কৈছিল। সেইমৰ্মে প্ৰতিমা বাইদেউক সেইবাৰো সাংস্কৃতিক সন্ধিয়ালৈ আমন্ত্ৰণ জনাইছিলো আৰু সঁচা কথা ক'বলৈ গ'লে এটি সামান্য ধনৰ টোপোলাহে তেওঁলৈ আগবঢ়াইছিলো। কিন্তু তেওঁ কোনো আপত্তি দৰ্শোৱা নাছিল।

আমি জনাত প্ৰতিমা বাইদেউৰ শেষৰ ফালে আৰ্থিক ক্ষেত্ৰত কিছু আহুকাল হৈছিল। কিন্তু দীনতাৰ বিৰুদ্ধে সংগ্ৰাম কৰিও অতি সাধাৰণ বেশভূষাৰে অসমৰ তথা অন্য ৰাজ্যৰ

বিভিন্ন মঞ্চত ৰাইজৰ বিপুল দাবীত আৰু আগ্ৰহক সন্মান জনাই গীত পৰিবেশন কৰিছিল। তপস্বীনীৰ নিজৰ জীৱনৰ সুখ-স্বাচ্ছন্দ্যক বলিদান দি অহৰ্নিশে যিকোনো ঠাইলৈ আমন্ত্ৰণ কৰিলে অসুস্থ দেহাৰে হ'লেও গান গাবলৈ গৈছিল। 'We are in the same boat' ৰ নিচিনা পশ্চিমীয়া আৰ্হিৰ গান মঞ্চত পৰিবেশন কৰোতেও পশ্চিমীয়া ঢঙত উটি ভাহি নগৈ- সামান্য কপাহী সূতাৰ চাদৰ বা শাৰীয়েই পৰিধান কৰিছিল।

এই হেন মহান শিল্পীগৰাকীক অসমৰ সাংস্কৃতিক জগতে বহু উচ্চ আসনত বহুৱালেও অসম চৰকাৰে তেওঁক আৰ্থিক ভাৱে বিশেষ একো সহায়-সহযোগ নকৰা বুলি তেওঁ আন বহুতৰ ওচৰত আক্ষেপ কৰাৰ দৰে মোৰ সমুখতো এবাৰ আক্ষেপ কৰিছিল। পশ্চিমীয়া তথা হিন্দী সংগীতৰ লগত ফেৰ মাৰি কাৰো লগত আপোচ নকৰাকৈ লোক-সংগীতক বিশ্বৰ দৰবাৰত স্থাপন কৰিবলৈ সক্ষম হোৱা এইগৰাকী মহান শিল্পীয়ে অসমৰ বাহিৰে ভাৰতৰ যিকোনো ৰাজ্যত জন্ম গ্ৰহণ কৰা হ'লে হয়তো প্ৰতিমা বাইদেউৱে শেষ কাললৈ আৰ্থিক দীনতাত ভূগিবলগীয়া নহ'লহেঁতেন।

(১)

দিনে দিনে খসিয়া পৰিব
ৰঙ্গিলা দালানেৰ মাটি,
গোসাঁইজী, কোন ৰঙ্গে।
বান্ধিছেন ঘৰ মিছা দ্বন্দ -বাদে
গোসাঁইজী, কোন ৰঙ্গে।
আৰ হাড়েৰ ঘৰখানি চামেৰ ছাউনি,
বান্ধে বান্ধে তাৰ জোৰা।
আৰ তাৰ তলে ময়ূৰ-ময়ূৰী
শূণ্যে উড়ায় তাৰা,
গোসাঁইজী, কোন ৰঙ্গে।
বাল্য না কাল গেল হাসিতে খেলিতে
যৈবন কাল গেল ৰঙ্গে,
আৰ বৃদ্ধ না কাল গেল ভাবিতে চিন্তিতে
গুৰু ভজিবো কোন কালে,
গোসাঁইজী, কোন ৰঙ্গে।

(২)

ও জীবন, ছাড়িয়া নাযাইস্ মোকে,
তুই জীবন ছাড়িয়া গেইলে
আদৰ কৰিবে কে (জীবন ৰে)।
কচুৰ পাতাৰ জল যেমন ৰে
জীবন, টল-মল টল-মল কৰে।
ওই মত মাইন্‌ষেৰ জীবন
কোন দিন ঢলিয়া পৰে (জীবন ৰে)।
ধান কাটে ধানুৱা ভাই ৰে

জীবন, ছাড়িয়া কাটে নাৰা।
ওই মতন নৰেৰ দেহা
জীবন গেইলে মৰা (জীবন ৰে)।
দুনো জনে যুক্তি কৰিয়া ৰে
জীৱন, আসিলং ভবেৰ হাটে।
তুই জীবন ছাড়িয়া নাযাইস্
নিধুৱা পাথাৰে (জীৱন ৰে)।
তুই জীবন ছাড়িয়া গেইলে ৰে
জীবন, কান্দিবে বাপ-ভাই।
শ্মশান-ঘাটে সোণাৰ দেহা
পুৰিয়া কৰিবে ছাই (জীৱন ৰে)।
ভাই বলো, ভাতিজা ৰে বলো ৰে
জীৱন, সম্পত্তিৰে ভাগী।
মৰণ কালে কেউ কাৰো নয়,
গোবিন্দ নাম সাথী (জীবন ৰে)।

(৩)

একবাৰ হৰি বলো মন ৰসনা।
মানব দেহেৰ গৈৰব কৈৰো না।
মানব দেহা মাটিৰ ৰে ভাণ্ড,
ভাঙিলে হবে খণ্ড ৰে খণ্ড,
ভাঙিলে দেহা জোৰা নিবে না।
বেলা ডুবিলে হবে ৰে ৰাতি,
সঙ্গে নাই মোৰ সঙ্গেৰ সাথী,
এ ভব-নদী কেমনে হবো পাৰ।
টাকা-পইসা ভিটা ৰে বাড়ি,
জীবনগেলে সব ৰবে ৰে পৰি,
সঙ্গেৰ সাথী কেউ তোৰ হবে না।
হৰি বলো মন বাৰে বাৰ।
বেলা ডুবিলে হবে ৰে অন্ধকাৰ।

(৪)

বাইজ আইন্‌চেন ধেৰৎ ধেৰৎ,
শানাই সৰুৱালী গালা ও--
মুই নেদেয়া সেন ফেলেয়া দেওং
গুৰিয়া সেন ফেলেয়া দেওং
(ও মোৰ) দয়াৰ বাবাৰ আগে ও।
সেন্দুৰ না আইন্‌চেন, বৰু,
সিও আখাৰ মাটি ও।
শাখা যে আইন্‌চেন, বৰু,
সিও গাইনেৰ শামা ও।
মুই নেদেয়া সেন ফেলেয়া দেওং
গুৰিয়া সেন ফেলেয়া দেওং
মোৰ দয়াৰ চাচাৰ আগে ও।
সোণা যে আইন্‌চেন, বৰু,
সিও বেঙা পিতল ও।

(৫)

ঘূৰ ঘূৰ ঘূৰ ঘূৰাণী কৈতৰ
উড়িয়া পৰে চালে,
মনতে ভাবিয়া দেখিও কৈতৰ
ফান্দিলেন গুণাৰ জালে।
খায়া যা ৰে 'মনসেৰ' ছেড়া,
'ৰাবেয়া' সুন্দৰীৰ পাণ।
আৰে যে না ৰঙ্গেৰ 'ৰাবেয়া' সুন্দৰী
সেই না ৰঙ্গেৰ পাণ।
খায়া যা ৰে 'মনসেৰ' ছেৰা
'ৰাবেয়া' ছেড়ীৰ পাণ,
পাণ না খিলাইয়ে মন না ভুলাইয়ে
ও মোৰ সোণাৰ চান্দ্।

*('মন্‌সেৰ' আৰু 'ৰাবেয়া' নাম দুটাৰ সলনি দৰা আৰু কইনাৰ নামেৰে গীতটি গোৱা হয়।)*

(৬ ক)

ওৰে ভেলোৱা, কান্দিস্ কেনে।
নাকান্দিস্ নাকান্দিস্ ৰে ভেলোৱা,
ৰাত্রি নিশা কালে,
তোৰ ভেলোৱাৰ কান্দন শুনিযা
নাৰয মন মোৰ ঘৰে, ৰে ভেলোবা, কান্দিস্ কেনে।
তখনো না কৈছং ৰে ভেলোৱা,
না যান শ্বশুৰ বাড়ি,
শ্বশুৰবাড়ি গেইলে ৰে ভেলোৱা,
না দিবে আৰ ছাড়ি, ৰে ভেলোবা,কান্দিস্ কেনে।
ছোট ছোট পাখী ৰে ভেলোবা,
তাৰো আছে ৰে যোৰা,
তোৰে মোৰে দাৰুণ বিধি
নাই লেখে আৰ যোৰা ৰে ভেলোৱা কান্দিস্ কেনে।

(৬ খ)

বড় বড় মাছ ৰে ভেলোবা
তোলে শিমিলাৰ ডালে
মাছ দেখিয়া নাৰীৰ মন মোৰ
উৰা বাইৰাং কৰে,
ৰে ভেলোবা কান্দিছ কেনে

সৰু সুতাৰ বান্ধন ৰে ভেলোবা
কিৰ্ কিৰ্ কৰি বৈসে,
ওই মতন নাৰীৰ পীৰিতি
দিনে দিনে বাড়ে,
ৰে ভেলোৱা, কান্দিস কেনে।

(৭)

কালা ৰে কালা, চন্দন কাষ্ঠৰ খৰি--
তাকে দিয়া কালা ভাত ৰান্ধি,
ধুৱাঁৰ ছলে কালা, দুৱাৰে বসিযা কান্দি।

ভাত ৰান্ধিবাৰ কালে কালাৰ কথা মোৰ মনে পৰে,
ৰান্ধা ভাত মোৰ না সোন্দায় শৰীলে।
যখন কালা ফোকান বাঁশী, তখন নাৰী মুই জলে আসি—
কলসী ভাসেয়া নিল মোৰ সোতে।
কোন জন দৰদী হবে, কাঞ্চেৰ কলস মোৰ আনিয়া দিবে,
তাকে দিম মুই গলাৰ চন্দ্ৰহাৰ।

(৮)

বৃক্ষ শিমিলা ৰে, গগণে মেলে ডাল,
নাৰী হৈয়া ৰসেৰ যৈবন ৰাখিম কত কাল।
পাহাৰে কান্দে মালঘুগুৰা ৰে, ওৰে চিত যাওং যাওং কৰে,
পৰাৰ পুৰুষ পদ্মেৰ ফুল সদায় মনে পৰে।
বালুতিলাতিল পঙ্খী কান্দে ৰে, বালুতে পৰিয়া,
মুই আবাগী নাৰী কান্দং এ যৈবন বান্দিয়া
আসিলেক বৰিষ কাল ৰে, ওৰে ভৰিয়া গেইল নদী,
মনে কয় উৰিয়া যাং, পাঙ্খা নাই দেয় বিধি।

(৯)

শ্যাম কালিয়া ৰে,
যাইও যাইও কালা আগুনেৰ ছলে।
নিধুৱা পাথাৰে বাড়ি,
একা থাকং কালা যুবতী নাৰী।
তোৰ কালাৰ যেমন মৈষেৰ গাড়ী,
মুই হনু তেমন চিটুল আড়ী।
তোৰ কালাৰ যেমন যোৰা ভুৰু,
মোৰ নাৰীৰ তেমন কমৰ সৰু।
তোৰ কালাৰ যেমন টৌৰিয়া সিতা,
মোৰ নাৰীৰ তেমন ঢালুৱা খোপা।
তোৰ কালাৰ যেমন মুখেৰ হাঁসি।
মোৰ নাৰীৰ তেমন দাঁতেৰে নিশি।

(১০)

নদী না যাইও ৰে বৈদ, নদী না যাইও,
নদীৰ ঘোলা ৰে ঘোলা পানী,
নদীৰ বদলে বাড়িতে সিনান কৰ ৰে,
মুই নাৰী তুলিয়া ৰে দিবো পানী।
এক লোটা তুলিয়া ৰে আৰ লোটা তুলিতে ৰে
বৈদ, খসিয়া পৰিল মোৰ গলাৰ চন্দ্ৰমালা।
বাপ নাই যে আসিবে, মাও নাই মোৰ কান্দিবে ৰে,
ভাই না ৰে তুলিয়া দিবে মালা।
নদীৰ পাৰে পাৰে বৈদ, ৰাজহংসা পঙ্খী পৰে ৰে—
ৰাজহংসাৰ গলায় ৰে মোতিৰ মালা,
ৰাজহংসাৰ কান্দনে ৰে বাড়ি-ঘৰ মোৰ নালয় মনে
সদায় থাকং মুই পন্থেৰ দিকে চায়া।

(১১)

সোণাৰ বৰণ পাখী ৰে তোৰ
হেঙুল বৰণ আঁখি,
দেশেৰ পাখী দেশে গেলু
মোকে দিয়া ফাঁকি ৰে।
বাচ্চা হাতে পুষিলং ৰে পাখী
দুধ ভাত দিয়া,
যাবাৰ কালে গেলু পাখী
বুকে শেল দিয়া ৰে।
চাউল দিলং, ডাইলৰে দিলং,
ৰান্ধি-বাড়ি খাইও,
মোৰ হৃদয়-পালঙ্ক মাঝে
শুইয়া নিদ্ৰা যাইও ৰে।
ঘৰ পোৰা যায় ৰুবা ফোটে
ছাইঞ্চা ভাঙি পৰে,
সোণাৰ বৰণ পাখীৰ বাদে
(মোৰ) ঝুৰিছে অন্তৰে ৰে।

উৰাং উৰাং কৰে ৰে পাখী,
উৰিয়া যায়া পৰে,
ওৰে কোন জন দৰদী হইবে
পাখী ধৰিয়া দিবে মোকে ৰে।
বড় বাড়ি বড় ৰে ঘৰ
বড়ই আছিল আশা,
আৰ ৰাতি পোৱা গেইলে দেখং
পাখী ছাড়িল ভাসা।

(১২)

একবাৰ আসিয়া সোণাৰ চান্দ মোৰ
যাও দেখিয়া।
আইলত ফোটে আইল কাশিয়া
দোলাত ফোটে হোলা,
বাপ-মায় বেচেয়া খাইছে
স্বোৱামী পাগেলা ৰে।
লোকে যেমন ময়না পোষে
পিঞ্জিৰাত ভৰেয়া,
ঐ মতন নাৰীৰ যৈবন
ৰাখিছং বান্ধিয়াৰে।
ওদিয়া ওদিয়া যান ৰে বন্ধু,
ডেৰাই নাহন পাৰ,
থাউক বোল তোৰ দিবাৰ থুবাৰ
দেখা পাৱা ভাৰ ৰে।
পাখা নাই মোৰ, পাঙ্খা নাই মোৰ,
নাই ধৰিবাৰ ডাল,
নাৰীৰ যৈবন পানেৰ বোটা,
ৰাখিম কত কাল ৰে।

(১৩)

ও কি বণিজ্জ বণিজ কৰেণ সাধু ৰে—
ও কি বণিজেৰ কিবা নীতি,

ও কি অফুলা ফুলের মধু ও
খাইতে নাই দেয় বিধি।
লাউ কুটনু ঘুচি ঘুচি সাধু ও –
সাধু, চালে থুনু দাও,
শিশুতে করাইছেন মিয়া ওঁ–
সাধু, এসাও গোসায় গ ও।
যখন ছিলেন সাধু, বৈদেশে-বন্দরে
তখন না ছিলাম সাধু, বাপ-মায়ের ঘরে।
ঐ যে হালা বাশ কাটিয়া সাধু রে,
সাধু, বান্ধ নারের গুরা,
এবারে বণিজে যাউক
তোমার দয়ার খুড়া।

(১৪)

বন্ধু ধন, ধন রে--
এত গোসা কি তোমার শরীরে।
দেখিতে দেখিতে গাভুর হনু,
রবিবারের দিন মাথা ধুনু
টারীর চেংরা দেখি করে হায় হায় –
মুই তো পীরিত করং না,
টারীর চেংরাও ছাড়ে না,
আরো দিয়া যায় পীরিতির বায়না।
বাপ-মাও মোর মায়া-ছাড়া,
বেচেয়া নাখায় ছোটো বেলা,
যৈবন ঢোলে মোর পুবাল বাতাসে।

(১৫)

ও মোর ভাবেরে দেওরা,
তোক দেখং দেওরা, নিজের মানুষের মতন।
বিয়ার রাতি দিছেন ছৈয়া
হায় রে হায়, সেদিন হাতে দেওরা, ছাড়িচেন মায়া।
ও মোর ভাবের দেওরা,

তোক দেখং দেওৰা, নিজৰ মানুষের মতন।
বিয়াৰ ৰাতি দেওৰা, দিচেন শাড়ী—
হায় ৰে হায়, সেদিন হাতে দেওৰা, ছাড়িচেন বাড়ি ৰে।
ও মোৰ ভাবের দেওৰা।
তোক দেখং মুই নিজেৰ মানুষেৰ মতন।
[illegible] সামী হৈল মোৰ কথাৰ দোসন,
না [illegible] দেওৰা, মোকে [illegible] [illegible] নে।
[illegible] মো [illegible] দেওৰা
তোক দেখং মুই নিজেৰ মানুষেৰ মতন।

(১৬)

**চটকা**

আই মোৰ পায়ে বা ঘুগুৰা বাজে ৰে
আই মুই কেমনে বাইৰা যাং।
ঘৰে মোৰ শ্বশুৰ, দুৱাৰত ভাশুৰ ও,
ও মোৰ শিথানে ননদী জাগে-
আই মুই কেমন কৰিয়া বাইৰা যাওং।
আই মুই পীৰিতিৰ আশে পীৰিতিৰ বাদে ও
ঘুগুৰাৰ বায়না দিনু—
আৰে না জানিয়া ৰসিয়া বানিয়া
ঘুগুৰাত কালাই বা ভৰেয়া দিছে ৰে।
ও মুই ঠাসিয়া ধৰং চিপিয়া ধৰং ও,
মুই আস্তে ফেলাওং ৰে পাও—
আৰে জলেৰ কলস কান্ধে নিয়া ও
আই মুই নদীৰ ঘাটে যাওং।

(১৭)

ধৌলী মোৰে মাই, সুন্দৰী মোৰে মাই,
দোনো জনে বুদ্ধি কৰি চল পালেয়া যাই।
নই শোনং মাই তোৰ মুখেৰ ৰাও,
চান্দী-ৰূপাৰ মতোন জলে তোৰ গাও,
তোক যদি পাওং মুই ছাড়ং বাপ-মাও।
এটি যদি হয় মাই গণ্ডগোল,

এক দমে চলি যামো মৰুচবাৰীৰ কোল,
ওটি আছে বড় মামা শুনিবে আড্ডোল।

(১৮)

প্রেম জানে না ৰসিক কালাচান্দ
ও মোৰ ঝুৰিয়া থাকে মন,
কত দিনে বন্ধুৰ সতে
হবে দৰিশন বন্ধু ৰে।
ও বন্ধু ৰে —
তোমাৰ বাড়ি আমাৰ বাড়ি
যাৱা আইসা অনেক দেৰী,
যাবো কি ৰবো কি সগায় কৰে মানা ৰে--
হাটিয়া যাইতে নদীৰ জল
খাকলাত্ কি খুকলুত্, কি খালাউ খালাউ কৰে ৰে,
হায় হায় প্রাণেৰ বন্ধু ৰে।
ও বন্ধুৰে —
তুই বন্ধু আসিবু বুলি
বসিয়া আছং কদমতলে,
ভাদৰ মাসে দেৱাৰ ঝৰী
টাপলাত্ কি টুপলুত্ কি ঝম্ঝম্যো পৰে ৰে
হায় হায় প্রাণেৰ বন্ধু ৰে।
ও বন্ধু ৰে—
একলা ঘৰত শুতি থাকং পালঙ্ক উপৰে--
মন মোৰ উৰাং-বাইৰাং কৰে,
মন মোৰ আবিল্ বিল্‌বিল্ কৰে,
কাইত ঘুৰিতে মৰাৰ পালং
কেৰেৰেত্ কি কুৰুৰত্ কি কাৰাউ কাৰাউ কৰে ৰে,
হায় হায় প্রাণেৰ বন্ধু ৰে।

(১৯)

আই মুই বুজিনু বুজিনু
ৰঙ্গিলা জামাইৰ মনটা ৰে,

জামাই, জুনুকা গড়েয়া দে।
জুনুকাৰ ভাৰেতে হাটিবাৰ নাপাং জামাই,
পিঠিত কৰিয়া নে মোকে।
ঘৰেৰ পাছিলাত ভাঙা কোদাল জামাই,
নোলোক বানেয়া দে মোকে।
ৰাজবাড়িৰ হাতী-বান্ধা জিঁজৰি জামাই,
গলাৰ হাৰ বানেয়া দে।
কুঁৱাৰ পাৰেৰ ভাঙা বাল্‌তি জামাই,
গলাৰ হাসুলী বানেয়া দে,
জামাই, জুনুকা গড়েয়া দে।

(২০)

### ম'হ-ৰখীয়াৰ গীত ঃ মৈষালী

আজি প্ৰাণ-কান্দে মৈষাল বন্ধু ৰে।
আগতে না কৈছিলং মৈষাল,
চাকৰি নাহয় ভাল,
নলেৰ গুতায় খাগৰাৰ গুতায়
গাৱেৰ যাবে ছাল।
আকাৰী ধানেৰ চাউলীয়া ভাত
কুঁইয়া নদীৰ পানী,
জ্বলিয়া জ্বলিয়া উঠে ৰে
মনেৰ আগুনখানি।
বাথান ছাড়ো, বাথান ছাড়ো ৰে
মৈষাল, ঘূৰিয়া আইসো বাড়ি,
গলাৰ হাৰ বেচেয়া দিম মুই
ঐ চাকুৰিৰ কড়ি, মৈষাল ৰে।

(২১)

### হাতী-মাউতৰ গীত

হস্তীৰ কন্যা হস্তীৰ কন্যা, বামোণেৰ নাৰী,
মাথায় নিয়া তাম-কলসী ও,
(সখী) হস্তে সোণাৰ ঝাৰি (সখীও)

ও মোৰ হায় হস্তীৰ কন্যা ৰে,
খানিকো দয়া নাই মাহুতক লাগিয়া ৰে।
পাত্তিৰা কৰিযা কন্যা বাডেয়া দিলেন পাও,
মাথাৰ উপৰ কাল-জেঠী ও-
(সখী) কৰে পঞ্চ ৰাও (সখীও)।
বালুতিল্‌তিল্‌ পঙ্খী কান্দে বালুতে পৰিয়া,
গৌৰীপুৰীযা মাহুত কান্দে ও -
(সখী) ঘৰ-বাডি ছাডিযা (সখীও)
আই ছাডিলং, বাই ছাডিলং, ছাডিলং সোণাৰ পুৰী,
বিযাও কৰিয়া ছাডিযা আইলং ও -
(সখী) অল্প বযসেৰ নাৰী (সখী ও)
ও মোৰ দান্তাল হাতীৰ মাহুত ৰে
যেদিন মাহুত শিকাৰ যায়
নাৰীৰ মন মোৰ ঝুৰিয়া ৰয় ৰে
আকাশতে নাই ৰে চন্দ্ৰ কি কৰে তাৰ তাৰা।
যেবা নাৰীৰ স্বামী নাই ৰে
ও তাৰ দিনে আন্ধিয়াৰ (সখী ও)
পুখুৰীতে নাই ৰে পানী নৌকা কেমনে চলে
যে নাৰীৰ পুৰুষ নাই ও
ও তাৰ ৰূপে কি কাম কৰে (সখীও)
হান্দ লোৱিলং ফান্দা লাগিলং আৰো লাগিলং দৰী
মাহুতে ফান্দী যুক্তি কৰি ও
(সখী) চইললং শিকাৰ কৰী (সখীও)
আগডা পিছাডা হস্তীৰ ফেলাইলং বান্দিযা,
(আৰ) হৰিধ্বনি দিযা সখী ও-
(সখী) বসিলং ভিডিযা (সখী)।

(২২)

হাতি পৈইলে কি আসিবেন মোৰ মাহুত বন্ধু ৰে
হস্তী নৰান হস্তী চৰান বাকুৱা বাশেৰ তলে,
কি সাপে দংশিলে মাহুতক কয়া যাও বা মোৰে ৰে।
বোন্ডাই ঝাৰে গুণিকে ঝাৰে ঢেকীযাৰ আগাল দিযা,

মুই নাৰী ঝাৰিম মাহুতক কেশেৰ আগাল দিয়া ৰে।
খাটা-খুটা মাহুত ৰে, তোৰ মুখে চাপ দাড়ি,
সত্য কৰিয়া কন ৰে মাহুত, কোন বা দেশে বাড়ি ৰে।
হস্তী নৰাওঁ হস্তী চৰাওঁ হস্তীৰ পায়ে বেড়ি,
সত্য কৰিয়া কইলং কন্যা গৌৰীপুৰে বাড়ি ৰে।
হস্তী নৰান হস্তী চৰান হস্তীৰ পায়ে বেড়ি,
সত্য কৰিয়া কন ৰে মাহুত ঘৰে কয়জন নাৰী ৰে।
হস্তী নৰাওঁ হস্তী চৰাওঁ হস্তীৰ গলায় দৰী,
সত্য কৰিয়া কইলং কন্যা বিয়াও নাই কৰি ৰে।

(২৩)

আজি আউলাইলেন মোৰ বান্ধা ময়াল ৰে।
হাতীৰ পিঠিত থাকিয়া ৰে মাহুত, কিসেৰ বাটুল মাৰো,
পৰেৰ কামিনীক দেখিয়া জলিয়া কেনে মৰো।
হাতীৰ পিঠিত থাকিয়া ৰে মাহুত, থোৰ কলা ভাঙো,
নাৰীৰ মনেৰ কথা তোমৰা কিবা জানো ৰে।
ৰাস্তা ছাড়ো, ৰাস্তা ছাড়ো, জলেৰ কলস কান্ধে,
নাৰীৰ মন ভাঙিয়া ৰে মাহুত, ছাড়িয়া যাইবেন মোকে।

(২৪)

গদাধৰেৰ পাৰে পাৰে ৰে-
ও মোৰ মাউতে চৰায় হাতী,
কি মায়া নাগাইলেন মাউত ৰে,
ও তোৰ গলায় ৰসেৰ কাটি,
কি মায়া নাগাইলেন মাউত ৰে।
উচা কৰি বান্ধোন ছাপৰ ৰে–
ও মুই জল ভৰিতে দেখিম,
কি মায়া নাগাইলেন মাউত ৰে।
উচা কৰি বান্ধেন মাচা ৰে–
ও মুই আইস্‌তে-যাইতে দেখিম,
কি মায়া নাগাইলেন মাউত ৰে।
দৈ খোৱাইলেন, দুধ খোৱাইলেন ৰে-
মাউত, না খোৱাইলেন মাটা,

এবাৰ হাতে টুটিয়া গেলো ৰে,
ঐ কি আসা-যাৱাৰ ঘাটা,
কি মায়া নাগাইলেন মাউত ৰে।

(২৫)

আৰে বইল মাছে খেইল কৰে
ঝৰুৱালী পানীৰ মাঝে
কোমৰ হ্যাকা কোমৰ ব্যাকা
থেকোৰে থেকোৰে নাচে

শাৰীৰ আটুস কইৰো নাৰে কলি
তাতিয়া পালেয়া গেইচে

সোণাৰ আটুস কইৰো নাৰে কলি
কনিয়া পালেয়া গেইচে

শঙ্খৰ আটুস কইৰো নাৰে কলি
শাকাৰী পালেয়া গেইচে

(২৬)

মৰিহে মৰিহে মৰিহে শ্যাম
শয়নে স্বপনে তোমাৰি নাম
মৰিহে.......
শয়নে.....
মৰিহে.....

বৰাইৰ গাছত ছাবিৰে পান
পয়সা দিয়া শ্যাম কিনিয়া আন
আনোৰে গুৱাপান কাটোৰে খাই
হাসি মুখে শ্যাম চলিয়া যাই।
বাপ ভাই মোৰ দুৰাচাৰ
বেচে য়া খাইচে মোক দুৰন্তৰ
সিওবা দেশে মোৰ সকলি পৰ
দিবসে দেখং মুই অন্ধকাৰ।

অগুণেৰ ছলে মই বায়ৰা খাং
তবুও শ্যাম তোৰ দেখা নাপাং
একাই দিন দেখিছং স্বপনে
মৰিহে শ্যাম সেই বদনামে।

(২৭)

ও প্ৰাণ কোকিলাৰে
একবাৰ আসিয়া একবাৰ দেখা দিয়া
তোৰ জন্যে শৰীৰ মন মোৰ থাকে ঝুৰিয়া।

ও প্ৰাণ কোকিলাৰে
যখন কোকিলা মুই জল আনং
তোৰ কোকিলাৰ আই মুই কান্দন শোনং
জলেৰ কলসী ঘাটত থুয়া বখিয়া কান্দং
ও প্ৰাণ কোকিলাৰে.......
যখন কোকিলা মুই আগিনা সামটং
তোৰ কোকিলেৰ আই মুই কান্দং শোনং
হাতেৰ বাৰুণ ঘাটেত থুৱা বসিয়া ভাবং
ও প্ৰাণ কোকিলাৰে....

যখন কোকিলা মই বিছ্না পাৰং
তোৰ কোকিলেৰ আই মুই কান্দন শোনং
বিছ্না পাৰা ছাড়ি দিয়া বসিয়া ভাবং
ও প্ৰাণ কোকিলাৰে...।

(২৮)

আজি দাড়াও কালা তুই ঐনা ৰাজপন্থেৰে
আজি জনমেৰ মতে দেখিয়া দেং,
মোৰ প্ৰাণ কালাকে।

আমাৰ কালা মানসি ভাল
না বোঝে কালা সন্ধ্যা সকাল
মোৰ শ্যাম কালাৰে

না বোঝে কালা নাৰীৰ বেদনা ৰে
জনমেৰ মতে....
ওৰে আমাৰ কালা বাড়ীত আইসে
পীড়া দিলে কালা মাটিত বইসে
মোৰ শ্যাম কালাৰে....
আজি গুৱা দিলে কালা নাখায় ও তুলিয়াৰে
জনমেৰে...

ওৰে আমাৰ কালাৰ কঠুৰ হিয়া
মন বান্দিছেন কালা পাৰাণ দিয়া মোৰ
শ্যাম কালাৰে.......

(২৯)

নদীত ফোটে নদীয়া হোলা
হায় আল্লা ফুটিয়া ৰইল মোৰ ডালতে
মদন চোৰা, হায় আল্লা

বাবা ঘৰেৰ একযোৰা পায়ৰা
হায় আল্লা মোৰে বা বাংলায় পৰেৰে
মদন চোৰা........মদন চোৰা,
নদীত ফোটে
মৰিসা ছিটানু মুঠায় মুঠায়
হায় আল্লা পাখীৰা ঝাড়িয়া ঝাড়িয়া খাওৰে
মদন চোৰা.....

পায়ৰা পৰে জোড়ায়
হায় আল্লা বাবুস কুম বাবুস কুম কৰেৰে
মদন চোৰা.....।

(৩০)

তোমৰা নাযাইও নাযাইও নাযাইও সইহে
ঐ না যমুনাৰে জলে

বাৰ মাসে তেৰ ফুল ফোটে
আৰ বছুৰে ফোটে হোলা সই নাযাইও ...

যে ঘাটে ভৰিব আবো জল
সেই ঘাটে কানাইয়া সই নাযাইও যমুনা

নান্দৰ বেটা চিকন আৰ কালা
এলা দিলেক বিষম জ্বালা সই নাযাইও

কদম গাছে হেলানীৰে দিয়া
কালা বাজায় মোহন বাশী সই নাযাইও

পদেৰ উপৰ পদ হেৰো থুইয়া
ৰাধা গাথে ফুলেৰ মালা সই নাযাইও
তোমাৰা নাযাইও...

(৩১)

মনেৰ আয়না খুলিয়া দেখিলে হয়
দেহেৰ কপাট খুলিয়া দেখিলে হয়
মনেৰ মানুস কোটাই পাবা যায়।
যেমন শিঙ্গী মাছেৰ কাটা বিন্ধিলে বিষে
অংগ জ্বলি যায়
মনেৰ ...
আন্ধাৰ ঘৰে সাঁপ সোন্ধাইলে
যেমন সাৰা ৰাতি সাপেৰ ভয়
মনেৰ..
যেমন মনেৰ মধ্যে গুণ ধৰিলে
সৰ্ব শৰীৰ (অঙ্গ) ভাঙ্গি যায়
মনেৰ মানুস...
মনেৰ মানুস আৰতো ঘুৰিয়া আসিবাৰ নয়
মনেৰ.....

(৩২)

বণিজ বণিজ কৰেণ মোৰ পৰাণ সাধু ও
সাধু বণিজেৰ কিবা ৰীতি
অফুলা ফুলেৰ ঘাট মধু সাধুও
সাধু খাইবাৰ নাই দেয় বিধি।

লাউ কুটিলং ঘুচি ঘুচি সাধুও
সাধু বলিত থুনু দাও
শিশুতে কৰাইচেন বিয়াও সাধুও
সাধু এলাও গোৰ্হ্মায় গাও।

সোণাও নোয়ায় ৰূপাও নোয়ায়
সাধু তোক অনচলে বান্ধিব
আৰ চালেৰ কুমুৰা নোয়ায় সাধুও
ঐ পৰশীক বিলাবো।

(৩৩)

আজি ফান্দে পড়িয়া বগা কান্দেৰে
ফান্দ বসাইছে ফান্দি ও ভাইৰে
পুঠী মাছ দিয়া
আৰ মাছেৰ লোভে আসিয়া বগা
পড়ে উড়ান দিয়া ৰে
আজি ফান্দতে পৰিয়াৰে বগা কৰে হায়ৰে হায়
ওকি আহাৰে দাৰুণ বিধি সাথী ছাড়িয়া যায়ৰে
উড়িয়া যায়ৰে বকোয়াৰে পখি
কয়া যায়ৰে ঠাৰে
আৰ তোমাৰ বগা বন্দী হইচে ধল্লা নদীৰ পাৰেৰে
ফান্দতে পৰিয়া বগা কৰে টানাটুনা হায়ৰে হায়
আহা ওৰে কুড়কুৰা সুতা হলু, লোহাৰ গুণাৰে
আজি এই কথা শুনিয়াৰে বগী
দুই পাখা মেলিল
আৰ ধল্লা নদীৰ পাৰে ষায় দৰশন দিলৰে

বগা দেখি বগী কান্দে আৰ বগীক দেখি
বগা কান্দেৰে।

(৩৪)

কলসীৰ পানী মজিয়ায় ঢালিয়া
কলসী হৈল মোৰ খালিৰে
কলসীত মোৰ নাই পানীৰে
সেইনা কলসী ভৰিবাৰ গেলু মুই
অগম দৰিয়াৰ মাজেৰে।।
কলসীত নাই মোৰ পানীৰে
ওই না দৰিয়ায় ফুটিয়া আছে
সুন্দি হোলাৰ ফুলৰে
আৰে কলসীত নাই মোৰ পানীৰে।
ওই না ফুল তুলিয়া দিলুং মুই
ঢালুৱা খোপাৰ মাজেৰে
আৰ কলসীত নাই মোৰ পানীৰে
ধুবুনী চিলা ছুবুনি দিয়া
নিয়া গেইল খোপাৰ ফুলৰে
কলসীতে নাই মোৰ পানী ৰে
কলসীৰ পানী মজিয়াত ঢালিলং
কলসী হইল মোৰ খালি ৰে।

(৩৫)

ভজো মন আপনা আপনি
কেউ নাই সংসাৰেৰ মাঝেৰে
হাটেৰ বিনা পথেৰ বিনা ৰে
ৰে, পাগেলাৰ মন চিনা...
ভবেৰ হাট ভাঙ্গিয়া গেইলে
কেউতো কাৰো নয়ৰে
কেউ নাই সংসাৰেৰ মাঝে ৰে
ৰাজাৰ বাড়ী চুৰি গেইলেৰে
পাগেলাৰ মন নদীৰ পাৰত সিং

খাট পালং শুকানত থুইয়া পানীত..
কেউ নাই সংসাৰেৰ মাজেৰে।

(৩৬)

সাধেৰ ভোমৰা উড়িয়া পড়িল ঠাই ঠাই,
ওৰে কায় কয় সে কেয়া ফুলেৰ মধু নাই
ওৰে ফুলেৰ যখন মধু ছিল ভোমৰাৰ আনাগোনা
ফুলেৰ এলা মধু নাই ভোমৰাও আসেনা
ওৰে গাভুৰ বয়সেৰ যেই নাৰীটাৰ
স্বামী নাই ৰে ঘৰ
মিছা মিছি ৰান্দন বাড়ন, মিছাৰে সংসাৰ
মনেৰ যত গোপন কথা খুলিয়া কবাৰ চাং
কায় শুনিবে মনেৰ কথা
মানুসেই না পাং
সাধেৰ ভোমৰা....

(৩৭)

ভাল কৰিয়া বাজানৰে দোতৰা
কমলা সুন্দৰী নাচে
কমলা সুন্দৰীৰ পেন্দনেৰ শাৰী
ৰৌদে ঝিলমিল কৰেৰে
নাচিতে নাচিতে কমলা সুন্দৰী
হালিয়া হালিয়া পৰেৰে
ও বাড়ি হাতে ও বাড়ি গেনু
ঘাটায় ছিপ ছিপ পানী
বৰেৰ ভিজিল জামাজোড়া
কইনাৰ ভিজিল শাড়ী
কমলা সুন্দৰীৰ সিতাৰ সেন্দুৰ
ঝলমল ঝলমল কৰেৰে
কমলা সুন্দৰীৰ পায়েৰ নেপুৰ
হাটিয়া যাইতে বাজেৰে।



মাক মালতী বৰুৱাৰ কোলাত পতিত



আলগুদা (দাৰোৱান)ৰ কোলাত পতি



শিশু প্ৰতিমা



কিশোৰ প্ৰতিমা আৰু পূৰ্ণিমা (ভনী)



যৌবনা প্রতিমা।



প্রতিমা এটি বিশেষ প'ক্ত।



ড° ভূপেন হাজৰীকাৰ সৈতে প্ৰতিমা



প্ৰতিমা বৰুৱা ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণন রুদ্ৰ বৰুৱা আৰু অন্যান্য।



প্ৰতিমা বৰুৱাই গোৱালপৰীয়া সংস্কৃতি "কালীমুখা" প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীক অৰ্পণ কৰাৰ মুহূৰ্ত্ত।



হাতীৰ পিঠিত উঠি বাঘ চিকাৰলৈ যোৱা প্ৰতিমা।



ইন্দিৰা গান্ধীৰ পৰা অটোগ্ৰাফ লোৱা অৱস্থাত প্ৰতিমা।



প্ৰতিমা আৰু সবিতা বৰুৱা, মাজত "মাহুত বন্ধুৰে"
চিনেমাৰ কেমেৰা মেন জন।



ড° ভূপেন হাজৰীকাৰ লগত প্ৰতিমা বৰুৱা পাণ্ডে বাৰ্তালপত।



ঢোল বাদক বসন্ত মালী, দোতৰা বাদক ভবেন সিংহৰ
সৈতে প্ৰতিমা বৰুৱা পাণ্ডে।



বসন্ত মালী ভবেন সিং প্ৰতিমা বৰুৱা আৰু প্ৰবীৰ বৰুৱা।



কোচ বিহাৰ ৰাজপেলেচট প্ৰতিমা বৰুৱা।



ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণনৰ সৈতে প্ৰতিমা বৰুৱা পাণ্ডে।



যমুনা বৰুৱাৰ সৈতে প্ৰতিমা বৰুৱা পাণ্ডে।



নাতিনীযেকৰ সৈতে প্ৰতিমা বৰুৱা পাণ্ডে।



ৰাষ্ট্ৰপতি আৰ,ভেঙ্কটাৰমানৰ পৰা সাহিত্য অকাডেমী বটা লোৱা অৱস্থাত
প্ৰতিমা, লগত গিৰীশ কাৰ্ণাড।



প্ৰখ্যাত অভিনেতা মনমোহন কৃষ্ণৰ সৈতে প্ৰতিমা।



দিলীপ শৰ্মা, প্ৰতিমা, শীলভদ্ৰ, সীতানন্দ ৰায়, অনিল ৰয়, বিমল মালী।



প্ৰাক্তন গড়কাপ্তানী মন্ত্ৰী প্ৰয়াত নগেন শৰ্মা আৰু প্ৰতিমা।



প্ৰতিমাই পোৱা বটা।



প্ৰতিমা বৰুৱা পাণ্ডেলৈ দিয়া সম্বৰ্দ্ধনা পত্ৰ।



সম্বৰ্দ্ধনা পত্ৰ।



সম্বর্দ্ধনা পত্র



বিশেষ বটা।



আছুৰ সম্বৰ্দ্ধনা।




ৰবীন্দ্ৰ জয়ন্তী সমিতি গৌৰীপুৰত সম্বৰ্দ্ধনা।

# Indian Museum, Kolkata
&
## Bhromara, an Institute of Folk Culture

Invite you to a pot-pourri of folk songs on 25 January, 2003 at 5 p.m at the Indian Museum Exhibition Hall in memory of the eminent folk singer ***Smt. Pratima Barua (Pandey).***

Sarbasree Amar Pal, Purna Chandra Das, Gita Chowdhury, Sukhabilash Burma, Utpalendu Chowdhury, Swapan Bose, Tapan Roy, Kana Bhadra, Pralhad Brahmachari, Tapan Roy Pradhan, Bhromara and many other eminent personalities will grace the occasion by their presence and active participation. Prof. Gangashankar Pandey will be the Guest of Honour.



27, Jawaharlal Nehru Road,
Kolkata - 700016

S. Chakrabarti
Director

ইন্দিযান মিউজিযাম কলকতাত নিমন্ত্রণী পত্র।



সঙ্গীত নাটক অকাডেমী বটা।



এটি বটা।



পদ্মশ্রী বটা।



দৰান হাজৰিকাৰ সৈতে প্ৰতিমা



তেজপুৰ মহোৎসৱত জীৱনৰ অন্তিমখন গীতৰ সন্ধিয়াত প্ৰতিমা।



বিভিন্ন বটাৰ সৈতে প্ৰতিমা বাসভৱনত।



সাধাৰণ নাৰী প্ৰতিমা



বাগিছাৰ মাজত প্ৰতিমা।



প্ৰতিমা পূৰ্ণিমা প্ৰতিভা (ভনী) আৰু নাতি।



প্ৰতিমা, কন্যা অনন্ত, স্বামী গঙ্গা শঙ্কৰ পাণ্ডে আৰু নাতি



প্ৰতিমা বৰুৱাৰ সৈতে চাৰি জনা



প্ৰতিমাৰ লগত দজনী কন্যা অলক আৰু অমৃত।



নাযিকৰ লগত প্ৰতিম।



চিন্তান্বিত প্ৰতিমা।



বঁটা গ্ৰহনৰত প্ৰতিমা



নাচ শিকনাৰত প্ৰতিমা



প্ৰতিমাৰ গানত নৃত্যৰত ভগ্নী প্ৰণতি ফুকন



অনন্ত শয্যাত প্ৰতিমা'ৰ আত্মাৰ সদগতি বিচাৰি ড' ভূপেন হাজৰীকা
ড' নীৰেন দত্ত দৰাৰ হাজৰীকা।



অমৰ যাত্ৰাত আগে আগে ছাত্ৰ সন্থাৰ সমদল যাত্ৰা।

